# প্ৰতাহ্বান

(উপন্যাস)






তোষেশ্বৰ চেতিয়া




খেমাজি বুক ষ্টল
খেমাজি

**Pratyahban** - An Assamese Novel written by Tokheswar Chetia and published by Nava Kalita on behalf of Dhemaji Book Stall, Dhemaji Chariali, Dhemaji, Pin - 787057 and Printed at Dhemaji Book Stall & Offset Printers, Ratanpur, Dhemaji. Rs. 45/-

প্ৰথম প্ৰকাশ :

প্ৰকাশক : ধেমাজি বুক ষ্টল
চাৰিআলি, ধেমাজি

বেটুপাত :

ডি.টি.পি. : অপূৰ্ব দত্ত

মূল্য : ৪৫ টকা

মুদ্ৰণ : ধেমাজি বুক ষ্টল এণ্ড অফ্‌চেট প্ৰিণ্টাৰ্চ
ৰতনপুৰ, ধেমাজি, ফোন : ২৪২৮৮




মুখবন্ধ -

এখন সভালৈ মাতি নি এই উপন্যাস লেখাৰ প্ৰত্যাহ্বান ল'বলৈ সুযোগ দিয়া কবি বন্ধু অধ্যক্ষ শিবপ্ৰসাদ গগৈ, উপন্যাসখনৰ বাবে সমল গোটাই দিয়া কবি লেখক প্ৰিয় খগেশ্বৰ পেগু আৰু উপন্যাসখন প্ৰকাশৰ দায়িত্ব লোৱা ধেমাজিৰ উদ্যোগী প্ৰকাশক ভাতৃদ্বয় - স্নেহৰ দীপক কলিতা আৰু নব কলিতা - এই চাৰিওজনলৈ গভীৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো । যিটো পৰম শ্ৰদ্ধেয় জনজাতি সম্প্ৰদায়ৰ পটভূমিত উপন্যাসখন ৰচনা কৰিছোঁ কিবা ত্ৰুটি-বিচ্যুতি হ'লে সেই সম্প্ৰদায়ৰ সদৌটিৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলো ।

---

তোষেশ্বৰ চেতিয়া
ঘিলামৰা
আগষ্ট/২০০২




সৰুতেই আমাক এৰি যোৱা, মাতৃৰ পৰাই প্ৰায় মুখৰ চেহেৰা হেৰাই যাব ধৰা অথচ শান্ত-সৌম্য-ধৰ্মপ্ৰাণা চিত্তেৰে আমাক সাধুতা প্ৰদান কৰা চেনেহৰ মা দেৱীপ্ৰভা চেতিয়াৰ পবিত্ৰ স্মৃতিত এই উপন্যাসখনি উছৰ্গা কৰিলো ।

তোযেশ্বৰ চেতিয়া

# এক

আচি চিকুৰ চিকুৰক
মিকচি চিকুৰ চিকুৰক
আচি চিকুৰ পৃণয়েপী
মিকচি চিকুৰ পৃণপৌমা ।
(পানীৰ জুৰিও জুৰি, চকুৰ পানীও জুৰি
জুৰিৰ পানী শুকায় চকুৰ পানী নুশুকায় ।)

সমীপৰ ৰেডিঅ' নে কেছেটৰ পৰা বুকুভাঙি বাগৰি অহা ঐনিতমটোৱে সৰলাৰ অন্তৰখন চৰাইৰ ডিঙি মুচৰাৰ দৰে মুচৰি গ'ল । কাৰ সেই হিয়া ভঙা মাত ? তৰাৱতী মিলি নে তৰাৱতী বড়ীৰ ? এয়া যেন এটি গীত নহয় সৰলাৰ বুকুৰ দুখবোৰ গীত হৈ বতাহত ভাহি ফুৰিছে । তাইৰ বুকুৰ হুমুনিয়াহ, হৃদয়ৰ হা-হুতাশবোৰ যেন গলি গলি তৰাৱতীৰ কণ্ঠত মিলি গৈছে । লুইত-সোৱণশিৰি-চামপৰা-চাৰিকড়িয়া-কড়ানদীৰ পাৰ ভঙা পানীবোৰ সৰলাৰ দুচকুৰে ফাটি পৰি তৰাৱতীৰ কণ্ঠই দি নিগৰি পৰিছে ।

আস ! অসহ্য, এনে হিয়াভঙা গীত । সৰলাৰ চিঞৰি দিবলৈ মন গ'ল - 'হেৰৌ তৰাৱতী বন্ধ কৰ তোৰ বুকুভঙা গীত । নেগাবি আৰু এনে গীত, নেগাবি ভনী । মোৰ অতদিনৰ অনুভূতিৰ উপচাৰক অশ্ৰুৰ বন্যাৰে তই অন্ধ কৰি নেপেলাবি । তোৰ জানো আনৰ বুকুভাঙি দুখ নেলাগে ।'

পিছে সৰলাৰ বুকুৰ বেথা শুনে কোনে ? সৰলাই বা তাইৰ মনৰ বেদনা প্ৰকাশ কৰে কেনেকৈ ? ইফালে যন্ত্ৰৰ মাজেদি অহা দৰদী কণ্ঠই বা বুজি পায় কি ! গতিকে আকৌ ভাহি আহিল ঐনিতমৰ মন উদ্বেলিত কৰা বুকুপৰকা কণ্ঠধ্বনি -

পীকৃ তমানী পীত্তাং তমানী
আলবই কামাংনী লাব্‌লৃগ্‌ চুপীবং
অইনম কাংলৃদ্‌কোঃ বেগ্‌ তমাংনী ।।

(কপৌ চৰাইও নহলো নাইবা আন চৰাইও নহলো
তেনে হোৱা হলে মোৰ উৰি যাবলৈ ডেউকা থাকিলহেঁতেন ।
হে মোৰ প্ৰিয়া! তৃষ্ণাতুৰ নহয়নে -
তোমাক যথা সময়ত দৰ্শন কৰিব নোৱাৰিলো ।)

উসঃ কিয়বা পুনৰ ৰীতাৰ মধুৰ কণ্ঠৰ আবেগেৰে সবলাৰ বুকুখনত দোলা দি যায় । তাই বাৰু সবলাৰ মনৰ কথা বুজি পায়েই এনেদৰে গাইছে নেকি ? ৰীতা বাৰু সঁচাকৈ সৰ্বজ্ঞান নেকি ? তাইনো বাৰু কেনেকৈ জানিলে সবলাৰ মনৰ অসহায় আকাংক্ষা । এই যে শিল্পীবোৰ, যাক 'প্ৰফেট' বোলা হয়, তেওঁলোক আনৰ মনৰো কথা কোৱা কাপালীক নেকি ?

হয়, সঁচা কথা, সবলাৰ চৰাই হ'বলৈ মন গৈছে, দুহাতত দুখনি পাখি লগাই উৰি যাবলৈ ইচ্ছা হৈছে । তাইৰ বতাহ হ'বলৈ মন গৈছে, গছৰ পাত হৈ বতাহত উৰি যাবলৈ বাসনা হৈছে আৰু তাই বহুত কিবা যাদুলগা শক্তি হ'বলৈ মন গৈছে । তাই যেন এতিয়াও উৰি যাব তাইৰ বুকুৰ আপোন হিয়াৰ আমঠু আৰু কলিজাৰ কহিনুৰ সদৃশ সেই অতি মৰম-চেনেহৰ ঠাইখনলৈ । ঠাইখন মানে লুইত-সোৱণশিৰি সঙ্গমফুল সোণজুৰি নামৰ ঠাইখনলৈ । ব্ৰহ্মপুত্ৰ-সোৱণশিৰিৰ বোৱতী পানীৰে বিধৌত সোণজিৰি । বেলিৰ পোহৰে জিলমিলোৱা সোণজিৰি । চক্‌চকী বালিৰে তিৰবিৰোৱা সোণজিৰি । সেউজ ঝাউবন, শুকুলা কহুঁৱা ফুল আৰু বতাহত নাচি থকা নল-খাগৰি-ইকৰা-বিৰিণানীৰে উচ্চল সোণজিৰি । হঁয়কলি-ডাউক-বগ আৰু গঙাচিলনীৰে মুখৰ সোণজিৰি । শাৰী শাৰী মুৰংঘৰে ঘেৰি থকা প্ৰাণোচ্ছল সোণজিৰি । নিঃতম, ঐনিঃতম-আনুনিতম-কাবানেৰে উত্তাল সোণজিৰি । পৰাগ, আমৰাগ, আলি আই লৃগাং, গুমৰাগ আদি উৎসৱেৰে উন্মনা সোণজিৰি । পোৰাং ছাই-নগিনৰ পানীয়ৰ ৰাগীৰে মতোৱাৰ সোণজিৰি । কাংকাং-কনেংহঁতৰ সুৰীয়া চঃমানৰ উদ্দাম নৃত্যৰ ছন্দিল লয়লাসেৰে উন্মান সোণজিৰি ।

"মা তুমি কান্দিছা ?" নৱম শ্ৰেণীত পঢ়া সবলাহঁতৰ একমাত্ৰ সন্তান পানেই ভিজা মাতৰ প্ৰশ্নত হঠাৎ যেন সবলাৰ সম্বিৎ ঘূৰিল । লৰালৰিকৈ তাই চকুজুৰি মুচি চকুৰপানী লোকোৱালৈ চেষ্টা কৰিলে । এই পাটগাভৰু কিশোৰীজনীক তাইৰ মাতৃৰ এনে দুৰ্বলতা দেখুৱাব নোৱাৰি । গতিকে যিমান সম্ভৱ মাতটো সহজ কৰি সবলাই উত্তৰ দিলে -

"নাই নাই মোক ক'ত কন্দা দেখিলি সোণ । চকুত কিবা এটা পৰিছিল অ' আই । সেইবাবে চকু খচ্‌খচাই চকুৰপানী ওলাইছিল বুজিছ ।"

"মা, তুমি মোক কিয় ফাঁকি দিব বিচাৰিছা ?" পানেয়ে মাকৰ ফাঁকি বুজি ক'লে, "মই কিবা ফুটকলীয়া ছোৱালী হৈ আছো নেকি ? তোমাৰ মনত বৰ দুখ

নহয়নে মা ? অনবৰত যে বেজাৰত আছা ? কিন্তু এনেকৈ দুখ কৰি থাকিলে কি লাভ হ'ব মা ?"

"তই সঁচাই ডাঙৰ হৈছ মা" সবলাই সংযতভাৱে উত্তৰ দিলে, "তই দেখোন মোৰ দুখো অনুভৱ কৰিব পৰা হৈছ । তই ঠিকেই কৈছ, আই বেজাৰ কৰি একো লাভ নাই । কিন্তু দুখতো আৰু ইচ্ছা কৰিলেই চৰায়ে পাখি জোকাৰি পানী আচাৰি পেলাব পৰা বিধৰ কথা নহয় যে হঠাতে তাক আঁতৰাই পঠাব পাৰি ।"

"অৱশ্যে মই সিমানবোৰ গভীৰ কথা নুবুজোঁ মা" পানেই সান্ত্বনাৰ সুৰত ক'লে, "তোমাৰ সোণজিৰিলৈ বৰ মনত পৰি থাকে নহয়নে মা ? মোৰো মনত পৰি থাকে মা । কেনেকৈনো পাহৰিম মা মোৰ জন্ম-শৈশৱ-কৈশোৰৰ ধূলিবালি খচিত সেই জীৱন্ত স্মৃতিবোৰ । ইফালে তুমি যে সোণজিৰিৰ লগত আত্মাৰে মিলি গৈছিলা ।"

"ঠিকেই কৈছ সোণ । তয়ো ঠিকেই উপলব্ধি কৰিছ । ময়ো নিজকে বুজাবলৈ চেষ্টা নকৰাকৈ থকা নাই । কিন্তু কলিজাৰ এই দ ঘা টুকুৰা ইমান সোনকালে শুকাই যাবনে ? দূৰৰা কবিয়ে লেখাৰ দৰে 'অতীত মৰি গ'ল - তাৰ কথা অন্ত হ'ল - মনৰ পৰাই তাক কৰা বিসৰ্জন' বোলা কথাবাৰ জানো ইমান সহজ ? সেয়ে ৰোমাণ্টিক কবিৰ ভাবালুতাহে মাথোন বুইছ বাস্তৱত ইমান সহজ নহয় ।"

"অথচ সেই একেজন দূৰৰা কবিয়েই অতীতক পাহৰি নেযাবলৈ আমাক শেষ অনুৰোধ জনাইছে ।" পানেয়েই যেন দূৰৰাৰ কবিতাফাঁকি সোঁৱৰিবলৈ চেষ্টা কৰি ক'লে, "গতিকে মা দুয়োটাৰে মাজত সমন্বয় ৰখাটোৱেই ভাল কথা নহ'ব জানো ?"

সবলাই দেখিলে যে আজিৰ যুগৰ ল'ৰা-ছোৱালী পঢ়ি-শুনি-দেখি বহুত আগবাঢ়ি গৈছে । নিজৰ পেটৰ কিশোৰী কন্যাজনীও দেখোন ক্ৰমে ভালোখিনি বিজ্ঞ হৈ পৰিছে । তায়ো দেখোন ক্ৰমে উপদেশ দিব পৰা হৈ গৈছে । সেয়ে সবলাই ঠিক কৰিলে যে তাই আৰু এই সম্পৰ্কৰ কথাত বিশেষ আগ নেবাঢ়ে । মাকৰ মনৰ অধিক দুৰ্বলতাৰ সন্তেদ জীয়েকক সবলাই দিব নোখোজে । ।

"আই পানেই, তোৰ স্কুললৈ যাবৰ হ'ল নহয় । যা, গা-পা ধুই খাই-বৈ তই স্কুললৈ ওলাগৈ । দেৰি কৰিলে পিছত অসুবিধা হ'ব ।"

"ঠিক আছে মা, মই যাওঁ । তুমি পিছে বেজাৰ কৰি থাকি মনটো ভাঙি নেপেলাবা ।" মাকৰ কান্ধত দুহাত থৈ চেনেহেৰে মাক আৰু নিজৰ দুখৰ বিনিময় কৰি পানেই লাহে লাহে আঁতৰি গ'ল ।

সবলাই খিড়িকীৰে বাহিৰলৈ চালে । বেলিটো ক্ৰমে তেজাল হৈ আকাশলৈ উঠি আহিছে । উমাল ৰ'দজাকে কেউফালে উৰি ফুৰিছে । ৰতাহত জিৰ জিৰ কঁপি থকা গছপাতবোৰক জীপাল কৰি তুলিছে । মফচলীয়া নগৰখন জী উঠিছে । গাড়ী মটৰবোৰে বিলম্বিত সুৰেৰে ঐক্যতান জুৰিছে । থানাৰ ঘন্টাটো বাজি উঠিছে ।

এক-দুই-তিনি বোধহয় ন বাজিছে ।

আৰু সৰলা ? আগতে তাইৰ এইটোৱেই আটাইতকৈ ব্যস্ত সময়, উশাহ লব নোৱৰা সময় । পানেইক সজাই পৰাই স্কুললৈ আৰু গিৰীয়েকক খোৱাই বোৱাই কলেজলৈ পঠোৱা আৰু নিজেও সাজু হৈ ওলোৱাৰ ঘড়ীৰ কাটাৰ দৰে অব্যৰ্থ সময় ।

পিছে এতিয়া ? এতিয়া আৰু সৰলাৰ এইটো সময়ত সিমান ব্যস্ততা নাই । তাইৰ বাবে এতিয়া যথেষ্ট সময় । কেৱল পুৱা ন-বজাতেই নহয় গোটেই দিনটোৰ বাবেই সৰলাৰ পৰ্য্যাপ্ত সময় । তাই এতিয়া কেৱল কন্যা পানেই আৰু স্বামী সুবিমলক দুয়োৰে কৰ্ত্তব্য স্থানলৈ পঠালেই হ'ল । তাইৰ আৰু এতিয়া স্কুললৈ যোৱাৰ কোনো প্ৰয়োজন নাই । স্বামী কন্যাক পঠাই তেওঁলোকৰ বাবে আবেলিৰ আহাৰ প্ৰস্তুত কৰিব লগা বাদে গোটেই দিনটোৰ বাবে সৰলাৰ এতিয়াৰ অফুৰন্ত সময় । এইখিনি সময় তাই লেখা-পঢ়া উল আৰু চিলাইৰ কাম কৰে । এনেবোৰ কামৰ বাবে সৰলাই এতিয়া পৰ্য্যাপ্ত আজৰি পালেও তাই সুখী নহয় । কাৰণ যোৱা বহুবছৰীয়া সোণজিৰি কলেজ হাইস্কুলৰ লগত থকা নিবিড় সম্পৰ্কই তাইক ভীষণ আমনি কৰে । অতি মৰমৰ কলেজ স্কুলখনৰ পৰা হঠাৎ বিচ্ছিন্ন হৈ পৰিব লগা হোৱাত বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী-পুথিভঁৰাল চৌহদৰ কৃষ্ণচূড়া কেইজোপা, ঘৰ-দুৱাৰ আনকি ছালে-বেৰেও সৰলাৰ মানস পটত সয়নে সচিতে দোলা দি যায় । কেনেকৈ কি দৰে আৰু কেতিয়াকৈ বাৰু সোণজিৰি গাওঁ, লুইতৰ পাৰ আৰু কলেজ বিদ্যালয়খন তাইৰ বিস্মৃত হৈ পৰিব ।

"তুমি এইটো সময়ত সদায় মন মাৰি থাকাহে বালা", সৰলাৰ দুচকু মুচি দি দৰদী স্বামী ইংৰাজী সাহিত্যৰ অধ্যাপক সুবিমল দলেই মৰমসনা মাতেৰে ক'লে, "কিমান দিন বাৰু এইদৰে দুখ কৰি দেহাটো ভাঙি পেলাবা । চোৱাচোন, তোমাৰ সুন্দৰ চেহেৰা আৰু সবল স্বাস্থ্যটোৰ কেনেদৰে অৱনতি ঘটিছে । হঠাতে যেন তুমি বয়সীয়াল হৈ গলা বালা ।"

"নাই নাই, তুমি এনেয়ে বেচি চিন্তা কৰিছা বিমল ।" স্বামী সুবিমলৰ তাইৰ চকুলোৰে ভিজা সৌহাতখন বুকুত দুহাতেৰে হেঁচি ধৰি সৰলাই ক'লে, "মই ঠিকেই আছোঁ বুজিছা । চব ঠিকেই আছে । কোনে ক'লে তোমাক মই ভাগি পৰিছোঁ বুলি ?"

"মই চব বুজো জানা বালা", সুবিমলে ধীৰ কণ্ঠে ক'লে, "তোমাৰ মনৰ জ্বালা, ক্ষোভৰ যন্ত্ৰণা আৰু বঞ্চনাৰ বেদনা কি মই বুজা নাই বালা ? মোক তুমি ইমান অনুভূতিহীন বুলি নেভাবিবা বুজিছা । মোৰ অৰ্দ্ধাঙ্গিনীৰূপে তোমাৰ বুকুত জ্বলি থকা ক্ৰোধ আৰু বেদনাৰ জুইকুৰাৰ উত্তাপে মোৰ সৰ্বাঙ্গকেই দহি আছে বালা । ময়ো জ্বলি আছো অসহায় আৰু উপায়হীনভাৱে ।"

"শুনি বৰ সুখী হলো বিমল, মোৰ আদৰৰ বিমল । মোৰ অৰ্ন্তদাহৰ আত্মিক অংশীদাৰী তুমি মোৰ নিচেই কাষতেই আছা বাবেই সান্ত্বনা, সাহস আৰু মনোবল

পাইছো । নহলে হয়তো মই ধৈৰ্য্যচ্যুত হলোহেঁতেন । ভাগি পৰিলোহেঁতেন আৰু হয়তো আনকি আত্মহত্যা...”

“আৰু নকবা, আৰু নকবা বালা”, সবলাৰ মুখ দুহাতেৰে বন্ধ কৰি সুবিমলে ব্যাকুলভাৱে চিঞৰি বাধা দি ক'লে, “তুমি কিয় তেনে কথা উচ্চাৰণ কৰিছা ? অতবোৰ অজ্ঞ-অন্ধ-ধনবাজৰ সশস্ত্ৰ অপ্ৰতিৰোধ প্ৰতিবন্ধকৰ সন্মুখত তুমি কি কৰিব পাৰা । তদুপৰি তুমি হ'লা দুৰ্বল নাৰী তাতে অন্য সম্প্ৰদায়ৰ । কিন্তু মই কি কৰিব পাৰিলো ? মইতো পুৰুষ, একে সম্প্ৰদায়ৰে পুৰুষ । তথাপিতো মই হৈ পৰিলো বৃহন্নলা । বস্ত্ৰহৃতা পাঞ্চালীৰ সন্মুখত নতশিৰে বৈ থকা পঞ্চপাণ্ডৱৰ দৰে মই হলো ভীৰু-কাপুৰুষ । মই কি গৰ্জি উঠিব নেলাগিছিল ব্ৰহ্মপুত্ৰৰ গৰ্জনৰ দৰে, লুইতৰ প্ৰচণ্ড ঢৌৰ দৰে ? সোৱণশিৰিৰ চাকনৈয়াৰ দৰে ? মোৰ দেহৰ তুচ্ছ মায়া আৰু ক্ষুদ্ৰ সন্মানৰ বাবেই সকলো নীৰবে সহ্য কৰি নিৰ্বাক প্ৰস্তৰ মূৰ্ত্তিৰ দৰে সিহঁতৰ বৰ্বৰতাক চাই থাকি অন্যায় কৰা নাইনে বালা ? মোৰো বৰ আত্মধিক্কাৰ হৈছে জানা বালা । কেতিয়াবা মন যায় যেন বিদ্ৰোহী হৈ গুছি যাম ওলাই ।”

“তুমিও তেনে চৰম কথা উচ্চাৰণ নকৰিবা বিমল”, সবলাইও বাধা দি কয়, “তোমাক মই অলপো দোষাৰোপ কৰা নাই বুজিছা । তেনে যুক্তিহীন অমানবীয় অন্ধ উন্মাদনাৰ সন্মুখত তুমিনো কি কৰিব পাৰিলাহেঁতেন ? তুমি তেনে বৰ্বৰতাৰ সক্ৰিয় বিৰোধিতা কৰা হলে তুমিও হয়তো ৰক্ষা নেপালেহেঁতেন । সুস্থশৰীৰে হয়তো বাচি আহিব নোৱাৰিলাহেঁতেন । মই যেনিবা নাৰী বাবেই, তাতে অন্য সম্প্ৰদায়ৰ পৰা অহা নাৰী বাবেই অন্ততঃ ৰক্তাক্ত দেহেৰেই হয়তো জীৱন বচাই আহিব পাৰিলো । নাই নাই বিমল, মোৰ জীউটো, তুমি ঠিকেই কৰিছা । অন্ততঃ তুমি নিষ্ক্ৰিয় প্ৰতিৰোধ আৰু নৈতিক প্ৰতিবাদ কৰি আছা । তাৰ বাবেই মই দৈহিক মানসিক নৈতিক আশ্ৰয় তোমাৰ পৰা পাই আছো । অন্যথাই মোৰ কি অবৰ্ণনীয় অৱস্থা হলহেঁতেন ভাবি চোৱাচোন মোৰ মৰমৰ বিমল । তুমিওতো সিহঁতৰ দৰেই মোক নিৰাশ্ৰয় কৰি তোমাৰ আপোন সম্প্ৰদায়ৰ গৰিষ্ঠ সংখ্যকৰ লগতেই থাকিব পাৰিলোহেঁতেন ।”

“তেনে নিষ্ঠুৰ কথা তুমি কেনেকৈ ভাবিব পাৰা বালা ?” সুবিমলে সবিস্ময়ে প্ৰশ্ন কৰে, “মই হলো এজন উচ্চ শিক্ষিত অধ্যাপক । প্ৰাচ্য-পাশ্চাত্যৰ সাহিত্য-সংস্কৃতি-সভ্যতা আৰু ইতিহাস বিজ্ঞান মোৰ জনা আছে । তাতে মোৰ আছে আদৰ্শজ্ঞান বিবেক-বিবেচনা আৰু কাণ্ডজ্ঞান । তেনেক্ষেত্ৰত মই অন্ধ গৰিষ্ঠতাৰ গড্ডালিকা প্ৰবাহত উঠি যাব পাৰো বুলি তুমিনো কেনেকৈ ভাবিব পাৰিলা বালা ।”

“তুমি মোক বেয়া নেপাবা বিমল”, বিমলৰ চুলিত আঙুলি ফুৰাই সবলাই কোমল কণ্ঠেৰে আব্দাৰ কৰি ক'লে, “মোৰ অস্পৰ্দ্ধা হ'লে মাফ কৰি দিবা বিমল মোৰ সোণটো । আচলতে মাজে মাজে কঠোৰ সংঘাতত মই সামান্য হলেও বিচলিত হৈ

পৰিছো বুইছা । গতিকে হয়তো সামান্য ধৈৰ্য্যচ্যুতা হৈছো । তথাপি আপোন সততাৰে মই দৃঢ়বিশ্বাস কৰো যে সত্য, ন্যায় আৰু ঔচিত্যৰ প্ৰতি তোমাৰ প্ৰগাঢ় আস্থা নিষ্ঠা আৰু বিশ্বাস আছে । সেয়ে তুমি মোৰ কাষত সৰ্বত্ৰেই আছা যাৰ বাবে পানীত পৰা মানুহে তৃণ কুটাকে ধৰি আশ্ৰয় লোৱাৰ দৰে তোমাকেই আশ্ৰয় কৰি মই বাচি আছো আৰু বাচি থাকিম বুলি মোৰ দৃঢ়বিশ্বাস ।"

"কাৰণ তুমি যি ভাবিছা, বিশ্বাস কৰিছা সেই সকলোবোৰ শুদ্ধ, সত্য আৰু উচিত বুলি মোৰ দৃঢ় আস্থা আছে । অপ্ৰিয় সত্যৰ সন্মুখীন হৈ তুমি সাংঘাতিকভাৱে আক্ৰান্ত হ'লেও কালিলৈ যে তুমি জয়ী হ'বাই আৰু তোমাৰ অভিযানে বাস্তৱত প্ৰতিষ্ঠিত হ'বই তাকো মই জানো । গতিকে মোৰো তোমাৰ প্ৰতি পৰামৰ্শ যে ধৈৰ্য্য-সাহস-সহনশীলতা আৰু মন্থৰগতিৰে তুমি অগ্ৰসৰ হোৱা, মোৰ সমাজৰ আৰু ভাবীকালৰ সমৰ্থন তুমি এদিন পাবাই ।"

"তোমাক যে কি বুলি শলাগণি দিওঁ মোৰ ভাষা নাই বুজিছা মোৰ চেনেহৰ বিমল ।", অতি কৃতজ্ঞকণ্ঠেৰে সৰলাই ক'লে ।, "তুমি এতিয়া ওলোৱা । তোমাৰ কলেজৰো সময় হ'ল । পানেইকো লৈ যাব লাগে নহয় । অন্যথাই দুয়োৰেই পলম হৈ যাব ।"

"যাওঁ সোণজনী । কিন্তু তোমাৰ এই ডাৱৰসিক্ত মুখ চাই নহয় । ডাৱৰৰ মাজৰ পৰা ওলোৱা বিজুলীৰ চমকনিৰ দৰে তোমাৰ সুন্দৰ মুখৰ হাঁহিভৰা চুমা এটাৰ উপহাৰ লৈহে মই যাম ।"

সৰলাৰ মুখখন সঁচাকৈ ফৰকাল হৈ পৰিল । এক ইষৎ হাঁহি তাইৰ মুখত ভাহি উঠিল । সুবিমলক এটা চুম্বনেৰে সৰলাই বিদায় দিলে ।

সুবিমলে স্কুটাৰত উঠাই পানেইক লৈ ৰাজপথেদি আগবাঢ়ি গ'ল । স্কুটাৰৰ পৰা ওলোৱা ধোঁৱাৰ দৰে সৰলাৰ মনৰ দুচিন্তাবোৰো ক্ৰমে যেন হ্ৰাস পাবলৈ ধৰিলে । স্কুটাৰে উৰোৱাই যোৱা ধুলিৰ দৰে তাইৰ বুকুৰ বেদনাবোৰো যেন কৰ্পূৰত পৰিণত হ'বলৈ ধৰিলে । এতিয়া আৰু কোনোবা শব্দযন্ত্ৰৰ তৰাবতী-বীতাইতৰ হিয়াগলা ঐনিতমৰ সুৰ ভাহি নহা হ'ল । অহা হ'ল কোনো পুৰণি হিন্দীগীতৰ - হয়তো হেমন্ত মুখাৰ্জীৰ সেই দীপ্তসুৰ - "সুৰজ তুম জলতে ৰহো" আৰু কোনো গ্ৰামোফোন ৰেকৰ্ডৰ পুৰণি গীতৰ সুৰ - "অ' বেলি ক'তে পালি কেচা সোণৰ হাঁহিটি"

বেলিটোৱে সঁচাকৈয়ে সৰলালৈ চাই মিচিকি হাঁহিলে ।

# দুই

সৰলাই মুঠেই সন্মতি দিব পৰা নাছিল । সেইটো কেনেকৈ হ'ব । তাইৰ জন্ম শৈশৱ কৈশোৰ-যৌৱন-শিক্ষা-সমাজ-সংস্কৃতিৰ লগত কোনো সম্পৰ্ক নোহোৱা প্ৰতিবেশী জনজাতি সম্প্ৰদায়ৰ লগত তাইৰ জীৱনটো কেনেকৈ সাঙুৰি দিব ? সম্পূৰ্ণ অনভ্যস্ত সম্প্ৰদায় এটাৰ ৰীতি-নীতি আচাৰ-বিচাৰ, আদব-কায়দা, বিশ্বাস-অবিশ্বাসৰ লগত ওৰে জীৱন তাই কিদৰে সংমিশ্ৰিত কৰি দিব ?? গোটেই জীৱন মিলিব আৰু মিলাব নোৱাৰা অৱস্থাৰে সৰলাই শান্তিৰে কটাব পাৰবনে ? বিশেষকৈ যি জনজাতি মিছিং সম্প্ৰদায়ৰ ভাষাটো (দোবান) সৰলাই বুজি নেপায় সেই জনজাতি গোষ্ঠীৰ লগত তাইৰ দেহ-মন জীৱন-যৌৱন স্বপ্ন-কল্পনা আশা-বাসনাবোৰ কিভাবে মিলাই দিব ? নাই নাই, এনে প্ৰস্তাৱ তাই গ্ৰহণ কৰিব নোৱাৰে, নোৱাৰে সৰলাই এনে এটা অনিশ্চিত আৰু জটিল পথত ভৰি দিব ।

এটা স্বচ্ছল মধ্যবিত্ত আহোম সম্প্ৰদায়তেই সৰলা অৰ্থাৎ সৰলা গগৈৰ জন্ম লালন আৰু পালন । উচ্চ মধ্যবিত্ত অভিজাত সুলভ আদব কায়দাৰেই তাই ডাঙৰ দীঘল হৈছে । কোনো অভাৱ অসুবিধা আৰু যাতায়ত যোগাযোগৰ অসুলতাত সৰলাই কষ্ট ভোগী পোৱা নাই । মফঃস্বলীয় টাউন হ'লেও আঁহতগুৰিত তাই প্ৰায়বোৰ আধুনিক সুযোগ সুবিধাই পাই আহিছে । গাড়ী ঘোঁৰা বিজুলি টেলিফোন বাতৰি ৰেডিঅ' টিভি আদি সকলো আধুনিক যান্ত্ৰিক ব্যৱস্থাই আঁহতগুৰিত সুলভ । প্ৰায়েই বানে ধুই থকা সোণজিৰি নামৰ ঠাইৰ ঘুকোট জনজাতিৰ গাৱঁত সৰলাই কিদৰে জীৱন কটাব ! কটন কলেজৰ পৰা সুখ্যাতিৰে বি. এ. পাছ কৰি সৰলাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া সাহিত্যত সুখ্যাতিৰে স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে । সাহিত্য চৰ্চ্চাটো তাইৰ নাম আছে । অতি সহজেই তাই চাকৰি এটা পাই যাব পাৰে । পিছে মাৰ্ক্সবাদৰ প্ৰভাৱত পৰি সৰলাই কিছু সামাজিক ৰাজনৈতিক আৰু সাংস্কৃতিক কাম-কাজত ব্যস্ত থকাত তাই চাকৰিৰ চিন্তাই মনলৈ অহা নাই । চাকৰি কৰাৰ প্ৰয়োজনো সৰলাই বিশেষভাৱে অনুভৱ কৰা নাই । কাৰণ ঘৰত সিহঁতৰ কোনো আৰ্থিক অভাৱো নাই আৰু বিগ্নাৰ বজাৰত দাম বঢ়াবলৈও তাইৰ বাবে চাকৰি এটাৰ প্ৰয়োজন নাই । এতিয়া সৰলাক লাগে মাথোন এটি মুকলি জীৱন আৰু যথেষ্ট আজৰি সময় যাতে তাই গাৱেঁ-নগৰে ঘূৰি ফুৰিবলৈ আৰু সাহিত্য সংস্কৃতি চৰ্চ্চা কৰিবলৈ পৰ্য্যাপ্ত সময় আৰু সুযোগ পায় ।

সঁচা কথা ক'বলৈ গলে ভৰ যৌৱনা, উচ্চশিক্ষিতা আৰু উদাৰ সৰলা গগৈৰ এটা মুক্ত স্বচ্ছল-স্বাচ্ছন্দ জীৱনেই চলি আছিল । এটা সৃষ্টিশীল আৰু সমাজ সচেতন জীৱনেই তাই গঢ় দিয়াৰ সাধনা কৰিছিল । এই ক্ষেত্ৰত তাই বহুখিনি সফলো হৈছিল । অৱশ্যে যৌৱন আহিলেও প্ৰেমৰ আবেগেৰে দেহ-মন সৰব হৈ থাকিলেও আৰু বহুতো ডেকাই তাইৰ জীৱনত ভুমুকি মাৰিলেও সৰলাই সেইবোৰলৈ বিশেষভাৱে ভ্ৰূক্ষেপ কৰা নাছিল । কাৰণ তেনেবোৰ আনুভূতিক চাহিদা পূৰোৱাৰ বাবে তাইৰ সময়

অৱকাশো নাছিল । সৰলাই বিচাৰিছিল তাই সমগ্ৰ দেহ-মন-প্ৰেম-ৰোমাঞ্চ সমাজ জীৱনত আৰু শিল্প সাহিত্যত ঢালি দিবলৈ । পৰৰ বাবে কান্দিব পাৰিলে কান্দোনটো সুখ পায় বোলা দৰ্শনত তাই দৃঢ় বিশ্বাসী । এনে উদাৰ দৰ্শন সৰলাই তাইৰ আদৰ্শবাদী দেউতাকৰ পৰাই পাইছে । দেউতাক অখিল গগৈ অতি জনাজাত শিক্ষাবিদ, সমাজকৰ্ম্মী আৰু সংস্কৃতিবিদ লোক । আধুনিক আঁহতগুৰিৰ তেওঁক পিতৃ আখ্যাই দিব পাৰি । কাৰণ অঞ্চলটোৰ প্ৰথমখন হাইস্কুলৰ প্ৰধান শিক্ষক হৈ তেৱেঁই প্ৰতিষ্ঠা কৰাত নেতৃত্ব লৈছিল । পিছলৈ সেইখন আঁহতগুৰি হাইস্কুলক উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত কৰি অখিল গগৈও অধ্যক্ষৰ পদলৈ উন্নীত হয় । তাৰ পিছত আৰু অখিল গগৈৰ সমাজ গঢ়াৰ অবিৰাম অভিযান অব্যাহত থাকিল । আঁহতগুৰি কলেজ, ছোৱালী হাইস্কুল, ৰাজহুৱা ভৱন, ক্ৰীড়াঙ্গন, ধৰ্ম্মাশ্ৰম আদি অখিল গগৈৰ নেতৃত্বতেই গঢ়ি উঠিল । চুটি চাপৰ তীখৰ বুদ্ধিদীপ্ত এই মানুহটোৱে জিৰণি বুলি একো কথা চিনি পোৱা নাছিল । টাকুৰীৰ দৰে ঘূৰিব পৰা এই মানুহজনৰ অগম্য অকথ্য অকৰণীয় আৰু অদেয় বুলি একো কথা নাছিল । সকলো সময়তে আখৈ ফুটাৰ দৰে ফুটি থাকে মুখৰ ভাষা । বৃহত্তৰ স্বাৰ্থত কাৰোবাৰ ভৰিত ধৰা অথবা প্ৰয়োজনত কোনোবাক ধমক দিয়া আদি সকলো কৌশলতেই অখিল গগৈ সৰ্বদাই সুদক্ষ আছিল । ফলত চৰকাৰী-বেচৰকাৰী সকলো ধৰণৰ দাবী আদায়তেই অখিল গগৈ সিদ্ধহস্ত আছিল আৰু তেওঁ প্ৰায়েই সফলো আছিল ।

সেইজন আঁহতগুৰি নিৰ্মাতা সফল সমাজনেতা অখিল গগৈৰ দুহিতাৰূপে সৰলা গগৈও সম্পূৰ্ণ ভাগ্যশীলা সুখী আৰু সন্তুষ্ট । তেনে এজন কুশলী পিতৃৰ সন্তান হৈ তাই আনকি গৌৰৱশালীও । গতিকে সুযোগ্য পিতৃৰ সুযোগ্য কন্যাৰূপে নিজকে গঢ় দিবলৈ মাক নিবেদিতাই উপদেশ দিলে -

"চা সৰু, দেউতাৰৰ নাম তই ৰাখিব লাগিব । দেউতাৰ সুযশ তই ৰক্ষা কৰিব নোৱাৰিলে মোৰেই বদনাম হ'ব । সমাজে মাতৃৰূপে তোক গঢ়িব নোৱৰা বাবে মোকেই দোষাৰোপ কৰিব । সিংহৰ ঘৰত সিংহৰ জন্ম হোৱাই নিয়ম হ'ব লাগে বুজিছ ।"

"তই মোক দেখা নাই সৰু ।", দেউতাক অখিল গগৈয়েও মাজে মাজে তাইক সদুপদেশ দি কয়, "আজিকালি ল'ৰা-ছোৱালী বুলিনো কি কথা আছে । ইচ্ছা, আত্মবিশ্বাস আৰু সাহস হলেই পুৰুষ-নাৰী উভয়েই সমানেই অসাধ্য সাধন কৰিব পাৰে । সমাজৰ লগত নিজকে একাত্ম কৰিবলৈ শিক । দেখিবি মনৰ শঙ্কা-সংকীৰ্ণতা আৰু নীচতা আদি সকলো নোহোৱা হৈ যাব ।"

"তয়ো দেউতাৰাৰ প্ৰকৃত উত্তৰাধিকাৰিনী হ'ব লাগিব সৰু", মাকে কেতিয়াবা সৰলাক উপদেশ দি কয়, "দেউতাৰক সহযোগ দিওঁতেই মোৰ জীৱনৰ সৰহকাল গ'ল । দেউতাৰাৰ সফলতাৰ আঁৰত থকা মোৰ নাম কোনেও নললেও সকলোৱেই নিশ্চয় নীৰবে স্বীকাৰ কৰে । তই পিছে সমাজ জীৱনৰ সন্মুখলৈ আহিব লাগিব । মেট্ৰিকলৈকে পঢ়াতেই শিক্ষা সাং হোৱা তোৰ মাৰাওঁকৈ উচ্চতম শিক্ষা সংস্কৃতি

আৰু পৰিবেশৰ সকলো সুযোগ সুবিধা পোৱা তই উজ্জ্বলি উঠিব লাগিব । দেউতাৰাৰ দৰে তয়ো আঁহতগুৰিৰ স্থপতিবিদ হ'ব পাৰিব লাগিব ।"

"তোমালোকৰ সুউচ্চ প্ৰত্যাশাৰ কথা মই বুজি পাওঁ মা" অনেক সময়ত মাতৃ নিবেদিতা আৰু পিতৃ অখিল গগৈৰ উপদেশৰ প্ৰত্যুৎত্তৰত সবলাই বিশেষকৈ মাকৰ কথাৰ উত্তৰ দি কয় - "কিন্তু মই কেৱল আহোপুৰুষাৰ্থ কৰিব পাৰো আৰু কিছু প্ৰতিশ্ৰুতিহে দিব পাৰো । তথাপি এইখন জটিল জগতৰ ততোধিক জটিল সমস্যাৰ সন্মুখত ভৱিষ্যতৰ নিশ্চয়তা কেনেকৈ দিম ? তথাপি আপোন দুহিতাৰ ওপৰত তোমালোক নিশ্চয় আশ্বস্ত হৈ থাকিব পাৰা ।"

"আমাৰ আপোন তেজ মাংসৰ ওপৰত আমাৰ নিশ্চয় আস্থা আৰু বিশ্বাস আছে সৰু ।" মাতৃ নিবেদিতাই কিছু স্বস্তিৰে কয়, "সেয়ে তোক মাজে মাজে সোঁৱৰাই আছো ।"

"পিছে মা, মোক দূৰলৈ বিয়া দিলে অথবা ময়েই দূৰলৈ বিয়া হৈ বা চাকৰিৰ দায়ত যাব লগা হলে দেউতাৰ নিৰ্ম্মাণভূমি আঁহতগুৰিক আৰু সেৱা কৰিবলৈ নেপাম । তেতিয়া পিছে কি হ'ব মা ?"

"কথাটো অৱশ্যে হয় সৰু" নিবেদিতাই কিছু চিন্তিত সুৰত ক'লে, "দেউতাৰৰ কৰ্ম্মভূমিতেই তোৰো স্থায়ী স্থান এটা নহ'বনে ? তথাপি তই বাধ্যত পৰি আঁহতগুৰি এৰি যাবলৈ বাধ্য হ'ব লগা হ'লে সেই ঠাই নিৰ্ম্মাণতো তই দেউতাৰৰ ভূমিকাই গ্ৰহণ কৰিব লাগিব । কথাতে কয় বোলে যি গাম পৰ্বততো গাম - ভৈয়ামতো গাম ।"

আচৰিত জনকভাৱে সবলাই আঁহতগুৰি এৰি যাব লগা প্ৰস্তাৱ এটা দেউতাকেই পোনপ্ৰথমে দিলে । তদ্ৰূপভাৱে মাকে 'পৰ্বততো গাম ভৈয়ামতো গাম' হ'বলৈ দিয়া উপদেশৰেই আক্ষৰিক প্ৰতিফলন স্বৰূপে আঁহতগুৰিৰ গাম অখিল গগৈৰ সুযোগ্য কন্যাক মিছিং সম্প্ৰদায়ৰ অধ্যুষিত সোণজিৰিৰ গাম হ'বলৈ যোৱাৰ বাবে প্ৰস্তাৱ সবলাৰ স্বয়ং পিতৃয়েই আগবঢ়ালে । অৰ্থাৎ সবলাক সোণজিৰিৰ সুবিমল দলৰ লগত বিয়া দিবলৈ দেউতাকে মনস্থ কৰিলে । আঁহতগুৰি কলেজৰ ইংৰাজীৰ অধ্যাপক আদৰ্শবাদী ডেকা আৰু বিশিষ্ট বুদ্ধিজীৱি সোণজিৰিৰ বাসীন্দা সুবিমল দলৰ লগত সবলাৰ বিবাহৰ সিদ্ধান্ত কৰি পিতৃ অখিল গগৈয়ে সবলাৰ সন্মতি বিচাৰি দাবীদাৰ হৈ কলে -

"তই মোৰ কথা ৰাখিব লাগিব আই । মোৰ মান-সন্মান তই বচাব লাগিব । মই ইতিমধ্যেই কথা দি পেলাইছোৱেই । তই মোক সমাজত অপদস্থ কৰিব নোৱাৰ সৰু ।"

"কিন্তু মইতো সৰু ছোৱালী নহওঁ দেউতা, মইতো পৈনত বয়সৰ ছোৱালী । মোৰোতো ভাল-বেয়া, ইচ্ছা-অনিচ্ছা আৰু মত-অমতৰ কথা আছে ।" সবলাই প্ৰতিবাদ কৰি কলে, "তেনেক্ষেত্ৰত মোৰ সন্মতি নোলোৱাকৈ আপুনি কিয় ইমান আগবাঢ়িলে ?"

"তোৰ কথা সঁচা আই, মই তোৰ সন্মতি লব লাগিছিল" অখিল গগৈয়ে সামান্য

দুখ প্ৰকাশ কৰি কলে, “পিছে সুবিমল নামে কামেই ভাল ল’ৰা আৰু তয়ো এজনী সৎ আৰু আদৰ্শবান ছোৱালী । এনেক্ষেত্ৰত সুবিমলক বিয়া কৰোৱাত তোৰ দেখোন আপত্তি থাকিব নালাগে ।”

“কিন্তু দেউতা, এটা বেলেগ জনজাতি সম্প্ৰদায়ৰ লগত সেই সম্প্ৰদায়ৰ কোনো আওভাও নুবুজাকৈ মই কেনেকৈ বিয়াত সোমাম ?” সৰলাই সজোৰ আপত্তিৰে প্ৰশ্ন কৰিলে, “মইতো এনে কথা কেতিয়াও ভবা নাই । গতিকে আপুনি এনে আশা এৰি পেলাওক দেউতা । মই এনে প্ৰস্তাব গ্ৰহণ কৰিব নোৱাৰো ।”

“তাই ঠিকেই কৈছে বুইছে” মাতৃ নিবেদিতাইও সৰলাক সমৰ্থন কৰি ক’লে, “একমাত্ৰ জী জনীক আঁহতগুৰিৰ পৰা খেদোৱাৰ প্ৰস্তাৱ বন্ধ কৰক । নহ’লে ফলাফল সিটো বিপৰীত হ’ব ।”

“তুমিও তাইৰ লগত যোগ দিলা নেকি নিবেদিতা ?” অখিল গগৈয়ে ঈষৎ শ্লেষেৰে প্ৰশ্ন কৰিলে, “শুনা, পিতৃ হৈ সমগ্ৰ আঁহতগুৰিৰে জন্মদাতা হৈ মই জানো আমাৰ একমাত্ৰ জী জনীৰ অহিত চিন্তিছো ? তেনে কথাও কি তোমালোকে ভাবিব পৰা হ’লা ? কথাতে কয় যে পানী সকলো পাত্ৰৰে ৰঙৰ লগত মিলি যাব পৰাৰ দৰে তিৰোতাইও যেই কোনো পৰিবেশৰ লগত মিলি যাব পাৰে । প্ৰকৃতিয়ে তিৰোতাক সেইখিনি শক্তি দিছেই ।”

“আপুনি বৰ সহজ সমীকৰণ কৰা যেন লাগিছে দেউতা !” সৰলাই দেউতাকক কথাৰ মাজতে হস্তক্ষেপ কৰি মন্তব্য প্ৰকাশ কৰিলে, “আপুনিও তেনেহ’লে সমাজৰ তৰল জনপ্ৰিয় পৰম্পৰাত বিশ্বাস কৰে । শুনি আচৰিত হ’লো ।”

“ইমান তৰল মন্তব্য তয়ো নকৰিবি সৰু ।” অখিল গগৈৰ মুখত এইবাৰ - ভালেখিনি ৰুক্ষতা প্ৰকাশ পালে, “তই জনা উচিত যে মানুহ বহু ক্ষেত্ৰত পৰিবেশৰ দাস হ’লেও মানুহেই নতুন পৰিবেশৰ সৃষ্টি কৰে । অসভ্য, বৰ্বৰ সমাজ আৰু হিংস্ৰ প্ৰকৃতিক কোনে সুসভ্য কৰিলে ? মানুহেই নহয়নে ? তেন্তে তই সোণজিৰি অনগ্ৰসৰ মিছিং সমাজৰ লগত মিলি কিয় এক নতুন পৰিবেশৰ সৃষ্টি কৰিব নোৱাৰিবি ? মানুহৰ বাবে অসম্ভৱ বুলি কি কথা আছে ?”

“কিন্তু আপুনি কিয় মোক এনে বিপদ সঙ্কুলতাৰ সন্মুখীন হ’বলৈ ঠেলি দিব খুজিছে দেউতা ?” সৰলাই পূৰ্ব্ববৎ প্ৰতিবাদৰ সুৰতেই প্ৰতিবাদ কৰিলে “ মোৰ দৰে সামান্য ছোৱালী এজনীয়েনো সোণজিৰি বিশাল অনগ্ৰসৰতাৰ মাজত কি কৰিব পাৰিম ? অনাহক মই হেৰাই নেযামনে ?”

“তাই ঠিকেই কৈছে বুলি মোৰো বিশ্বাস” মাতৃ নিবেদিতাইও পুনৰ সৰলাৰ সমৰ্থনত মাত লগালে, “তাইক অনাহক বিপদলৈ কিয় ঠেলি দিব খুজিছা ? আমাৰ কি অভাব আছে ?”

“ছিঃ ছিঃ ছিঃ ! তোমালোক যে ইমান ভীৰু আৰু কাপুৰুষ মই আজিহে বুজি পালো । ধিক্ ধিক্ মোৰ জীৱন । শুনা, তোমালোকৰ জীৱনত কি নতুনৰ বাবে প্ৰত্যাহ্বান

নাই ? নাইনে কোনো চেলেঞ্জ ? মোৰ জীৱনলৈ নোচোৱা কিয় ? গোটেই জীৱনত প্ৰত্যাহ্বান গ্ৰহণ কৰিলো, সফলো হ'লো আৰু এতিয়া আপোন জীক মই প্ৰত্যাহ্বান ল'বলৈ আগবঢ়াই দিব খুজিছোঁ ।"

অখিল গগৈৰ একধৰণৰ আচহুৱা কথাত কিছু ভয়ভীত হৈ স্তব্ধভাৱে সবলা আৰু নিবেদিতাই চালে । হতবাক সবলাক সকাহ দি নিবেদিতায়েই মাত লগালে -

"আপোনাৰ কথা ইমান কঠিন আৰু জটিল সাঁথৰ সদৃশ যে আমি একো বুজিব পৰা নাই ।"

"কিয় নুবুজিবা, বুজিবা, তোমালোকে বুজিবলৈ চেষ্টা কৰা নাই ।", পূৰ্ব্বৎ ৰুক্ষতাৰেই অখিল গগৈয়ে কৈ গ'ল - "আঁহতগুৰি যেতিয়া শুকান মৰুভূমি হৈ পৰি আছিল তেতিয়া মই প্ৰত্যাহ্বান গ্ৰহণ কৰিছিলো আৰু সফলো হৈছিলো । এতিয়া আঁহতগুৰিত মৰুদ্যানৰ সৃষ্টি হৈছে । এইখন ঠাইৰ নিম্নতম চাহিদাখিনি সেয়ে ইতিমধ্যেই পূৰণ হৈ গৈছে । গতিকে এইখন ঠাইত নতুনকৈ চেলেঞ্জ লোৱাৰ আৰু বিশেষ সুকণ্ডা নাই । ফলত আঁহতগুৰিৰ ইতিমধ্যে হৈ যোৱাখিনিৰ ওপৰত চুনকাম কৰা অথবা তাপলি মৰাৰ বাহিৰে নতুনকৈ চেলেঞ্জ লোৱাৰ কোনো অৱকাশ নাই । ইফালে ইয়াৰ পৰা মাথোন এশ মাইল দূৰৰ সোণজিৰি ? অঁ, তাতে সীমাহীন চেলেঞ্জ আৰু অন্তহীন প্ৰত্যাহ্বান পৰি আছে । সেই সসাগৰা চেলেঞ্জ লোৱাৰ গ্ৰহণ কৰিবলৈহে মই আপোন জী সবলাক সোণজিৰিৰ বোৱাৰী কৰি পঠোৱাৰ সিদ্ধান্ত কৰি পেলাইছো ।"

অখিল গগৈৰ অনৰ্গল অবিশ্ৰান্ত বক্তব্য মন্ত্ৰমুগ্ধ লোকৰ দৰে সবলা আৰু নিবেদিতাই শুনি গ'ল যেন বাজীবালাৰ কাষত ভেকুলীলগা সাপ । অখিল গগৈয়েও স্ত্ৰী কন্যাৰ এনে ভেবালগা অৱস্থাৰ আমোদ উপভোগ কৰি শেষ অস্ত্ৰপাত প্ৰয়োগ কৰি ক'লে -

"তোমালোক যদি ভীৰু কাপুৰুষ আৰু স্বাৰ্থপৰ লোক তেন্তে সবলাক এটা দামী চাকৰি লৈ দিওঁ, তাইক এজন কোটিপতিৰ লগত বিয়া দি দিওঁ আৰু এটা অট্টালিকা নিৰ্ম্মাণ কৰাই দিওঁ । তাতে গুহামানুহৰ দৰে সুখ সম্ভোগ বিলাসত তাই মত্ত হৈ থাকক আৰু মাক হৈ তুমি জী-জোঁৱাইৰ সুখ আনন্দ চাই সুখস্বপ্ন দেখি থাকা । কেনে হ'ব কোৱা বালা আৰু নীতা ? বৰ বঢ়িয়া হ'ব নহয়, বৰ ভাল হ'ব নহয়নে ?"

আপোন বিভোৰ প্ৰশ্নাৰ্থক বক্তব্যৰ আমোদত অখিল গগৈয়ে হো-হোৱাই হাঁহিবলৈ ধৰিলে । ধাৰাশায়ী হোৱা সবলা আৰু নিবেদিতা নিৰ্বাক পুতলাৰ দৰে অখিল গগৈৰ ফালে মাথোন ভেবা লাগি চাই থাকিল । কিংকৰ্তব্যবিমূঢ় দুই মহিলাই প্ৰতিবাদ কৰিব নোৱাৰিলে, সমৰ্থনো কৰিব নোৱাৰিলে । অখিল গগৈৰ অনাগত অনিৰুদ্ধ প্ৰত্যাহ্বানত সবলা হোতা হৈ পৰিল আৰু নিবেদিতা হৈ ৰ'ল অসহায় আৰু নিষ্ক্ৰিয় সমৰ্থক ।

# তিনি

অধ্যাপক সুবিমল দলেৰ লগত বিয়াৰ আগতে সৰলাই চিনা পৰিচয়েই নাছিল । মাথোন তেওঁৰ নামহে শুনিছিল আৰু ক'ৰবাত ফটোত আৰু মেলে-সভাই হয়তো তেওঁক দেখিছিল । অবশ্যে সুবিমলৰ কোনো দুৰ্ণাম বা দুৰ্যশ তাই কেতিয়াও ক'তো শুনা নাছিল । গতিকে সুবিমলৰ প্ৰতি সৰলাৰ কোনো অশ্ৰদ্ধাভাৱ জন্মাৰো কোনো কাৰণ নাছিল । সেয়ে বিয়াৰ পিছত সুশ্ৰী সুস্বাস্থ্য সুচৰিত্ৰৰ, উদাৰ আদৰ্শবান সুবিমলৰ লগত স্বামী স্ত্ৰীৰ ৰূপত খাপ খাওঁতে কোনো অসুবিধা নহ'ল । তাতে সুবিমল সৰলা উভয়ৰে জাত-কুল-সম্প্ৰদায়ৰ কোনো সংকীৰ্ণতাও নাছিল । ফলত উভয়ে উভয়ক বুজি পোৱাতো কোনো অসুবিধা নহ'ল । বৰঞ্চ দুয়োৰে স্বামী-স্ত্ৰীৰ সম্পৰ্কৰ গভীৰতাই ক্ৰমে প্ৰেম আৰু ভালপোৱাৰ প্ৰগাঢ়তাও জন্ম দিলে । আজিৰ অত্যাধুনিক যুগতো প্ৰাক বিবাহকালৰ কোনো বুজাবুজি নোহোৱাকৈয়ে হোৱা বিবাহৰ সম্পৰ্কে দুয়োৰে ভাব বিনিময় নকৰাকৈও নেথাকিল-

"আমাৰ বিয়াখন আজিৰ যুগত আচৰিত যেন নেলাগিলনে সৰলা ?" সুবিমলে সুধে । সৰলাইও একেধৰণৰ ঐচুক্যৰেই প্ৰতিপন্ন কৰে -

"কি কি কাৰণত বাৰু তেনে লাগে সুবিমল, কবানে ?"

"এই ধৰা আগতে চিনা-জনা, বুজা-বুজি প্ৰেম-পিৰিতি একো নোহোৱাকৈয়ে অথবা তোমাৰ দৰে বিখ্যাত জননেতাৰ অভিজাত পৰিয়ালৰ কন্যাৰ মোৰ দৰে ঘুকোট গাৱঁৰ অনগ্ৰসৰ জনজাতিৰ লোকলৈ বিয়া দিয়া - ইত্যাদি কাৰণত ।" সুবিমলে প্ৰায় পাতল সুৰতেই উত্তৰ দিয়ে ।

"মই পিছে আমাৰ বিয়া হোৱাৰ বাবে অস্বাভাৱিকতাৰ কাৰণ আন কিছুমানো থকা বুলি ভাবো ।" সৰলাইও স্বাভাৱিক সুৰতেই কৈ যায়, "এই ধৰা, মা-দেউতাইঁতৰ কথাতেই তেহানিৰ মান্ধাতা যুগৰ ডেকা-গাভৰুৰ দৰে আমি বিয়াত সন্মতি প্ৰদান কৰিলো আৰু আমাৰ মা-দেউতাইঁতেও কিবা এটা আদৰ্শৰ তাড়ানাত আমাৰ বিয়া পাতিবলৈ উৎসাহিত হোৱা বাবে - ইত্যাদিবোৰ কাৰণত ।"

"সেই হৈ যোৱা কথা বাৰু বাদ দিয়া সৰলা ।" সুবিমলে প্ৰসঙ্গ বদলাবলৈ চেষ্টা কৰি ক'লে, "মোৰ লগত বিয়া হোৱাতো তোমাৰ বাবে দুৰ্ভাগ্য বুলি ভাবা নেকি ?"

"মুঠেই নাভাবো ।" সৰলাই তপৰাই উত্তৰ দি ক'লে, "প্ৰথমে দুৰ্ঘটনা অথবা অপঘটনা বুলি ভাবিছিলো যদিও এতিয়া তোমাৰ আচল পৰিচয় পাই ক্ৰমে আমাৰ বিয়াখন স্বাভাৱিক ঘটনা বুলিয়েই এতিয়া গ্ৰহণ কৰিছো । প্ৰথমে সেয়া দুৰ্ভাগ্যজনক বুলি ভাবিছিলো যদিও তোমাৰ স্বৰূপ বুজি পাই আমাৰ বিয়াখন এতিয়া সৌভাগ্যবশতঃ হোৱা বুলিয়েই ক্ৰমে এতিয়া ভাবিবলৈ লৈছো । পিছে সুবিমল মোক স্ত্ৰীৰূপে পাই

তোমাৰ ভাব কেনে তাক যে নকলা ?"

"আচলতে এই সম্পৰ্কত মোৰ ভাবিবলৈ বা ক'বলৈ বিশেষ একোৱেই নাই ।" সুবিমলেও স্বাভাবিক সুৰতেই উত্তৰ দিলে - "কাৰণ তোমালোকৰ উন্নত পৰিয়ালৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰিবলৈ পাই আৰু তোমাৰ দৰে সুযোগ্য স্ত্ৰী লাভ কৰি মোৰনো দুখৰ হেতু কি থাকিব পাৰে অথবা এয়া মোৰ সৌভাগ্য বুলি নভবাৰো কোনো কাৰণ থাকিব নোৱাৰে । গতিকে এনেকুৱা চিন্তা ভাবনা তোমাৰ মনলৈ ননাই ভাল ।"

"থিক আছে, এইবোৰ অনাহক ভাবনা এৰো বাৰু ।" সবলাই প্ৰসঙ্গ বদলাই আৰম্ভ কৰিলে - "স্বাভাবিক প্ৰিয়তম দম্পতিৰূপে আঁহা, আমাৰ সম্বোধন শ্ৰুতিমধুৰ কৰো । মই বাৰু তোমাক আজিৰ পৰা কেৱল 'বিমল' বুলি সম্বোধন কৰি 'সু' উপসৰ্গটো বাদ দিম । তুমি বাৰু মোক কি বুলি সম্বোধিবা ?"

"বালা' মধুবালা, সৰলবালা, প্ৰিয়বালা ইত্যাদি" সুবিমলে চমু উত্তৰ দিলে ।

উভয়ে প্ৰাণখুলি হাঁহিলে ।

বিয়াত ন-কন্যাৰূপে সবলাক সুবিমলৰ নিজা ঘৰ সোণজিৰিলৈ নি সুবিমলহঁতৰ মূৰংঘৰত উঠালেগৈ । জীৱনৰ কোনো দিনেই মূৰং ঘৰত থাকি নোপোৱা সবলাই গোটেই নিশাটো চাংঘৰৰ টিকাইৰ (জুইশালৰ) কাষতেই জোপোকামাৰি বহি থাকিল । নেলেপা বাঁহৰ বেৰৰ মাজেদি সৰকি অহা লুইতৰ ঠাণ্ডা বতাহ, মূৰংঘৰৰ তলৰ বাঁহৰ সেৰেঙা কামিৰ মাজেদি পেলাই দিয়া পানী চুৰাভাত আৰু মদপানী খাবলৈ অহা গাহৰি কুকুৰাৰ ঘেক্‌ঘেক্ কক্‌কক্ চিঞৰ, সিহঁতে খাই উজাৰি দিয়া এই মিশ্ৰিত দ্ৰব্যবোৰৰ পৰা ভাহি অহা একোটা দুৰ্গোধ্য এই আটাইবোৰ মিলি সবলাৰ খিন খিন বমি বমি বিতৃষ্ণাৰ ভাব হ'ল । তদুপৰি তাইৰ ওবেজীৱনৰ আত্মীয় বগুহ হ'বলগা হোৱা মানুহবোৰৰ ভাষাৰ সামান্যতমো বুজি নেপাই সবলাৰ নিজকে আঁকৰি আঁকৰি যেন লাগিল । এওঁলোকে বাৰু তাইৰ বিষয়ে কি বুলি পাতিছে ? বেয়াকৈ নে ভালকৈ ? তাইক সিহঁতে ভেলেণ্ডী আহোমনী বুলি হাঁহিছেনে নাই স্বৰ্গবংশীয়া আহোম ৰাজবংশৰ প্ৰতিভূৰূপে সমীহ কৰিছে ? সবলাৰ বিষণ্ণ চেহেৰাপাতি, মলিন পাণ্ডুৰ মুখ আৰু অজলাহেন ভাব ভঙ্গীবোৰ দেখি তেওঁলোকে উপহাস কৰিছেনে ? নাই সহানুভূতি দেখুৱাইছে ? ইফালে সবলাক মিছিং বোৱাৰী সজাই পিন্ধাই দিয়া এই চিত্ৰ বিচিত্ৰ ৰঙীন কাপোৰবোৰ আৰু মতহা অলঙ্কাৰবোৰে বাৰু তাইক কেনেকুৱা দেখাইছে ? এই নতুন সাজ আৰু অলঙ্কাৰবোৰ অনভ্যস্ততাৰ ফলত চম্ভালিব নোৱাৰা সবলাক প্ৰথমদিনা মেখেলা চাদৰ পিন্ধি হাইস্কুললৈ যোৱা অভজা ছোৱালী যেন লগা নাইনে ?

"হায় বিধি! নিয়তিয়ে ক'লৈ যে তাইক লৈ যাবলৈ ওলাইছে ?" এনেয়ে ঈশ্বৰক বিশ্বাস নকৰা বস্তুবাদী সবলাৰ মুখতো জীৱনৰ পৰিবৰ্তনৰ এনে জটিল সন্ধিক্ষণত

এনে অসহায় চিৎকাৰ বেকত হ'ল । তাই যেন অৰণ্যত বাট হেৰোৱা অজান পথিক অথবা সাগৰত এৰি অহা চৰম নিসঙ্গ আলেকজেণ্ডাৰ চেলকাৰ্ক । তাই যেন শিক্ষা-দীক্ষা জ্ঞান-মগজু বুদ্ধি বৃত্তি থকা স্বত্বেও আজি ভাগ্যৰ এক চৰম বিড়ম্বনাত অন্ধ-বধীৰ বোবা জঠৰ প্ৰাণীলৈ ৰূপান্তৰ হ'ব লগা হৈছে । আঠুৰ মূৰত মুখ গুজি সৰলাই মাথোন ভাবিলে আৰু ভাবিলে, অনিশ্চয়তা আৰু নিৰাপত্তাহীনতাৰ দুৰ্ভাবনাই তাইক উদ্বেলিত কৰি পেলালে ।

সৰলাৰ এনে নিঃসহায় অবস্থাৰ কথা তাইৰ স্বামী সুবিমলে আৰু পিতৃ-মাতৃ অখিল নিবেদিতাই ভালদৰেই বুজি পাইছিল । তাইৰ মানসিক আঘাতৰ এই প্ৰাথমিক অবস্থাৰ নিৰাময়ৰ বাবে সেয়ে তেওঁলোকে সৰলাক কিছুদিন আঁহতগুৰিত ৰখাৰ ব্যৱস্থাৰ কথাই ভাবিলে যাতে তাই নিজকে চম্ভালি সহজ হোৱাৰ সুযোগ পায় । সুবিমলহঁতৰ ঘৰখনেও তেনে কথাত বাধা নিদিলে । কাৰণ তেওঁলোকো ইমান আবৰী আৰু অবুজন নহয় যে পৰিস্থিতিকো বুজি নেপাই ন-বোৱাৰীক ৰাখি থবলৈ আঁকোৰ-গোজকৈ লাগি থাকিব । গতিকে সৰলাক জোঁৱাইৰ গৃহত থ'বলৈ যোৱা পিতৃ অখিল গগৈয়েই প্ৰথমে পৰামৰ্শটো আগবঢ়ালে -

"তই কিছুদিন আঁহতগুৰিতেই থাকগৈ আই সৰু, মনটো অলপ সহজ আৰু প্ৰস্তুত কৰি লগৈ । সুবিমল আৰু তেওঁলোকৰ ঘৰখনেও আপত্তি কৰা নাই ।"

"দেউতাৰে ঠিকেই কৈছে আই ।" মাতৃ নিবেদিতাইও স্বামীৰ কথা সমৰ্থন কৰি মাত লগালে - "কিছুদিন ব'ল আমাৰ লগতে থাকগৈ । জোঁৱাইও থাকিবগৈ । সময়ত তোৰ মনৰ ঘা শুকালে তই সহজ হ'ব পাৰিবি । তেতিয়া অবস্থা চাই ব্যৱস্থা কৰিব পৰা যাব ।"

"মা-দেউতাই ঠিকেই কৈছে সৰলা ।" সুবিমলেও প্ৰস্তাৱটো সমৰ্থন কৰি ক'লে, "তুমিতো জানাই 'টাইম ইজ দি গ্ৰেটেষ্ট হিলাৰ' সময় হ'ল সবাতোকৈ শ্ৰেষ্ঠ উপশমকাৰী শক্তি । গতিকে তুমি তাকেই কৰা । আমাৰ ঘৰো সন্মত । মইতো কলেজলৈ গৈ আঁহতগুৰিত থাকিবগৈ পাৰিম ।"

সৰলা যেন এক মমৰ পুতলা । তাইৰ যেন পঞ্চেন্দ্ৰিয়ই কোনো কামেই কৰা নাই । তাই যেন এতিয়া জীৱনৰ কঠিনতম সন্ধিক্ষণত এই তিনিওজন শ্ৰেষ্ঠতম শুভাকাংক্ষীৰেই হাতৰ পুতলা । সেয়ে পিতৃ-মাতৃ-স্বামীৰ উপদেশ অনুসৰিয়েই কাম কৰা হ'ল । সৰলাক আঁহতগুৰিলৈ নিয়া হ'ল ।

জন্মস্থান পিতৃ-মাতৃৰ গৃহ আৰু স্বামীৰ কৰ্মৰ থলী আঁহতগুৰিত সৰলাই নিজকে দৈহিক-মানসিক আৰু আদৰ্শগতভাৱে প্ৰস্তুত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিলে । অৱশ্যে আঁহতগুৰিত তাইৰ বিবাহৰ সন্দৰ্ভত না-না গল্প-গোজৰ-কুৎসা ৰচনাও নুশুনাকৈ নেথাকিল । সূৰ্য্যৰ মুখতনো কোনে সোপা দিব । কটা মুখ আছে মেলিবই । মানুহে কি

কথা নকয় ; ছাগলীয়েনো কি গছৰ পাত নেখায় ? গতিকে এই আবোল-তাবোল বলকনিবোৰ আৰু ঢাৰিৰ আঁৰত ৰজাৰো চৰ্চা কৰা কাপুৰুষালীবোৰ সবলাই সহজেই গিলি হজম কৰি থবলৈ চেষ্টা কৰি সেইবোৰ এখন কানে শুনি আনখন কানে উলিয়াই দিবলৈ চেষ্টা কৰিলে । তাইাত উৰুলীপুঙা পদূলিসুঙাবোৰে যি বলকে বলকক, সেইবোৰত গুৰুত্ব দি লাভ কি বুলি ভাবি সবলাই সেইবোৰ অনাহক ঘটনাক উৰাই দিবলৈ প্ৰয়াস কৰিলে ।

তথাপি কেতিয়াবা সেই গোজৰবোৰে সবলাৰ কানত থহ্‌ৰ থহ্‌ৰকৈ বিন্ধি যায় । ধোবা ধোবুনীৰ গোজৰ গল্পত স্বয়ং ৰামচন্দ্ৰইও অগ্নি পৰীক্ষাত উত্তীৰ্ণ হোৱা ধৰ্ম্মপত্নী সীতা দেৱীকো বনবাস দিব লগা হোৱাৰ দৰে সেই গোজৰবোৰৰ কিছুমানত কৰ্ণপাত নকৰাকৈ নোৱাৰিলে ।

"অখিল গগৈ এইবাৰ ভোটত উঠিব হবলা । সেয়ে আঁহতগুৰিৰ এডনীয়া নেতা হৈ এতিয়া মিৰিৰ ভোট পাবলৈ একমাত্ৰ ছোৱালীক মিৰিলৈ বিয়া দিছে হব পায় ।"

"এনে এজনী পঢ়া শুনা চিৰি চেহেৰা থকা ভালঘৰৰ ছোৱালীক এনেয়ে মিৰিলৈ নিদিয়ে, কিবা গণ্ডগোল আছে হবলা ।"

"ডালৰ মিৰিৰ ছোৱালী আনি জাত্তত উঠাই বন লগাবহে লাগে, সিইঁতলৈ ছোৱালী দি তললৈ নামেনে । অখিল গগৈৰ নিশ্চয় কিবা মতলব আছে ।"

"মিৰি মৰঙত কিমান থাকিবহে । এদিন ঘূনীয়া হৈ খেদা খাই ঘৰৰ ছোৱালী ঘৰলৈ ঘূৰি আহিবই লাগিব ।"

"সঁচাকৈ প্ৰবাদ বাক্যত ঠিকেই কৈছে - তিৰী-মিৰি-ভাটৌ-কুকুৰৰ আখে নোপোৱা বুলি ।"

উস! অসহ্য, একেবোৰে অসহ্য! এইবোৰ আৰু কিমান সহ্য কৰি থাকিব লাগিব ? নাই নাই! এইবোৰ অসভ্য অভইচ গালি সহ্য কৰি থাকিব নোৱাৰি । অসম্ভৱ, একেবাৰে অসম্ভৱ! তাই আৰু এইদৰে কিমানদিন পলাই থাকিব ? কিমান দিন থাকিব সবলাই এইদৰে পিতৃ মাতৃৰ ছাঁৰ নিৰাপদ দঁবিয়লিত ? স্বামীৰ উদাৰ বিবেচনাৰ অনাহক সুবিধা লাভ কৰি ? তাই নিশ্চয় নিজক কঠিন কৰিব লাগিব, নিজক অচিৰে প্ৰস্তুত কৰিব লাগিব । তাইতো দীৰ্ঘদিন ঠেকছিগা ফুলৰ দৰে, বৃন্তহীন পুষ্পৰ দৰে আলসুৱা আৰু অলস হৈ থাকিব নোৱাৰে । জীৱনৰ কঠিন বাস্তৱ, জটিল পৰিস্থিতিত আৰু অনিশ্চিত ভবিষ্যতৰ তাই সন্মুখীন হ'বই লাগিব । পিতৃ অখিল গগৈৰ সংগ্ৰামী তেজ আৰু মাতৃ নিবেদিতাৰ সংগ্ৰাম সহযোগীমন তাইৰ দেহত আছে । স্বামী সুবিমলৰ উৎসাহী সহযোগিতাও সবলাৰ পাথেয় স্বৰূপ হৈ আছে । তেন্তে সবলাৰ মনত এনে অন্তহীন দ্বিধা কিয় ? সীমাহীন সংশয় আৰু অনিশ্চিত ঠেকগেৰুভাৱে কিয় অবিৰাম

ক্ৰিয়া কৰি আছে ? এক হেমলেটীয় দুদোল্যমানতাৰ তাই অসহায় চিকাৰ কিয় হ'ব লগা হৈছে ?

হয়, এতিয়া সময় আহিছে । পূৱত কুকুৰাই ডাক দিছে, বেলিয়ে ফেঁহুজালি দিছে, বতাহে সুগন্ধিয়াই মাতিছে, নদীয়ে হাতবাউল দিছে আৰু উদিত সময়ে আহ্বান জনাইছে । নাই, সবলাই এতিয়া আৰু গুহামানুহ হৈ নিৰাপদ দূৰত্বত আশ্ৰয় লৈ থাকিব নোৱাৰে । সবলা নিশ্চয় ওলাই যাব, ওলাই যাব তাইৰ বিবাহিত জীৱনৰ কৰ্মস্থলীলৈ । জীৱন এক সংগ্ৰামৰ ক্ষেত্ৰ, গোলাপী শয্যা নহয়, তাকেই সবলাই পাথেয়ৰূপে গ্ৰহণ কৰিব লাগিব । তেহেলৈ লাগে যিয়েই বিপদসংকুলতা নাহক ।

গতিকে পিতৃ অখিল গগৈ, মাতৃ নিবেদিতা আৰু স্বামী সুবিমলৰ ওচৰত সবলা দলে-গগৈয়ে স্পষ্টভাৱে ঘোষণা কৰিলে যে তাই সোণজিৰিলৈ যাব - তাইৰ জীৱন-মৰণ সাঙুৰি পেলোৱা নদীপৰীয়া মানুহখিনিৰ ওচৰলৈ সবলা যাব । লুইত সোৱণশিৰি চাম্পৰাৰ সঙ্গমৰ উৰ্বৰ বালিত তাই ভাৱীকালৰ স্বপ্ন ৰচনা কৰিব । যিয়েই বিপদ বিঘিনি নাহক লাগে তাই সন্মুখীন হ'ব, অতিক্ৰম কৰিবলৈ তাই সংগ্ৰাম কৰিব হাৰকেই বা জয় হওক ।

"তই ভালদৰে নিজক পৰীক্ষা কৰি চা আই সৰু ।" পিতৃ অখিল গগৈয়ে ধীৰ কণ্ঠে উপদেশ দি ক'লে, "প্ৰয়োজন হ'লে অধিক সময় ল,ভৱিষ্যতৰ বাস্তৱ আঁচনি কৰি ল আৰু নিজকে সম্পূৰ্ণভাৱে প্ৰস্তুত কৰি ল । বেচি খৰখেদা কৰিলে পিচত প্ৰত্যাবৰ্ত্তনৰ অৱকাশ নেথাকিব ।"

"মা-দেউতাৰ কথাত মনোযোগ দিয়া ভাল সবলা ।" সুবিমলেও সুহৃদয়তাৰে মাত লগালে, "আমাৰ ঘৰ আৰু গএগ্ৰইও তোমাক সোণজিৰিলৈ সোণকালে নিয়াৰ বাবে কোনো হেঁচা দিয়া নাই ।"

"মই বহুত ভাবি চিন্তি মনস্থিৰ কৰিছোঁ মা-দেউতা আৰু বিমল । কোনো আবেগ উচ্ছ্বাসত এনে সিদ্ধান্ত লোৱা নাই । দেউতাই জীৱনৰ এক নতুন প্ৰত্যাহ্বান ল'বলৈকে মোক সোণজিৰিলৈ বিয়া দিছে । মই সেই প্ৰত্যাহ্বান গ্ৰহণ কৰিবই লাগিব । এতিয়া সেই সময় আহিছে । পলম কৰাৰ প্ৰয়োজন নাই । পলম কৰিলেতো জীৱনৰ সময়বোৰ বৈ নাথাকে ।"

"পিচে তোমাৰ এই চেলেঞ্জ কেনেকৈ আৰম্ভ কৰা হ'ব সবলা ?" সুবিমলে আগ্ৰহেৰে সুধিলে, "এই প্ৰত্যাহ্বানটো অতি কঠিনেই হ'ব ।"

"বিমানেই কঠিন নহওক বিমল।" সবলাই সামান্য আবেগেৰে উত্তৰ দিলে, "মোৰ মাই দেউতাৰ জীৱনৰ সকলো চেলেঞ্জবেই গাৰ ছাঁৰ দৰে সহযোগী সতীৰ্থ হৈ থকাৰ দৰে মোৰ দৃঢ় আন্তৰিক আশা যে তুমিও মোৰ জীৱনৰ সমস্ত কঠিন কোমল সমস্যাৰ মাজতো তুমি মোৰ গাৰ ছাঁৰ দৰেই থাকিবা ।"

"নিশ্চয় নিশ্চয় সৰলা", সুবিমলে দৃঢ়তাৰে ক'লে, "মা-দেউতাক সাক্ষী ৰাখি মই মোৰ সমস্ত সততাৰে কথা দিছো যে সকলো মহৎ লোকৰ অন্তৰালত এগৰাকী মহিলা থকাৰ দৰে তোমাৰ দৰে মহত্বৰ প্ৰয়াসী বিদুষী আৰু সাহসী নাৰীৰ সংগ্ৰামৰ অন্তৰালতো মই সৰ্বদাই থাকিম ।"

সুবিমলৰ দৃঢ়তা প্ৰকাশত অখিল নিবেদিতা সৰলা তিনিওৰেই হাৰ্দিক ধন্যবাদ জনালে ।

"এতিয়া মোৰ প্ৰথম পৰিকল্পনা হ'ব সোণজিৰিৰ এম, ই, স্কুলখনক হাইস্কুল আৰু হায়াৰ চেকেণ্ডাৰী স্কুললৈ উন্নীত কৰা । তোমালোকে ঘৰ-দুৱাৰ আচবাব আৰু ছাত্ৰ-ছাত্ৰী সংগ্ৰহত নিশ্চয় সহায় কৰিবা আৰু সোণজিৰিয়া বাইজৰ সমৰ্থন আদায়তো ইন্ধন যোগাবা । মই আঁহতগুৰিৰ পৰা শিক্ষক-শিক্ষয়িত্ৰী নিয়াৰ ব্যৱস্থা কৰিম আৰু সোণজিৰিৰ স্থানীয় শিক্ষিত যুৱক-যুৱতীকো শিক্ষকৰূপে নিয়োগ কৰিম ।"

"সুবিমলৰ প্ৰতি মোৰ এটা সৰু অনুৰোধ আছে । তোমালোকৰ বৃহৎ ঘৰখনটোৰ কাষতে মোৰ বাবে এটা খেৰিঘৰ সজাই দিবা যাতে মই তাতে আচবাব কিতাপ আলমাৰী থোৱা আৰু পঢ়াশুনাৰ ব্যৱস্থা কৰিব পাৰিম । দেউতাইও নিশ্চয় এই ক্ষেত্ৰত সহায় কৰিব ।"

"এইবোৰ ক্ষেত্ৰত তুমি সকলো ধৰণৰ সহায় সহযোগিতা নিশ্চিতভাৱেই পাবা ।" সুবিমল অখিল আৰু নিবেদিতাৰ সমস্বৰ সমৰ্থনৰ নিশ্চয়তা সৰলা দলে গঁগেয়ে পালে । এনেদৰেই সৰলাৰ জীৱন সংগ্ৰামৰ সূচনা হ'ল । আৰম্ভ হ'ল তাইৰ জীৱনৰ অবিৰাম অভিযাত্ৰা । সোণজিৰিক নতুন ৰূপ দিয়াৰ আৰম্ভ হ'ল সৰলাৰ ক্লান্তিহীন অভিযান ।

# চাবি

কন্দৰ্পবস্তীৰ মতেই সোণজিৰিত সকলো ব্যৱস্থা কৰা হ'ল । সুবিমলহঁতৰ প্ৰকাণ্ড মূৰংঘৰটোৰ লগত সংলগ্ন কৰি এটা মজলীয়া ঘৰ সজা হ'ল । তাতে সৰলাৰ প্ৰয়োজনীয় কিতাপ থোৱা আলমাৰী বিচনা ছকী টেবুল বেঞ্চ আদি ৰখা হ'ল । আলমাৰী ভৰাই শাৰী শাৰীকৈ অসমীয়া ইংৰাজী বঙালী আৰু হিন্দী পুথিবোৰ সুন্দৰকৈ সজায় থোৱা হ'ল সোণজিৰিৰ ডেকা গাভৰু মুনিহ তিৰোতাই সেইবোৰ দেখিয়েই যে সিহঁতৰ ন-বোৱাৰী বেচ পঢ়াশুনা কৰা পণ্ডিতলোক সেই কথা বুজি পালে । সেয়ে অঞ্চলটোৰ হোজা সৰল মানুহবোৰৰ সৰলাৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তিভাবো জন্ম হ'ল । তেওঁলোকে ন-বোৱাৰীক সমীহ কৰিও চলিবলৈ ধৰিলে । সৰলাৰ সুন্দৰ চেহেৰা, সৰল ব্যক্তিত্ব আৰু উদাৰ স্বভাৱে অতি কমদিনৰ ভিতৰতে তেওঁৰ শাহুৰ-শহুৰ, দেউৰেক-ননদ চুবুৰীয়া গঞাক আপোন কৰি ল'ব পাৰিলে । সোণজিৰিৰ সকলোবোৰ লোকেই অসমীয়া ভাষা ভালদৰে বুজি পায়, কব পাৰে আৰু শিক্ষিত চামে লেখিবও পাৰে বাবে সৰলাৰ বাবে কথা-বতৰা হোৱা আৰু ভাব বিনিময় কৰাতো কোনো অসুবিধা নহ'ল ।

বুদ্ধিমতী সৰলাই শহুৰৰ ঘৰত ভৰি দিয়েই মুখত এমুকোৰা হাঁহি লৈ কলে-

"মৰঙত উঠা-নমা সঘনে কৰাৰ অভ্যাস নথকাৰ বাবেই মই এই মাটিৰ ঘৰটো সজায় লৈছো । কিন্তু খোৱা-বোৱা মৰঙতে আপোনালোকৰ লগতেই কৰিম । তাৰ বাবে বেয়া নাপাব আই আৰু বোপাইহঁত ।"

"এহ হ'ব হ'ব আই" শহুৰেক মনেশ্বৰ দলেই মুখত এমুকোৰা তামোল ভৰাই উত্তৰ দিলে, "আমি সেইবোৰ নধৰো অ' আই তই হলি নগৰৰ ছোৱালী । কিমানযে অসুবিধা পাবি । তোৰ সুবিধামতে থাকিবি বোৱাৰী । আমি একোতে বেয়া নাপাওঁ বুইছ ।"

"বোৱাৰী তই হলি ডাঙৰ ঘৰৰ ছোৱালী । তাতে পঢ়া-শুনাত পণ্ডিততনী" শাহুৰেক জেতুকীয়ে আথে-বেথে ক'লে, "আমাৰ বহু ভাইগৰ বলতেই তোৰ দৰে বৰঘৰৰ বোৱাৰী এজনী পাইছো । তোৰ গৰজমতেই সকলো কৰ । দায়-দোষ নধৰিবি আই ।"

"মইযে ইয়াৰ আও-ভাও, দায়-দস্তুৰ একো নুবুজি খোজে প্ৰতি অপৰাধ লগাব পাৰো ।" সৰলাই ন-বোৱাৰীৰ সলাজ বিনয়েৰে ক'লে, "তেনেবোৰ দায়-দোষ নধৰিব আই-বোপাই-দেবৰ-ননদহঁত । ভুলবোৰ শুধৰাই দিব । মই চব শিকি লম ।"

"নবৌজনী বৰ ৰাংঢালী আৰু খৰংখজ পায় ।" ননদ ৰেৱতীয়ে চকু বেঁকা কৰি ক'লে, "একেবাৰে আমাৰ মিছিং গাভৰুৰ দৰে । সেয়েহে এনে এজনী সাদৰি বৌ আমি সাধিব পাৰিলো ।" আঁহতগুৰি কলেজৰ ছাত্ৰী ৰেৱতীৰ কথা শেষ নহওঁতেই

সেই একেখন কলেজৰ ছাত্ৰ দেওৰেক চণ্ডীৰামে ইয়াৰ্কী মাৰি ক'লে -

"নবৌ কম নহয় দেই, দাদাকতো ভিজা মেকুৰি কৰি লগেই কাউকতে, এতিয়া ৰাতাৰাতি আমাৰ ঘৰখন, চুবুৰীটো আৰু গাওঁখনকো বুকুত সোমোৱাই লব যেন পাইছো। সকলোই শাহুৰ জেতুকীৰ ভৰি চুই সেৱা কৰিলে। দুয়ো বৃদ্ধ-বৃদ্ধাই আবেগত চকু ঢোলঢোলীয়া কৰি ন-বোৱাৰীক মূৰত ধৰি উঠাই বিৰবিৰাই দোৱানতে আশীৰ্বাদ দি ক'লে - "তোৰ মঙ্গল হওঁক আই, তহঁতৰ সংসাৰত হৰ-গৌৰীৰ বসতি হওঁক।"

ইফালে ননদ ৰেৱতী আৰু দেৱৰ চণ্ডীৰামক ফুলাম গামোচা উপহাৰ দিলত সিহঁতহালেও নবৌৱেকক প্ৰণাম কৰি মুখত পদুম ফুলাই ক'লে -

"নবৌ, তুমি আমাৰ ঘৰখনলৈ আশীৰ্বাদ হৈ আহিছানে গাওঁখনলৈ জোন হৈ আহিছা ? আমাৰ যে আজি কিমান আনন্দ একেবাৰে নাচিবলৈ মন গৈছে।"

"জানো, মই আশীৰ্বাদ নে অভিশাপ হৈ আহিছো অথবা পূৰ্ণিমা নে অমাৱস্যা হৈ ইয়ালৈ আহিছো সময়েহে ক'ব সোণহঁত।"

"ইস, এনে কথা কব নেপায় নহয় নবৌ।" চণ্ডীৰামে জাপ মাৰি উঠি ক'লে, "মুখলৈ এনে অমঙ্গল কথা আনিব নেপায় নহয়, আমাৰ দেৱতা দহ্ৰি-পলয়ে (চন্দ্ৰ-সূৰ্য্য) দুখ পাব।"

"এনেকুৱা আপদীয়া কথা নকবা নবৌ" চকু চলচলীয়া কৰি মুখ ওফোন্দাই ৰেৱতীয়ে ক'লে, "এনে অমঙ্গলীয়া কথা ক'লে তোমাক নেমাতো হ'লে।"

"বাৰু বাৰু, আগলৈ এনে কথা কেতিয়াও নকওঁ বাৰু" সকলোই দুয়োকে ওচৰ চপাই নি মৰমেৰে চুমা খাই দুখ প্ৰকাশ কৰি ক'লে, "নতুন ঠাইলৈ আহি মনৰ ভাবসাম্য নোহোৱা হৈছেতো সেয়ে অবাঞ্চিত কথা দুই এবাৰ হঠাতে অসংযতভাৱে মুখত ওলাই আহিছে। বেয়া নাপাবা মোৰ চেনেহৰ ভাই-ভনীহঁত।"

পকা ঠেকেৰা ৰঙৰ টুপটুপীয়া মুখৰ গজলুৱা ডেকো-গাভৰু ৰেৱতী আৰু চণ্ডীৰাম সকলোৰে সকল মৰমত গলি-পমি গ'ল। দুয়োৰে নবৌৱেকক হাতত ধৰি মৰঙলৈ উঠাই নি জুশালৰ কাষত বহুৱাই লৈ খাদ্যৰ লগত সম্পৰ্কীত শব্দবোৰৰ মিছিং প্ৰতিশব্দ শিকাই দিবলৈ ধৰিলে।

"নবৌ, আহাৰৰ লগত সম্পৰ্কীত শব্দবোৰৰ মিছিং প্ৰতিশব্দ দুই চাৰিটা শিকিবলৈ চেষ্টা কৰিবা। তেতিয়াহ'লে খাওঁতে দৰকাৰ হ'লে খুজিবলৈ সুবিধা হ'ব। এয়া শুনা- জুহাল - টিকাই, ভাত - আপিন, পানী - আচি, জলকীয়া-মৃৰচি, মাছ-মাংস - আদিন, গাহৰি - এগ, তামোল - চালি, মদ - আপং ইত্যাদি। এনেদৰে মিছিং ভাষাৰ শব্দবোৰ আৰু বাক্যবোৰ দুই এটাকে শিকি গলে তোমাৰ সুবিধা হ'ব নবৌ। মিছিং সমাজত থাকিবলৈ আহিছা যেতিয়া মিছিং খাদ্য পানীয় খোৱাৰ অভ্যাস কৰিবই লাগিব আৰু মিছিং ভাষা-সংস্কৃতি, ৰীতি-নীতি আৰু দায়-দস্তুৰবোৰ শিকি লবই লাগিব নহয় জানো

নবৌ ?”

“নিশ্চয়, নিশ্চয় সোণহঁত” সৰুলাই শলাগি ক'লে, “নিশ্চয়কৈ এই সকলোবোৰ শিকি লবই লাগিব । পিচে একেদিনাই ক'তনো পাৰিম । লাহে লাহেহে সম্ভৱ হ'ব । ভাষা-সাহিত্যৰ ছাত্ৰী হিচাপে মই জানো যে জনজাতীয় দোৱান বা ভাষাবোৰ শিকাতো অতি কঠিন । তথাপি কষ্ট আৰু চেষ্টা কৰিলে সময়ত পাৰিম বুলি মোৰ বিশ্বাস । এই ক্ষেত্ৰত তোমালোকেই হ'ব লাগিব মোৰ শিক্ষক-শিক্ষিকা আৰু মই হ'ম তোমালোকৰ একান্ত বাধ্য ছাত্ৰী ।”

“ইচ, নবৌৱে যে কি কথা কয়” বুলি দুই ভাই-ভনী লাজতে জেতুলীপকাৰ দৰে বগাচিঙা পৰি গ'ল । তাৰপিচত সিহঁতে সৰুলাক খাবলৈ দিয়াৰ খাদ্য আৰু পানীয়ৰ পৰিচয় দি গ'ল -

“নবৌ, এয়া বাও চাউলৰ ভাত হলেও উতলি সিদ্ধ হোৱা ভাতৰ চৰুৰ ওপৰত ঢাকনি দি জুইত বগা পকা অওঠাৰে ভাপ দি বনোৱা বাবে খাবলৈ বেয়া নেপাবা । এয়া মাটি মাহৰ আঞ্জা, এয়া গাহৰি মঙহ বাঁহগাজেৰে বনোৱা, এয়া ডিমৰু পাতৰ তৰকাৰী-ডিম্ৰুক পাত মিছিং সমাজৰ বাবে পৰম পবিত্ৰ আৰু তৃপ্তিকৰ খাদ্য । নবৌ খাই চোবাচোন, ঘিন বা বিতৃষ্ণা নকৰিবা । লেতেৰা পেতেৰাকৈ বনোৱা নাই । চাফ্‌চিকুনকৈ মিঠতেল আৰু মচলা দিয়াতকৈ কেৱল জলকীয়া দি অতি গৰম জালত সিজাই সিজাই একেবাৰে পানী নোহোৱা কৰি বনোৱা ।”

“ভাতখিনি বৰ ভাল লাগিছেহে সোণহঁত” কেইগৰাহমান ভাত চুবাই চুবাই সৰুলাই ক'লে, “বহু সম্প্ৰদায়ৰ বহুৱা ভাত খাই পাইছো । পিচে আমাৰ মিছিং সম্প্ৰদায়ৰ এই ভাতৰ দৰে ৰুচিকৰ ভাত ক'তো খাই পোৱা নাই বুজিছা আৰু এই মাংসৰ বাঁহগাজৰ জোলশাক আৰু ডিমৰুপাতৰ তৰকাৰীখন সঁচাই অনুপম তৃপ্তিকৰ । আমাৰ নগৰীয়া এজোঁতা ভেজাল তেল, ডালডা অথবা ৰিফাইনেৰে এবোজামান মচলাৰে বনোৱা গেষ্ট্ৰিক হোৱাৰ ঔষধ স্বৰূপ ফ্ৰাইকাৰী-চিকেন কাটলেট চবজি আদিবোৰতকৈ এইবোৰ বহুগুণে সঁচাই ৰুচিকৰ আৰু স্বাস্থ্যকৰো ।”

“নবৌ তুমি আমাৰ আহাৰত সঁচাকৈ শলাগিছা নে নাই তোষামোদ কৰিছা ?” চণ্ডীৰামে সন্দেহ প্ৰকাশ কৰি সুধিলে - “বহুতে আৰু জংঘলী জানোৱাৰৰ খানা বুলিহে কৰ খোজে ।”

“মই একেবাৰে সঁচা কথা কৈছো চণ্ডীৰাম” সৰুলাই প্ৰত্যয়ভৰা সুৰত ক'লে, “তোমালোকৰ দৰে কেঁচামনৰ সঁচালোকৰ আগত ভালৰি বোলাই তোষামোদ কৰিলে দোষে নুচুৱনে ? কোনোৱে নগৰীয়া জানোৱাৰে তেনেদৰে নীচ মন্তব্য কৰিব পাৰে । মোৰদৰে এনে জনজাতীয় জীৱনৰ লগত জীন যাবলৈ অহালোকৰ বাবে এনে উদ্ধত আৰু কৃত্ৰিম মন্তব্য দিয়া তেনেই অসম্ভৱ ।”

"তেনেহ'লে তুমিও এনেদৰে ৰান্ধিবলৈ শিকিবা নহয়নে নবৌ ?" ৰেৱতীয়ে সৰলভাৱে সুধে ।

"নিশ্চয় শিকিম ৰেৱতী" সৰলাই দৃঢ়তাৰে উত্তৰ দিলে, "চাবা এদিন বৰভোজৰ ৰান্ধনী হ'ব পাৰিম যদিহে মোক তেনে কামৰ অধিকাৰ দিয়ে ।"

"কথাৰ মাজতেই আমি ভাত খাই এটালোৱেই নবৌ । এতিয়া আহিল পানীয়ৰ পালা । ঐ ৰেৱতী, কি চাই আছ । নবৌৰ ফালে বাতি দুটা আৰু গাহৰিৰ পোৰা আগমগুহ খিনি খৰিকাৰ পৰা পাতত এবোৱাই আগবঢ়াই দেচোন ।"

"চোৱা নবৌ, এইযে ক'লা আপংখিনি দেখিছা - এয়া হ'ল ছাই আপং । ধানখেৰ পুৰি ছাইত চাউল মিহলাই ঔষধ সানি এটা চুকত পাগ উঠিবলৈ থৈ সময়ত চেকি এই ছাই আপং উলিওৱা হয় । ইয়াক খালে নিচা নধৰে । মাথোন গা পাতল লাগে আৰু সামান্য ৰিমজিম কৰে । ই স্বাস্থ্যৰ অনিষ্ট নকৰে । ৰিফাই হোৱা বাবে শৌচ-পেচাব খুলুচা কৰাত সহায়হে কৰে ।"

"আৰু এইযে বগা ৰঙৰ আপং - ইয়াক নগিন বোলা হয় ।" ৰেৱতীৰ কথাৰ মাজতে চণ্ডীৰামে আৰম্ভ কৰে, "ইয়াৰ প্ৰস্তুতি আৰু গুণাগুণ তোমালোক আহোম মানুহৰ সাজ পানীৰ দৰেই । খালে ছাই আপঙতকৈ নিচা বেচি লাগে । গতিকে নগিন কমাই খাব লাগে ।"

"নবৌ, তোমাৰ অভ্যাস নহলে আপঙৰ গোন্ধটো প্ৰথমে বেয়া লাগিবও পাৰে আৰু খালে নিচা লাগিবও পাৰে ।" ৰেৱতীয়ে বিজ্ঞলোকৰ দৰে উপদেশ দি কয় - "গতিকে তুমি ইচ্ছা কৰিলে দুই এচামুচকৈ খাই চাব পাৰা । এনেকৈ আৰম্ভ কৰি ক্ৰমে পিচত অভ্যস্ত হৈ যাব পাৰিবা । কাৰণ আমাৰ বিহু উৎসৱ সকাম আদিত এইবোৰ ইমান বেচিকৈ ব্যৱহাৰ হয় যে এইবোৰৰ সামান্য অভ্যাস নহলে উৎসৱ সকাম আদিত তিষ্ঠিবকে নোৱাৰিবা ।"

"মই এতিয়া বাৰু এই আপং স্পৰ্শ নকৰো ।" সৰলাই অনুৰোধৰ সুৰত ক'লে, "তাৰ বাবে তোমালোকে বেয়া নেপাবা সময়ত দেখা যাওকচোন । কথাতে কয় বোলে দিন পালে খেন পায় আৰু খেন পালে অজৰ অমৰ হয় ।"

"নাই নাই, আমি কিয় বেয়া পাম নবৌ । তুমি আহিছা একেবাৰে নতুনকৈ বাবেহে আমি এই প্ৰাথমিক পৰিচয়ৰ কথাবোৰ কৈছো ।" চণ্ডী আৰু ৰেৱতীয়ে প্ৰায় একেলগেই ক'লে, "আগ্ৰহ আৰু আন্তৰিকতা থাকিলে এসময়ত তুমি নিজেই ওস্তাদ হৈ পৰিবা ।"

"প্ৰথমদিনাই তোমালোকে হাতত ধৰি শিকোৱাৰ দৰে কৰা এইখিনি সহায়ৰ বাবে মই তোমালোক দুয়োবেলৈকে আন্তৰিক কৃতজ্ঞতা জনালো চণ্ডী আৰু ৰেৱতী ।"

"তোমাক পাই আমিও নিজকে পাহৰি গলো নবৌ ।"

তিনিওৱে আনন্দত হাঁহিলে ।

# পাঁচ

বাস্তৱ কৰ্মক্ষেত্ৰত নামি পৰাৰ আগতে সৰলাই তাইৰ ওৰে জীৱন কটোৱাৰ প্ৰত্যাহ্বান জনাবলৈ অহা মিছিং জাতিৰ বিষয়ে অধিক জানি লোৱাৰ কথা ভাবিলে। যিবযা জনগোষ্ঠীৰ উৎপত্তি, ইতিহাস, ভাষা, কৃষ্টি-সংস্কৃতি আৰু আৰ্থিক-সামাজিক জীৱনৰ বিষয়ে তাই একো নেজানে সেইটো মিছিং জনগোষ্ঠীৰ সম্পৰ্কে সবিশেষ জানি ললেহে সৰলাৰ আত্মবিশ্বাস দৃঢ় হ'ব। তেতিয়াহে তাই মিছিং জনজাতিৰ লগত মিলি যোৱাত সহায়ক হ'ব। সাহিত্যৰ ছাত্ৰীৰূপে আৰু সাহিত্যিক ৰূপেও সৰলাই বিভিন্ন প্ৰতিবেশী জনগোষ্ঠীৰ সম্পৰ্কে জনা উচিত। তদুপৰি তাই জীৱনজোৰা সংগ্ৰাম কৰিবলৈ যোৱা মিছিং জনগোষ্ঠীৰ সম্পৰ্কে সৰলাৰ অজ্ঞতা প্ৰকাশো নিশ্চয় লজ্জাৰেই কথা নহ'ব জানো? গতিকে কেৱল চণ্ডীৰাম, ৰেৱতী আৰু সুবিমলৰ পৰা সুধি পুচিয়েই নহয় তাই নিজেও পঢ়ি-শুনি তাই আপোন হ'ব খোজা জনজাতি গোষ্ঠীটোৰ বিষয়ে সবিশেষ জ্ঞান আয়ত্ব কৰা প্ৰয়োজন।

সৰলাই তেনে অধ্যয়নৰ বাবে দূৰলৈ যাব লগাও নহ'ল আৰু তাৰ বাবে তাই বেচি কষ্ট কৰিব লগাও নহ'ল। কাৰণ ইংৰাজী সাহিত্যৰ কৃতি ছাত্ৰ হ'লেও সৰলাৰ স্বামী অধ্যাপক সুবিমল দলে হ'ল সকলো বিষয়ৰে অধ্যয়ন পুষ্ট এজন সাহিত্যিক তথা পণ্ডিতলোক। বিশেষকৈ তেওঁৰ আপোন জনগোষ্ঠীটোৰ সম্পৰ্কে বিশদ জ্ঞান লাভ কৰাতো অপৰিহাৰ্য কৰ্ত্তব্য। গতিকে বিভিন্ন বিদেশী গৱেষণামূলক গ্ৰন্থেৰে তাৰ ব্যক্তিগত পুথিভঁৰালটো পৰিপূৰ্ণ হৈ আছিল। তাতে পুথিসংগ্ৰহ কৰাটো সুবিমলৰ বাবে নিচা আৰু পেশাসদৃশ আছিল। সেয়ে সৰলাই গোষ্ঠীগত ইতিহাস অধ্যয়নৰ ইচ্ছা প্ৰকাশ কৰাত সুবিমলে হাঁহি ক'লে -

"আমাৰ মিছিং জনগোষ্ঠীৰ প্ৰতি তোমাৰ আগ্ৰহ বৃদ্ধি পোৱাত আনন্দ পাইছোঁ বুজিছা বালা। এয়া পঢ়ি যোৱা যিমান অভিনৱ তথ্য আৰু বৈশিষ্ট্যপূৰ্ণ পুথি অধ্যয়ন কৰিব বিচৰা। আনকি সেইবোৰ পঢ়ি তুমি ডক্টৰেট ডিগ্ৰীৰ বাবে গবেষণাও কৰিব পাৰিবা।"

"নাই, আনুষ্ঠানিক অধ্যয়নৰ অৱকাশ আৰু এতিয়া মোৰ নাই বিমল।" সৰলাইও প্ৰসন্নবদনে উত্তৰ দিলে, "এতিয়া তাত্বিক অধ্যয়নত নহয়, বাস্তৱ জীৱনৰ অধ্যয়নতহে মই অধিক আত্মনিয়োগ কৰিব খোজো। কাৰণ কোনো আনুষ্ঠানিক অধ্যয়নৰ ডিগ্ৰী ল'বলৈ নহয় সোণজিৰিৰ সমাজ গঢ়াৰ ভিত্তি নিৰ্ম্মাণৰ বাবেই মই ইয়ালৈ আহিছো।"

"ঠিক আছে বাৰু" সুবিমলে সহজ সহাৰিৰে ক'লে, "পঢ়ি যোৱা, কিবা অসুবিধা পালে বা বুজাত কঠিন পালে সুধিবা। পৰাখিনি ময়েই সহায় কৰি দিম।"

"বহুত বহুত ধন্যবাদ বিমল, মোৰ পণ্ডিত স্বামী ধন্যবাদ" সৰলাই সুবিমলক

হাতত মৰমেৰে ধৰি ক'লে, "তুমিয়েই হ'লা মোৰ ঘৰৰ মানুহজন, গৃহশিক্ষক আৰু পথ প্ৰদৰ্শক। তুমি হ'লা মোৰ পথৰ আলোক। তোমাক বাদ দি মই এখোজো আগুৱাব নোৱাৰো। পাৰ্য্যমানে সকলো কৰি যাম।" সুবিমলে সৰলা সহাৰি দিলে।

তাৰ পিচত সৰলা সুবিমলৰ পুথিভঁৰালত অধ্যয়নত ব্যস্ত হৈ পৰিল। ইখনৰ পিচত সিখনকৈ দেশী-বিদেশী গবেষকৰ মুখ্যতঃ ইংৰাজীতে লেখা মিছিং জনজাতিৰ উৎপত্তি, পাহাৰৰ পৰা ভৈয়ামলৈ আগমন, তেওঁলোকৰ সমাজ জীৱন কৃষ্টি সংস্কৃতিৰ বিকাশ আদি তাই তন্ন তন্নকৈ অধ্যয়ন কৰি গ'ল। যিমানেই তাই অধ্যয়নৰ যোগেদি মিছিং জনগোষ্ঠীৰ জীৱনৰ মাজলৈ সোমাই গ'ল সিমানেই বিস্ময় আৰু আনন্দত আত্মহাৰা হৈ পৰিল। ইমান সমৃদ্ধ আৰু বৈচিত্ৰপূৰ্ণ এই জনজাতি সম্প্ৰদায়টো, ইমান আনন্দ-স্ফুৰ্ত্তি-প্ৰাণচুৰ্য্যৰে ভৰা তাইৰ এই আপোন সম্প্ৰদায়টো। ঠিকেই হৈছে, দেউতাকে সঠিকভাৱেই তাইক এনে এক সমাজ সংগ্ৰামত লিপ্ত কৰাইছে। নাই নাই, সৰলাই পোনতে ভবাৰ দৰে তাই অস্থানলৈ অহা নাই, অপাত্ৰতো তাইক গতাই দিয়া নাই। তেনেই স্বাভাবিক গতানুগতিক জীৱনতকৈ এক প্ৰত্যাহ্বানৰ জীৱনলৈ দেউতাকে সঠিকভাৱেই পঠাই দিছে তাইক। এতেকে সৰলা উৎসাহিত হ'ল, হ'ল আনন্দিতো।

সৰলাই গভীৰ অধ্যয়নৰ ফলত বুজি পালে বৰ্ত্তমানৰ অৰুণাচলৰ আদি সমাজ মিছিং সকলৰ পূৰ্বপুৰুষ স্বৰূপ। আদি আৰু মিছিংসকল একেই জনজাতীয় উৎসৰ পৰাই উদ্ভুত। অৱশ্যে মিছিংসকলে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভৈয়ামলৈ আহি তেওঁলোকে ভৈয়ামীয়া জনজাতিৰ আৰ্হিৰে আহাৰ-বিহাৰ, সাজপোছাক, খাদ্য আহাৰ আৰু কৃষ্টি সংস্কৃতিগতভাৱেই বহুতো পৰিবৰ্ত্তন সাধন কৰি ললে। তেওঁলোকে ভৈয়ামত পোৱা সা-সঁজুলিৰে ঘৰ সজাকে ধৰি স্থান-কাল-পাত্ৰৰ লগত খাপ খোৱাই পাহাৰীয়া আদি পিতৃ পুৰুষসকলৰ পৰা প্ৰায় সম্পূৰ্ণ পৃথক হৈ পৰিল।

কল্পকাহিনীৰ মতে শ্ৰীকৃষ্ণৰ হাতত পৰাজিত হৈ ৰুক্মিনীৰ চাৰি ভাতৃয়ে পৰ্বতলৈ পলাই গৈ ক্ৰমে আদি আৰু মিচিমীসকলৰ পূৰ্বপুৰুষ হৈ পৰিল। মিছিং সকলো তদনুৰূপ পৰ্বতৰ পৰা স্থানান্তৰ হৈছিল। মিলি, কোম্বাং, পাতিৰ আৰু অন্য বহুতো মিছিং লোকে আদিপাচী আৰু পাচীঘাট পথেৰে বাপী পাহাৰৰ মাজেৰে ভৈয়ামলৈ বাট বুলিলে। পাতিৰ-পাৱ-পাইট আৰু অন্যান্য মিছিং সকলে টনি আৰু জগীং পাহাৰৰ মাজেদি ভৈয়ামলৈ বাট ললে। চেয়াং শাখাটোৱে পেচা-চেৰাঙেদি নামি আহিল। বৰিছ বেগন চেৰা সকল বহু পিছতহে নামি আহিল। এইদৰে মিছিং সকলৰ পৰিব্ৰাজনো উত্তৰৰ পৰা দক্ষিনলৈহে ঘটিছিল বৰ্ত্তমানৰ আদি অধ্যুষিত অঞ্চলৰ যোগেদি। পেগু আৰু দলে সকলেও পৰ্বতৰ বমী সকলৰ চুবুৰীয়াহে বাস কৰাত অসুবিধা পোৱাত ভৈয়ামলৈ নামি অহা বুলি জনা যায়।

আদি সকলৰ পশ্চিমীয়া চুবুৰীয়া সকল হ'ল পাহাৰীয়া মিৰি আৰু টাগিন

সকল । পাহাৰীয়া মিৰি আৰু টাগিন উভয় গোষ্ঠীয়েই আবুটানিৰ বংশধৰ বুলি দাবী কৰে । ৰূপকথাৰ মতে কিছুমান আদিলোকে পূৰ্ব্বৰফালে গৈ সোৱণশিৰি নদী পাৰহৈ বৰ্ত্তমানৰ পৰ্বতীয়া মিৰিৰ লগত মিশ্ৰিত হৈ পৰে । এইকথা নিশ্চিত কৰা হৈছে যে সোৱণশিৰি আৰু ডিজমোৰ নদীৰ পাৰত বৰ্ত্তমানে বাস কৰা ঘাঁচীমিৰি সকল আচলতে আছিল গালো আদি । পৰ্বতীয়া মিৰিসকলক সোৱণশিৰি জিলাৰ সোঁপাৰ আৰু ৰাগা আৰু দাপৰীজোতো পোৱা যায় ।

সোৱণশিৰি নদীয়ে পৃথকাই পেলালে যদিও আদি আৰু পৰ্বতীয়া মিৰিৰ মাজত সম্পৰ্ক আৰু সংঘাত সীমিত হৈ থাকিল । স্থানীয় পৰম্পৰাইও দুয়োটা সম্প্ৰদায়ৰ মাজৰ নিকট সম্পৰ্কৰ বিষয়ে বেচি একো নকয় । আদি আৰু পৰ্বতীয়া মিৰিৰ মানুহে বছৰি বছৰি ভৈয়ামৰ অসমৰ বৰদলনি, ধেমাজি, চিচি আদি ঠাইলৈ বেপাৰ আৰু অন্যান্য কাৰণত গৈছিল যদিও তেওঁলোকৰ মাজৰ দ্বন্দ্বৰ কোনো নজীৰ নাই । বৰঞ্চ উভয় গোষ্ঠীৰ মাজত আৰ্থিক সম্পৰ্কৰহে প্ৰমাণ পোৱা যায় । পৰ্বতীয়া মিৰিসকলে সঘনে ভৈয়ামলৈ গৈ বিনিময় প্ৰথাৰ যোগেদি বয়বস্তু ক্ৰয় কৰি নি পৰ্বততো বিনিময় প্ৰথাৰেই বিক্ৰি কৰিছিল । পৰ্বতীয়া মিৰিসকলে আদি সকলৰ লগত বিনিময় প্ৰথাৰে বেপাৰ কৰিছিল । দাপৰিজুৰ গালো সকলে ভৈয়ামৰ বয়বস্তু তেওঁলোকৰ যোগেদিয়েই পাইছিল । তদনুৰূপ পাহাৰীয়া মিৰিসকলেও অস্ত্ৰশস্ত্ৰ, লোণ, মণি, উলৰ কাপোৰ আদি কিছুমান তিবেতীয় বস্তু পাব পাৰিছিল । আদি সকলেও সোৱণশিৰিৰ সোঁপাৰত বাস কৰা পৰ্বতীয়া মিৰিসকলৰ লগত মিথুন আৰু মণি আদিৰ বেপাৰ কৰিছিল । মুঠতে আদি, টগিন পৰ্বতীয়া মিৰি আটায়ে মিলি শান্তিপূৰ্ণভাৱে দাপৰিজো নগৰক কেন্দ্ৰ কৰি বিকাশ মূলক কামকাজত ব্ৰতী হৈছিল ।

সৰলাই অধ্যয়ন কৰি বুজিব পাৰিলে যে আদি সকলৰ মিত্ৰ আৰু প্ৰথমেই ভৈয়ামলৈ নামি অহা মিৰিসকলক অসমৰ ভৈয়াম অঞ্চলত আহোম সকলে অসম অধিকাৰ কৰাৰ সময়ৰ কথাও কোৱা হৈছে । মিৰি সকলে হাতীৰ ঘাঁহ যোগান ধৰিছিল । অৰ্থাৎ তেওঁলোক হাতীঘাঁহী আছিল । এইকথাৰ পৰা ধাৰণা কৰিব পাৰি যে আদি আৰু মিৰিসকলে তিব্বতৰ পৰা তাত বৌদ্ধধৰ্ম্ম বিস্তাৰ নহওঁতেই গুচি আহিছিল আৰু সেয়ে তেওঁলোক বৌদ্ধধৰ্ম্মৰ প্ৰভাৱত পৰা নাছিল । এতেকে আদিতে মিৰিসকলৰ ওপৰত আদিসকলৰ অধিপত্যৰ কথাকে সূচোৱা বুলি বুজিব পাৰি ।

অৱশ্যে পৰবৰ্ত্তীকালত পৰ্বতবাসী আদিসকল আৰু ভৈয়ামবাসী মিৰিসকলৰ মাজত সংঘৰ্ষ আৰম্ভ হ'ল । গতিকে বৃটিছ শাসকে ১৮৭৫ চনতে সীমাৰেখা বান্ধি দিব লগা হ'ল । প্ৰথমে আদি সকলৰ ভূমি আদি মিৰি পাহাৰৰ পৰা চিচি নৈৰলৈকে বান্ধি দিয়া হ'ল । তাৰপৰা দবাগাৰ্ডৰলৈকে এডাল সৰলৰেখা টানি তাৰপৰা লালামুখৰলৈকে এটা সীমাপথ বান্ধি ব্ৰহ্মপুত্ৰলৈকে পোৱাই ব্ৰহ্মপুত্ৰৰ পৰা দিবাংমুখ, দিবাং আৰু

দবাগাৰ্ডৰলৈকে সেই পথ বন্ধৰ সিদ্ধান্ত কৰা হ'ল । বুৰঞ্জীত আদিসকলে পৰ্বতৰ পৰা নামি আহি মিৰি গাওঁ লুণ্ঠন কৰা, মিৰি মানুহ অপহৰণ কৰাৰ বহুত উদাহৰণ সৰলাই পাব পাৰিলে । যথা - ১৮৮৭ চনৰ ১৪ এপ্ৰিলত চিচি মৌজাৰ য়ালো নামৰ গালো আদি মহিলাই অভিযোগ কৰিছিল যে পৰ্বতীয়া আদিয়ে আহি চাৰিজনী ছোৱালী আৰু কিছুমান বস্তুলৈ গৈছিল । ১৮৯৯ চনত দুলু গাৱঁৰ টেচিং নামৰ ঘাচীমিৰি এজনে তেওঁৰ য়াপী নামৰ বোৱাৰীয়েকক বেইজ্জত কৰাৰ প্ৰতিশোধৰূপে দুজনী ভৈয়ামীয়া ঘাচী মহিলাক ধৰিলৈ যোৱা বুলি অভিযোগ কৰা হৈছিল । ১৯০৩-০৪ চনত মণ্টাৰাম আৰু চাৰুচাকু গাৱঁৰ আদিসকলে ধেমাজি মৌজাৰ জোকতলি গাওঁ আক্ৰমণ কৰি বহুতো মানুহক আহত কৰি চাৰিঘৰত লুট কৰি দুজনী ছোৱালীকো ধৰি লৈ গৈছিল । সৰলাই তিব্বতৰ পৰা নামি আহি পৰ্ব্বতীয়া মিৰিৰ লগত প্ৰথমে মিলেৰে থাকি পৰবৰ্ত্তী কালত ভৈয়ামলৈ নামি আহি পৰ্ব্বতীয়া মিৰি সকলে আদি সকলৰ দ্বাৰা লুণ্ঠিত হৈয়ো ক্ৰমে বৰ্ত্তমানৰ মিছিং সমাজ গঢ়ি তোলাৰ ইতিহাস বুজি পালে ।

সুবিমলে সৰলাক ক'লে যে আদিসকলৰ সমাজ প্ৰশাসন আৰ্থিক আৰু বিচাৰ পদ্ধতিৰ ইতিহাস জানিলেহে আজিৰ মিছিং সমাজখনক প্ৰকৃততে বুজি পোৱা সম্ভৱ । সুবিমলে এইকথাও অৱশ্যে ক'লে যে কালক্ৰমত পৰিবৰ্ত্তিত, বিকৃৎ আৰু ভৈয়ামীয়া সমাজৰ দ্বাৰা প্ৰভাৱিত হৈ বৰ্ত্তমানৰ মিছিং সমাজৰ ৰূপ বহুতো বদলিলেও আদি সমাজৰ আৰ্হি কম বেচি এতিয়াও চলি আছে । গতিকে সাম্প্ৰতিক মিছিং সমাজত ঘটা বিভ্ৰান্তি, বিকৃতি আৰু কৃত্ৰিমতাৰ স্বৰূপ বুজিবলৈ হ'লে আদি সকলৰ ইতিহাস সবিশেষ জানিবই লাগিব । গতিকে সৰলাই আদি সকলৰ সামাজিক প্ৰশাসনৰ বুনিয়াদ হিচাপে পোন প্ৰথমেই তাই বিচাৰি পালে ঐতিহাসিক গণতান্ত্ৰিক ব্যৱস্থা - কেবাঙৰ কথা যি আজিও মিছিং সমাজত পৰিবৰ্ত্তিত ৰূপত হ'লেও সবল আৰু সক্ৰিয়ভাৱেই প্ৰচলিত হৈ আছে ।

প্ৰতিখন আদি গাৱঁতেই একোখনকৈ কেবাং আছে । গাৱঁৰ সকলোবোৰ প্ৰাপ্তবয়স্ক লোককলৈ কেবাং গঠন কৰা হয় আৰু কেবাঙৰ সভাত তেওঁলোকে অংশ গ্ৰহণ কৰে । কেবাঙৰ আলোচনা পৰিষদৰ জ্যেষ্ঠসকলৰ দ্বাৰা পৰিচালিত কৰা হয় আৰু তেওঁলোকক কেবাং এবাচ বুলি কোৱা হয় । এনেদৰে কেবাঙৰ সামুহিত নেতৃত্ব থাকে । কেবাঙৰ নেতৃত্ব উত্তৰাধিকাৰী সূত্ৰে লাভ নকৰে । কোনো এজন জ্যেষ্ঠই তেওঁৰ ব্যক্তিত্ব, সম্পত্তি আৰু কোনো কেচ-মামলা উপস্থাপন কৰিব পৰা সামৰ্থ আৰু প্ৰভাৱৰ গুণতহে কেবাঙৰ নেতৃত্ব লাভ কৰে । বৃটিছৰ দিনত গাম হিচাবে নিয়োগ কৰা গাৱঁৰ মূৰব্বীজনেই কেবাঙৰ মূৰব্বী ৰূপে কাম কৰিছিল । তত্বগতভাৱে কেবাং এখন গণতান্ত্ৰিক অনুষ্ঠান আৰু গাৱঁৰ সকলো প্ৰাপ্তবয়স্ক লোকেই কেবাঙৰ বৈঠকত অংশ গ্ৰহণ কৰিব পাৰে । কিন্তু বাস্তৱত কেবাঙত মহিলাৰ অংশ গ্ৰহণ অতি সীমিত । যদিও

নাৰীয়ে কেবাঙত অংশ গ্ৰহণ কৰাত কোনো বাধা নাই তথাপি তেওঁলোকে বহুতো কাৰণত কেবাঙত অংশ গ্ৰহণ নকৰে । প্ৰথমে পৰম্পৰাগত সংস্কাৰ অশুচিকাল আৰু শিশুজন্মৰ সময়ত কেবাংগৃত সোমাব নোৱাৰে । দ্বিতীয়তে আদি সমাজ পুৰুষপ্ৰধান । গতিকে পুৰুষৰ ভূমিকা জীৱনৰ সকলো ক্ষেত্ৰতেই দমনীয় । তৃতীয়তে এখন আদি গাৱঁৰ ছোৱালী আন এখন গাৱঁলৈ বিয়া হৈ যায় । সেইদৰে আন এখন গাৱঁৰ পৰাও ছোৱালী সেইখন গাৱঁলৈ বিয়া হৈ আহে । গতিকে নাৰী সকলক কেবাঙৰ আংশিক সদস্যা বুলিহে গন্য কৰা হয় । তদুপৰি তিৰোতাই কেবাঙৰ গোপনীয়তাও ৰক্ষা কৰিব নোৱাৰে বুলি ভবা হয় । চতুৰ্থতে তিৰোতা সকলে পৰিয়ালৰ কামত গেবাৰী খাটি কেবাঙত অংশ গ্ৰহণ কৰিবলৈ অসুবিধা পায় । গতিকে কেবাং মুখ্যতঃ পুৰুষৰ অনুষ্ঠান যদিও কোনো কোনো কেবাঙত নাৰীয়ে সক্ৰিয় অংশ গ্ৰহণ কৰে । বিশেষকৈ তেওঁলোক নিজে জড়িত থকা বিষয়বোৰত ।

কেবাঙৰ প্ৰশাসনীয় কামবোৰ হ'ল - সামূহিক গৃহনিৰ্ম্মাণ, দলং-পথ নিৰ্ম্মাণ, পানী যোগান, নলা নিৰ্ম্মান, সামূহিক ফেন্সিং নিৰ্ম্মাণ, জোম খেতিৰ বাবে জংঘল চাফা কৰা, নতুন ঠাইলৈ গাওঁ স্থানান্তৰ কৰা, নতুন বন্দোবস্তী কৰা, নতুনসকলক সংস্থান দিয়া, আহীক খাদ্য আৰু থকা ঠাইৰ ব্যৱস্থা কৰা, চৰকাৰী চাৰ্কুলাৰ আৰু জাননীবোৰ গাওঁবোৰক জনাই দিয়া, গাৱঁৰ শান্তি-শৃঙ্খলা ৰক্ষা কৰা আৰু গাওঁবোৰৰ ৰক্ষণাবেক্ষন দিয়া আদিবোৰেই প্ৰধান ।

কেবাঙবোৰে বাইজৰ আদালতৰূপে কাম কৰি আইন আৰু নীতিৰ ব্যাখ্যা কৰে । গাওঁবোৰে দিবলগা বৰঙণি নিৰ্দ্ধাৰণ কৰি দিয়ে । বিভিন্ন পৰিয়াল, গোষ্ঠী, ব্যক্তি বিশেষৰ মাজত মাটি, পানী, সম্পত্তি, অধিকাৰ আৰু স্বাধীনতা আদিবোৰৰ বিষয়বোৰৰ সিদ্ধান্ত কৰে । ফৌজদাৰী দেৱানী মোকদ্দমা যেনে - টকা-পইছা, বন্ধকী, ঋণ, ঋণ অনাদায়, অপব্যৱহাৰ, ক্ষতিপূৰণ আদায়, মাটিৰ বে-দখল, আনক আঘাত কৰা, বিবাহ বিচ্ছেদ, অপহৰণ, জুৱাচুৰী, চৌৰ্য্যবৃত্তি, হত্যাকাণ্ড আদি মামলাবোৰ কেবাঙে সিদ্ধান্ত কৰে । দোষী সকলক শাস্তি দিয়া, জৰিমনা কৰা আৰু আদিসকলৰ দেৱতা দঞিপলৰ নামত শপত খুওৱা আদি কামবোৰ কেবাঙেই কৰে । কেবাঙে গাওঁবোৰৰ মানুহকবোৰক সমবেত কৰি বহিঃ আক্ৰমণ প্ৰতিৰোধৰ বাবে আহ্বান জনায় । আক্ৰমণাত্মক আৰু ৰক্ষাত্মক কামকাজ, শান্তি ৰক্ষা আৰু কূটনৈতিক কামকাজ কেবাঙেই পৰিচালনা কৰে । আজিকালি কেবাঙে নিৰ্ব্বাচন, নিৰ্ব্বাচন অভিযান চলোৱা, উন্নয়নমূলক কামকাজ চলোৱা, গাৱঁৰ ঐক্য ৰক্ষা কৰা, গাৱঁলৈ অহা ৰাজনৈতিক নেতাসকলৰ অভ্যৰ্থনা কৰা আদি কামো চলায় । বেঙ্গো কেবাঙে আৰ্ন্তদলীয়, আৰ্ন্তগাওঁ, আৰ্ন্তগোষ্ঠী সম্পৰ্কও নিয়ন্ত্ৰণ কৰে । বগাম কেবাঙে আনকি আৰ্ন্তজনজাতীয় আৰু আন্তৰাজ্য সমস্যাও আলোচনা কৰিব পাৰে ।

"বুজিছা বালা, বৃটিছৰ দিনৰ পৰা স্বাধীন ভাৰতৰ চৰকাৰৰ তলত আৰু পুঁজিবাদী সভ্যতাৰ প্ৰভাৱত আজিৰ মিছিং সমাজত উপৰিপুৰুষ আদি সমাজৰ পৰা পোৱা কেবাং ব্যৱস্থাৰ বিশুদ্ধতাতো নায়েই আনকি তাৰ শক্তিশালীৰূপো নাই । যি আছে সি প্ৰায় নাম মাত্ৰ । আজিৰ পঞ্চায়ত ব্যৱস্থাই সেইবোৰ প্ৰায় গ্ৰাস কৰি পেলালে । তথাপি মডেল হিচাপে তুমি আদি সমাজৰ কেবাং পদ্ধতিৰ কথা জানি লৈছা ভাল হৈছে ।" সুবিমলে সৰলাৰ অধ্যয়নৰ মাজতেই স্পষ্টীকৰণস্বৰূপে মাত লগালে ।

"তেতিয়াহলেনো আজিৰ মিছিং সমাজত কেবাং কেনেদৰে আছে বিমল ?" সৰলাই সুধিলে ।

"আজি সকলো মিছিং সংগঠনৰ ওপৰত বানে কেবাং আছে । পিছে সিও বিভিন্ন ন্যস্তস্বাৰ্থত শতধাবিভক্ত, দুৰ্বল, নিৰ্জীৱ আৰু নামমাত্ৰ । মিছিং সমাজৰ ওপৰত বিশ্বাস আৰু আস্থা ৰক্ষা কৰি মিছিং সম্প্ৰদায়ৰ মাজত ঐক্য-সংহতি আৰু ভাতৃত্ববোধ ৰক্ষা কৰিবলৈ আজিৰ বানে কেবাং সমৰ্থ হোৱা নাই । তদুপৰি আজিৰ সৰ্বগ্ৰাসী ৰাজনীতিৰ প্ৰভাৱত বানে কেবাঙৰ আদি সমাজৰ কেবাঙৰ দৰে প্ৰশাসনীয়, বিচাৰ বিভাগীয় ৰাজনৈতিক সামাজিক ক্ষমতাও নাই । অৱশ্যে ভাষা, সাহিত্য, কৃষ্টি-সংস্কৃতি পৰিচালনাৰ বাবে কেবাঙবোৰ (শাখা সভা) কিছু সক্ৰিয়ভাৱে আগবাঢ়িছে" সুবিমলে সৰলাক বুজাই দি ক'লে ।

আদি সমাজৰ শ্ৰমবিভাজনৰ বিষয়ে পঢ়ি সৰলাই পালে যে আদি পুৰুষ নাৰী উভয়েই জংঘল চাফা কৰাত লাগে । কিন্তু খৰিকটা আৰু পথাৰত জুই ধৰা আদি কাম সম্পূৰ্ণ পুৰুষৰ । পিচে জুইজ্বলাৰ পিচৰ আবৰ্জনা উভয়েই গুচায় । বীজসিঁচা কাম তিৰোতাই, জেউৰা দিয়া কাম পুৰুষে কৰে । অৱশ্যে বন নিওঁৰা, শস্য চপোৱা, মৰণামৰা, জৰা-চলা আদি কাম উভয়ে কৰিলেও মুখ্যতঃ তিৰোতাইহে কৰে ।

"অৱশ্যে এইক্ষেত্ৰত আদি সমাজত তিৰোতাৰ যি স্থান আছিল সিহে আজিৰ মিছিং নাৰী সমাজৰ আৰ্হি স্বৰূপ বুজিছা বেলা ।" সুবিমলে মন্তব্য কৰিলে, "পিছে আদি মিছিং নাৰীৰ সামাজিক স্থানৰ পৰা আজিৰ মিছিং নাৰী সমাজৰ বহুখিনি অৱনমন ঘটিল । গতিকে সৰলাই আদি সমাজত নাৰীস্থানৰ সন্দৰ্ভত বিস্তৃত অধ্যয়ন আৰম্ভ কৰিলে । সৰলাই দেখিলে যে আদি পৰিয়ালত পুৰুষ আৰু নাৰীৰ কামৰ মাজত বহুতো বিভাজন আছিল যদিও নাৰীপুৰুষৰ সম্পূৰ্ণ বিচ্ছিন্নতা অথবা নাৰীৰ পৰিয়ালৰ পৰা বিচ্ছন্নতা নাছিল । পৰিয়ালৰ নিয়ন্ত্ৰণ পিতৃৰ ওপৰত ন্যস্ত যদিও মাতৃগৰাকী পৰিয়ালৰ অপ্ৰধান ব্যক্তি নহয় । পৰিয়ালৰ ভিতৰত মাতৃৰ ভূমিকাও গৌন নহয় । ঘৰুৱা সৰহবোৰ কামকাজেই তেওঁৰ হাতত । তেওঁ ল'ৰা-ছোৱালীক চকু দিয়া, ঘৰত থকা আৰু পথাৰলৈ যোৱা, সূতা কটা, পৰিয়ালৰ বাবে কাপোৰ বোৱা আৰু জীয়েকহঁতক বোৱা-কটা শিকোৱা আদি দায়িত্ব লয় । গৃহিনীয়ে ৰবমুণৰ বতৰৰ বাবে খাদ্য সঞ্চয়

কৰে, স্বামী আৰু বন্ধুসকলৰ বাবে আপং তৈয়াৰ কৰে, গিৰীয়েকৰৰ বাবে পাইপত ধপাত যোগান ধৰে, কুকুৰা আৰু গাহৰিৰ খাদ্য যোগান ধৰে । ভঁৰালৰ চাবী হাতত ৰাখি তেওঁ দৈনন্দিন প্ৰয়োজনীয় ধান উলিয়াই শুকুৱাই খুন্দি খাদ্য ৰান্ধি পৰিয়াল আৰু আলহীক খোৱায় । তেওঁ বাঁহৰ দীঘল চুঙাত গাৱঁৰ দুৰণিৰ জলউৎসৰ পৰা পানী আনে, জংঘলত খৰি কাটোতে গিৰীয়েকক সহায় কৰি খৰিবোৰ ঘৰলৈ অনাত সহায় কৰে, জংঘলৰ পৰা বনশাক গোটায়, জুৰিত মাছ ধৰে আৰু তাৰে পৰিয়ালৰ বাবে তৰকাৰী ৰান্ধে ।

তদুপৰি আদি মহিলাই জোম খেতিতো শস্য পথাৰ চাফা কৰা, এঠাইৰ পৰা আনঠাইলৈ নি শস্যৰোপন কৰা, বন নিওঁৰা আৰু খেতি-বাতিত মতা মানুহক সহায় কৰে । এনেকুৱা কাম নহ'লে পৰিয়ালৰ তিৰোতা সকলে তাঁতশাল বা বেজীসূঁতাৰ কাম কৰে । তেওঁলোকে কুকুৰা ডাকতেই উঠি ওৰে দিন কামত ব্যস্ত থাকি নিশা সকলোতকৈ শেষতহে শুবলৈ যাব পাৰে । ঘৰখনে ভোকত থাকিব লগা হ'লে আৰু খাদ্যৰ নাটনি হ'লে তিৰোতা সকলৰ অসাৱধানতা, অ-ব্যৱস্থা অথবা অমনোযোগীতাৰ বাবে তেতিয়া ঘৰৰ গৃহিনীক তেওঁৰ অবহেলাৰ বাবে দোষাৰোপ কৰা হয় । গতিকে কেৱল তেওঁৰ কঠোৰ পৰিশ্ৰমৰ দ্বাৰায়েই নহয় তেওঁ ল'ৰা-ছোৱালীৰ পৰাও কাম আদায় কৰি মাতৃ গৰাকীয়ে পৰিয়াল চলাব লাগে । পৰিয়ালৰ উঠন ছোৱালীহঁতে ধান বনা, তাঁতবোৱা, খৰি গোটোৱা আৰু অন্যান্য লেডেনা উকটা কামত মাকক সহায় কৰে । গাৱঁৰ নাচ গানতো তেওঁলোকে যোগ দিয়ে । সৰু ছোৱালীবোৰে পিঠিত কেচুৱা বাইভনীহঁতক বোকোচা কৰি লৈ নিচুকণি গীত গাই সিহঁতৰ তত্বাৱধান কৰে । মাজে সময়ে সিহঁতে চৰাই খেদি ধানখেতিও ৰক্ষা কৰে । এনেদৰে আদি মহিলাই পৰিয়াল চলোৱাত অতি গুৰুত্বপূৰ্ণ ভূমিকা পৰোক্ষভাৱে পালন কৰি সুস্থ কৰ্ম্ম-সংস্কৃতিও ৰক্ষা কৰে ।

"আদি সমাজৰ পৰাই পোৱা নাৰীৰ দায়িত্ব আৰু কৰ্ত্তব্য উত্তৰাধিকাৰীত্ব আমাৰ মিছিং সমাজৰ নাৰীসকলেও লাভ কৰে । কিন্তু মিছিং সমাজত জনজাতীয় উপাদানবোৰৰ মাজত ক্ৰমে হিন্দু সমাজৰ সামন্তবাদী আৰু পুঁজিবাদী সমাজৰ ব্যৱসায়ীক প্ৰমূল্যৰ প্ৰভাব পৰাৰ লগে লগেই মিছিং তিৰোতাসকলৰ ওপৰত মুনিহসকলৰ দমনীয়তা অধিকভাৱে বৃদ্ধি পায় গ'ল ।" সুবিমলে সৰলাক বুজাই কৈ গ'ল, "বুজিছা বালা, আজি মিছিং পুৰুষে চাকৰি আৰু ব্যৱসায় কৰি উপাৰ্জ্জনৰ মালিক হৈ পৰাত আৰু বানপানী, গৰাখহনীয়া, শস্যনাশক কীটপতঙ্গৰ আক্ৰমণ, জনসংখ্যা বৃদ্ধি আদিৰ ফলত মিছিং সমাজৰ শস্য উৎপাদন পদ্ধতিবো অবক্ষয় ঘটিল । ফলত পৰিয়ালত তিৰোতা সকল উপাৰ্জ্জনহীন অসহায় হৈ পৰাত তেওঁলোক অধিকভাৱে পুৰুষৰ ওপৰত নিৰ্ভৰশীল হৈ পৰিল । গতিকে মিছিং পৰিয়ালত নাৰীৰ ওপৰত পুৰুষৰ অবদমন স্বাভাবিকতেই

বৃদ্ধি পোৱাত ক্ৰমে হিন্দুকে ধৰি অজনজাতীয় সমাজৰ দৰেই মিছিং তিৰোতাবো জনজাতীয় স্বাধীনতা আৰু মুক্ত বিচৰণ হ্ৰাস পাই গৈছে। সুবিমলৰ এনে বিশ্লেষণত নাৰীৰূপে সৰলাই যথেষ্ট বেদনা অনুভৱ কৰিলে।

মিছিং সকলৰ আদি পুৰুষ স্বৰূপ আদিসকলৰ ইতিহাস পঢ়ি এটা কথা জানি সৰলা আচৰিত হ'ল যে আদি সমাজতো দাস ব্যৱস্থা আছিল। আনকি উনৈশ শতিকাৰ ভ্ৰমণকাৰীয়েও মেৰো অঞ্চলত দাস ব্যৱস্থা দেখিছিল। গৰাকীসকলৰ আইন দাসসকলৰ বাবে প্ৰযোজ্য নাছিল। মুক্ত গাভৰুক বেইজত কৰা বাবে দাসক প্ৰভুৱে কেৰাঙৰ দ্বাৰা হত্যা কৰোৱা উদাহৰণো আনকি ডেল্টন চাহাবৰ টোকাত পোৱা গৈছে। সৰলাই জানি আচৰিত হ'ল যে ভ্ৰমণকাৰীসকলে দেখিছিল যে আদি সকলে পলৰীয়া মিৰিসকলকেই তেওঁলোকৰ দাস বুলি দাবী কৰিছিল। নিঃসন্দেহে আদিসকলে মিছিং সকলক তেওঁলোকৰ প্ৰাক্তন দাস বুলি দাবী কৰিছিল। আচলতে মিছিং সকলে সাৰুৱা মাটি বিচাৰি ব্ৰহ্মপুত্ৰ উপত্যকালৈ নামি আহিছিল যিহেতু তেওঁলোকক আদি সকলে খেদি পঠাইছিল। এই কথা সত্য যে আদিসকলৰ কিছুমান দাস পলাই গৈ মিছিংসকলৰ লগত মিহলি হৈ পৰিছিল আৰু এইদৰেই মিছিং জনসংখ্যাও বৃহৎ পৰিমাণে বৃদ্ধি পাইছিল। ডা° নোমল পেগুৱে আনকি উল্লেখ কৰিছে যে তেনেকুৱা দাস কিছুমানক আদি সকলেই চহকী মিছিং সকলক বিক্ৰি কৰিছিল। তেনেকুৱা দাস কিছুমানক বৃটিছে মুক্ত কৰি দিয়া বুলিও তেওঁ উনুকিয়াইছে।

অধিক অধ্যয়ন কৰি সৰলাই জানিব পাৰিলে যে দাস ব্যৱস্থা আদি সমাজতো ইতিমধ্যেই সম্পূৰ্ণকৈ উচ্ছেদ কৰা হৈছে। অৱশ্যে আদি সমাজত দাস ব্যৱস্থাৰ সেই গভীৰভাৱে প্ৰোথিত প্ৰভাৱৰ প্ৰতিধ্বনি এতিয়াও কিছু কিছু শুনা যায়। দাস আৰু প্ৰভু পৰিয়ালবোৰৰ মাজত ইতিমধ্যে বিয়া বাৰুৰ সম্পৰ্ক গঢ়ি উঠিছে যদিও এতিয়াও প্ৰাক্তন দাস আৰু মুক্ত মানুহৰ মাজত কিছু সংস্কাৰ ভাব চলি আছে।

"জনজাতীয় সমাজতো দাসব্যৱস্থা থকা বুলি জানি তুমি আচৰিত হৈছা নহয়নে বেলা ?" সৰলাৰ মুখত আশ্চৰ্য্যৰ ভাব প্ৰকাশ পোৱা দেখি সুবিমলে সুধিলে -

"নিশ্চয় বিমল" সৰলাই লগে লগেই উত্তৰ দিলে - "মই ভাবিছিলো যে শ্ৰেণীসমাজতহে দাস ব্যৱস্থা থাকে বুলি। জনজাতিৰ সমাজত সাম্যবাদী ব্যৱস্থাহে প্ৰচলিত বুলি মোৰ বিশ্বাস।"

"তোমাৰ বিশ্বাস একেবাৰে অশুদ্ধ নহয়" সুবিমলে গহীন সুৰত ক'লে, "প্ৰাচীন আৰু মধ্যযুগৰ ভাৰতবৰ্ষ অথবা পাশ্চাত্য সমাজত যি কঠোৰ, নিষ্ঠুৰ আৰু অমানৱীয় ধৰণৰ দাস ব্যৱস্থা আছিল সেইদৰে জনজাতীয় সমাজত নাছিল। তথাপি জনজাতীয় সমাজতো চহকী, ক্ষমতাশালী আৰু মাতৃবৰৰ পৰিয়ালবোৰে হয়তো দাস-দাসী ৰখাৰ ব্যৱস্থা কৰিছিল - যিটো আদি সমাজত হয়তো ঘটিছিল।"

"তেনেহ'লে মিছিং সমাজতো দাস ব্যৱস্থা আছিল বা আছে নেকি বিমল ?" সৰলাই পুনৰ সুধে ।

"আদিসকলে মিছিঙকহে তেওঁলোকৰ দাস বুলি দাবী কৰিছে ।" সুবিমলে উত্তৰ দি কয়, "কথাটো আংশিকভাবে সত্যও হ'ব পাৰে । আদিসকলৰ কোনো কোনোৱে তেনে দুই চাৰি দাসক চহকী মিছিং পৰিয়ালৰ ওপৰত বিক্ৰি কৰাটোও আংশিকভাবে সত্য হ'ব পাৰে । কিন্তু মিছিং সমাজত দাস ব্যৱস্থাৰ প্ৰভূত্ব থকা বুলি জনা নেযায় । আদি সমাজৰ বহুতো বৈশিষ্ট্যৰ মিছিং সমাজত প্ৰকটভাবে দেখা গলেও অন্ততঃ দাস ব্যৱস্থাৰ গুৰুত্ব দেখা নেযায় । এইটো ভাল কথা বুজিছা বালা" সুবিমলে উত্তৰ দিলে ।

"মিছিং সমাজত দাস ব্যৱস্থা নাই বুলি জানি ভাল পালো বিমল ।" সৰলাই প্ৰসন্ন বদনে ক'লে, "কিন্তু মিছিং গাওঁবোৰ কোনে পৰিচালনা কৰে কোৱাচোন !"

"শুনা, আমাৰ মিছিং গাৱঁত গাম থকাৰ কথা তুমি নিশ্চয় জানা বালা" সুবিমলে কৈ গ'ল - "প্ৰায় সকলোবোৰ সমাজৰ গাওঁবোৰতেই গাৱঁৰ পৰিচালকৰূপে এজন মুৰব্বী থাকে । তেওঁলোকে যোগ্যতা, অৰ্হতা আৰু অভিজ্ঞতা অথবা কেতিয়াবা উত্তৰাধিকাৰ সূত্ৰে নিৰ্বাচিত হয় । উদাহৰণ স্বৰূপে তোমালোকৰ গাৱঁত গাওঁবুঢ়া, হিন্দুস্তানী সমাজত মুখিয়া, কাৰ্বি সমাজত কাংবুঢ়া আৰু আমাৰ মিছিং সমাজত মুৰব্বীৰূপে আছিল গাম । আদিতে গামৰ আছে সামাজিক ৰাজনৈতিক বিচাৰ বিভাগীয় আৰু সাংস্কৃতিক প্ৰশাসন ক্ষমতা আছিল ।"

"তুমিযে মিছিং সমাজত আদিতে গামৰ ক্ষমতা আছিল বুলিযে কলা বিমল ?" সৰলাই সুধিলে । সম্ভৱ বৃটিছে গাৱঁৰ মুৰব্বীৰূপে গামৰ নিয়োগ কৰিছিল । আদি সমাজৰ মোচোখা অঞ্চল গাম্বোৰ আৰ্হিতেই গামৰ নাম দিছিল । গাম্বোৰ অৰ্থ হ'ল এখন গাওঁ বা এটা গোষ্ঠীৰ মুৰব্বী নেতা অথবা প্ৰভাৱশালী লোক । প্ৰতি গাওঁতেই উত্তৰাধিকাৰৰ ভিত্তিত, যোগ্যতাৰ ভিত্তিত গাম্বোক নিয়োগ কৰিছিল । পিতৃ গাম্বোৰ মৃত্যুৰ পিচত তেওঁৰ জ্যেষ্ঠজন পুত্ৰ অথবা তেওঁৰ যোগ্য পুত্ৰ নহ'লে ডাঙৰ ভায়েকে গাম্বো পদবী পায় । গাম্বোৱে গাৱঁৰ বিবাহ, সম্পত্তি, হত্যা, চুৰীকাৰ্য্য বিচাৰ কৰি সিদ্ধান্ত দিয়ে, সমাজৰ পৰম্পৰাগত নীতি পৰিচালনা কৰে । গাম্বোৱে আনকি কৰ কাটলো তুলিব পাৰিছিল ।"

"গাম্বোৰ তেনেহ'লে ভাল ক্ষমতা আছিল" মাজতে সৰলাই মন্তব্য কৰিলে, "সেই কাৰণেই কয় নেকি যি গাম পৰ্বততো গাম ভৈয়ামতো গাম বুলি ?"

"হয় বেলা, তাৰ দ্বাৰাই গামৰ ক্ষমতা আৰু যোগ্যতাৰ কথাই বুজোৱা হৈছে । পিচে বৃটিছে আদি সমাজৰ গাম্বোৰ আৰ্হিত মিছিং সমাজত গাম নিয়োগ কৰিলেও থলুৱা পৰম্পৰাৰ লগত সংমিশ্ৰিত হৈ গাম ব্যৱস্থা নেথাকিল । বৰঞ্চ থলুৱা পৰম্পৰা

গাওঁবুঢ়া ব্যৱস্থাহে মিছিং সমাজত প্ৰচলিত হ'ল যিদৰে আদি সমাজৰ কেবাং ব্যৱস্থাৰ শক্তিশালী ভূমিকা মিছিং সমাজত কেবাংবোৰ নামমাত্ৰহে থাকিল আৰু তাৰ স্থান পঞ্চায়তবোৰে ললে । অৱশ্যে গাম্বো বা গামবোৰত যে সময়ত মাতব্বৰ, স্বেচ্ছাচাৰী আৰু ঠায়ে ঠায়ে অত্যাচাৰী হৈ পৰিছিল সেই কথাও সঁচা" সুবিমলে সবিস্তাৰে ক'লে ।

"তেতিয়াহ'লে ঘাঁচীগামনো কেনেকৈ ক্ষমতাশালী হৈ থাকিল বিমল ? কিয় আমি তেওঁৰ ওচৰলৈ যাব লাগে ?" সৰলাই সুধিলে ।

"তুমি সঠিক প্ৰশ্ন কৰিছা বালা ।" সুবিমলে হাঁহি মাৰি ক'লে, "আচলতে নবৈউদ্ধৰ ঘাচীৰাম গামক বৃটিছেই নিয়োগ কৰিছিল । ফলত আদি সমাজৰ গাম্বোৰ দৰেই তেওঁ নিজ যোগ্যতা, ব্যক্তিত্ব আৰু মাতব্বৰ স্বেচ্ছাচাৰী আনকি কিছু অত্যাচাৰী হৈ পৰিছিল । পিচে বয়সত অভিজ্ঞতাৰে তেওঁ অতি সৎ-সাধু, দয়াশীল আৰু পৰোপকাৰী হৈ পৰিল । সেইবাবেই সমগ্ৰ সোণজিৰিয়েই ঘাচীৰাম গামক অভিভাৱক ৰূপে মানে আৰু তেওঁৰ অনুমতি বিনে নতুন একোকে নকৰে । গতিকে তুমিও বেলা সোণজিৰিত নতুন কিবা এটা কৰিব বিচাৰিলে ঘাচীৰাম গামৰ আদেশ, উপদেশ আৰু আশীৰ্বাদ লব লাগিব ।"

"তোমাৰ আদেশ শিৰোধাৰ্য্য কৰি ললো স্বামী" সৰলাই নাটকীয়ভাৱে সন্মান জনালে ।

## ছয়

কেইদিনমানৰ পিচত চণ্ডীৰাম আৰু ৰেৱতীয়ে সৰলাক সোণজিৰিৰ গামৰ ওচৰলৈ লৈ গ'ল । গৈ থাকোতেই চণ্ডীৰামে ক'লে -

"নবৌ, গাম হ'ল আমাৰ সমাজৰ মূৰব্বী । তোমালোকৰ গাওঁবুঢ়াতকৈ বহুত বেচি ক্ষমতাশালী । তেওঁ হ'ল সমাজৰ প্ৰশাসক আৰু বিচাৰকো । তেওঁৰ কথাতেই সমাজ চলে বুলি কব পাৰি"

"গতিকে নবৌ, আমাৰ অঞ্চলত কিবা কৰিব খুজিলে গামৰ লগত ভাল হৈ থাকিবই লাগিব । আনকি তেওঁক হাততো ৰাখিবই লাগিব" ৰেৱতীয়েও কৈ যায়, "অন্যথাই আমাৰ জনজাতীয় গোষ্ঠী সমাজত কাম কৰা অসম্ভৱ ।"

"এওঁলোকৰ মাজতেই দ-গাম, বাৰেগাম থাকে নেকি সোণহঁত ?" সৰলাই প্ৰশ্ন কৰে ।

"নহয় অ' নবৌ, দহগাম, বাৰেগাম হ'ল আমাৰ মিছিং সমাজৰ দুটা প্ৰধান খেল বা ফৈদহে । সমাজৰ গাম এওঁলোক নহয়" চণ্ডীৰামে হাঁহি হাঁহি ক'লে, "দহগামত পৰে - কুলি, কামান, মেদক আদি আৰু বাৰেগামত পৰে - পেগু, দলে, টায়ে, টাব । এই দুটা ফৈদৰ মাজতহে সাধাৰণতে বিয়া বাৰু হয় । দুয়োটা ফৈদৰ মাজত ভেদ-ভেদাভেদ আৰু বৈৰীতাও বহু সময়ত হৈ থাকে ।"

"তুমি তেনেহ'লে বহু খবৰ ৰাখা চণ্ডীৰাম" সৰলাই হাঁহি মাৰি কয়, "মই ঘৰতে ভাল শিক্ষক পাইছো দেই ।"

"সি কলেজত চচিঅ'লজি লৈছে নহয় নবৌ" ৰেৱতীয়ে খুচ মাৰি কয়, "তাতে চণ্ডীৰামটো হ'ল সমাজসেৱক ।"

"ধেৎ এইজনীয়ে কি অযথা তেপতেপাই থাকে ।" চণ্ডীৰামে ধমকিৰ সুৰত কয় - "এসময়ত নবৌ, আমাৰ সমাজখন বৰ সহজ-সৰল একতাবদ্ধ আৰু পবিত্ৰ আছিল । গাৱঁত কোনোৱে কাকো বিপদত পৰিবলৈ নিদিছিল । সমাজত সজাল মজবুত আছিল । মানুহ মৰিলে, বিয়া সবাহ-সকাম পাতিলে দায়িত্ব লৈছিল ৰাইজে । খেতি-বাতি আদিতো, মাছ-কাছ, পছ মৰা ইত্যাদিতো একেলগে কৰি সমানে ভগাই লৈছিল খোৱাৰ নিয়ম আছিল । পিচে মানুহবোৰ অকৰা-টেঙৰ আছিল বাবেই চতুৰ মিপাকবোৰে (অনামিছিংলোক) আমাৰ সম্পৰ্কে বহুতো গাজাখুৰী গল্পৰ সৃষ্টি কৰিলে ।"

"আগতে নবৌ..." চণ্ডীৰামৰ মুখৰ পৰা কথা কাঢ়ি আনি ৰেৱতীয়ে সৰলাক মিছিং সমাজৰ কথা ক'বলৈ আৰম্ভ কৰিলে - "গাৱঁত কোনোবাই হাতী লবলৈ ইচ্ছা কৰিলে গাৱঁৰ কৌবাঙত (সভা) কয় । গএলা ৰাইজে তেতিয়া সমজুৱাভাৱে সৰিয়হ খেতি কৰি তেনেলোকক হাতী লৈ দিয়ে । অৱশ্যে হাতীটো সেই গএলালোকজনৰ হ'লেও পিচে গাৱঁৰ সকলোৱে কামত লগাব পাৰিছিল ।"

"এতিয়া পিচে সেই ভালদিনবোৰ মিছিং সমাজত বিশেষকৈ আমাৰ সোণজিৰিত নাই । লুইত-অৱনৰিৰ (সোৱণশিৰি) গড়া খহাৰ দৰে চাম্পৰা কড়া চাৰিকৰীয়াৰ বানত জাঙঁৰি উটি যোৱাৰ দৰে আৰু বলিয়া ধুমুহাই নদীৰ পাৰৰ বালি উৰাই নিয়াৰ দৰে আমাৰ হোজা অজলা একতাৰ ডোলেৰে বান্ধি থোৱা সমাজখন ভাগি ছিগি জহি খহি যবে ধৰিছে । মানুহবোৰ ভাগ ভাগ হৈ কুটুট-কপটীয়া, স্বাৰ্থপৰ, হিংসুক, পেটভাটো হৈ পৰিছে । জনজাতিৰ মাজত যেনিবা এনে কুপ্ৰভাৱৰ গতি কিছু মন্থৰ । সেয়ে আজি আমি সকলোৱেই এনে কঠিন বাস্তৱতাৰ সন্মুখীন হ'ব লগা হৈছো ।"

"নবৌ, সৌযে দেখিছা প্ৰকাণ্ড বাজকীয় চাংঘৰটো - সেইটোৱেই গাম ঘাচীৰামৰ ঘৰ ।" ৰেৱতীয়ে সগৌৰবে খাৰাহে থকা মুবংঘৰটো দেখুৱাই ক'লে, "তুমি গামক মান কৰিবলৈ সাজু হোৱা ।"

"গামক কিন্তু সন্তুষ্ট কৰিব লাগিব নবৌ" চণ্ডীৰামে সৰলাক কানে কানে ক'লে, "তেওঁ বিতষ্ট হ'লে তেওঁৰ পৰা প্ৰথম বাধা আহিব ।"

"মই নাৰ্জাচ কৰিম বুলি ভাবিছানেকি সোণহঁত ?" সৰলাই দুয়োৰে হাতত ধৰি ক'লেল "মোক ইমান বামপানীৰ মাছ বুলি নেভাবিবা । মই সৰ্বতো প্ৰকাৰে প্ৰস্তুত হৈ আছিছো ।"

সৰলাহঁত গামৰ মুবং পোৱাৰ লগে লগেই থিয় জখলাৰে ৰেৱতীয়ে সৰলাক হাতত ধৰি মুৰওৰ সন্মুখৰ আলহী বহাৰ ঠাইলৈ উঠাই নিলে । উচ্চশিক্ষিত, বৰলোক আহোমনী বোৱাৰী অহাৰ খবৰ পাই গামৰ বোৱাৰীয়েকে তিনিটা মুঢ়া আনি সিহঁতক বহিবলৈ দিলে । সৰলাৰ মুঢ়াত বহা উচিত হ'বনে নহব তাৰ বাবে চণ্ডীৰামে ৰেৱতীৰ ইঙ্গিতলৈ চাই থকাত চণ্ডীৰামে কথাটো বুজি পাই ক'লে -

"বহা বহা নবৌ, মুঢ়াতে বহা, তোমালোকৰ হিন্দু সমাজৰ দৰে আমাৰ ট্ৰাইবেল সমাজত সিমান কঠিন বাধা নিষেধ নাই । আমাৰ কথা বতৰা আৰু ব্যৱহাৰ পাতিছে খৰংখজ ঠৰঙা আৰু জঠঙা সমাজ বিধিত সিমান ব্যৱধান নাই ।"

গামৰ বোৱাৰীয়ে এটা ধুনীয়া খৰাহীত তামোল কাটি আনি দিলে । কিছু শিক্ষিতা দেখনিয়াৰ কমবয়সীয়া বোৱাৰীজনীৰ লগত ৰেৱতীয়ে নবৌয়েকক পৰিচয় কৰি দিলে । বোৱাৰীজনীয়ে গামক সৰলাহঁত যোৱাৰ খবৰ দিয়াত সিহঁতকে ভিতৰলৈ মাতি পঠালে । বেচ ওখ আৰু বৰ দীঘল চাং । ঘৰটোৰ মাজৰ কোঠালৈ সোমাই গৈ সৰলাই কেউফালে নিৰীক্ষণ কৰিলে । মস্ত মস্ত কাঠৰ খুটাৰে টিঙৰ চালেৰে এটা বেচ গুৰু-গম্ভীৰ ঘৰ । মাজৰ কোঠাটো সম্ভৱ অলপ গোচাকী সাজৰ । চকী-টেবুল অৱশ্যে নাই । কিন্তু ডাঙৰ ডাঙৰ মুঢ়াকেইটা চিত্ৰ-বিচিত্ৰ ফুলৰ ৰঙীন কাপোৰেৰে ঢকা । ৰেৱত মিছিং কৃষ্টিৰ আৰ্হিৰে শিপিনীয়ে বোৱা গালোক (চোলা) আৰু বিৰি গাছেঙ (চাদৰ) আঁৰি থোৱা আছে ।

মিছিং জনাগোষ্ঠীৰ এনে সমৃদ্ধ বৈশিষ্ট্য মনোযোগেৰে নিৰীক্ষণ কৰি থাকোতেই গাম ঘাচীৰাম গহীন গহীন খোজেৰে ওলাই অহাৰ শব্দ বাঁহৰ চ'চালীৰ ওপৰত কাঠৰ

টঙ্কা পাৰি দিয়া মজিয়াত হোৱা শব্দৰ পৰাই সৰলাইঁতে সৰবউমান পালে । সৰলাই লক্ষ্য কৰিলে যে পকা থেকেৰাৰ ৰঙৰ এজন থুলন্তৰ বৃদ্ধ । ওখ আৰু শকত বৃদ্ধজনক দেখিলেই শ্ৰদ্ধা জাগে আৰু তেওঁৰ বয়স আশীৰ আশ-পাশৰ যেন ধাৰণা হয় । মূৰত এয়া বেতৰ টুপী, কলাফুল ঢকা ধুতীৰ ওপৰত ৰঙীন কামিজ এটাৰ ওপৰত কৰ্কালৰলৈকে পৰা এটা বিচিত্ৰৰঙৰ মিছিঙৰ পৰম্পৰাগত কোট । গামৰ মুখত এমোকোৰা তামোল আৰু হাতত এডাল চুটি লাঠি । সৰলাৰ ধাৰণা হ'ল যে এজনী অন্য সম্প্ৰদায়ৰ বৰলোকৰ উচ্চশিক্ষিতা ন-বোৱাৰী অহা বাবেই হয়তো গামে নিজা পৰম্পৰাগত পোছাক পৰিধান কৰি আহিছে ।

গহীন গম্ভীৰভাবে গাম আহি সবাতোকৈ মজবুত আৰু সুসজ্জিত মূঢ়াতোৰ বহাৰ আগতেই সৰলা চণ্ডীৰাম আৰু ৰেৱতীয়ে থিয় হৈ নমস্কাৰ জনালে । মিছিং সম্প্ৰদায়ৰ পোছাককেই পৰিপাটিকৈ পিন্ধি উৰি দেখিলেই মোহ লগা সুন্দৰী সাজি যোৱা সৰলাৰ ফালে গাম ঘাচীৰামে দৃষ্টি নিক্ষেপ কৰাৰ লগে লগেই শৰাইত তামোল পান ফুলাম গামোছা হাঁচটি আদি সজাই সৰলাই আঠু কাঢ়ি গামক সেৱা কৰিলে । ৰেৱতীয়ে নবৌয়েকৰ আঁচলত ধৰি সহায় কৰি দিলে ।

গামে সৰলাক মূৰত ধৰি উঠাই দি আশীৰ্বাদ দি অতি গম্ভীৰ আৰু হৃদয়স্পৰ্শী ভাষাৰে ক'লে - "আই অ' ন-বোৱাৰী, তোৰ মঙ্গল হওঁক । মই আশীৰ্বাদ কৰিছো আই তোৰ কুশল হওঁক । মই শুনিছো আই আমাৰ অনিৰামৰ পৰফেছৰ ল'ৰাই বোলে বৰলোকৰ আহোমনী বোৱাৰী আমাৰ এই ঘুকোট ঠাই সোণজিৰিলৈ আনিছে । মই শুনিছো আই তই বোলে আঁহতগুৰিৰ মালিক অখিল গঁগৈৰ জী । অখিল মোৰ বন্ধু মানুহ সৰু মিতা অ' । অখিলৰ জী তয়ো নিশ্চয় ভাল বোৱাৰী হবিয়েই । আমাৰ পিচপৰা ঠাইখনৰ সুবিমলো মানিক স্বৰূপ আৰু মই শুনিছো তয়ো বহুত পঢ়া গুণী ছোৱালী । মই ভাবিছো তই আই আমাৰ সোণজিৰিলৈ লখিমী হৈ আহিছ । দণ্ৰিপলই তোক আমাৰ ইয়ালৈ পঠাইছে হ'বপায় । পৃথিৱীখন বহুত আগবাঢ়ি গ'ল অ' । আমি একেদৰেই থাকিলো । আমাৰ ইয়াত ভাল বাট পথ নাই, স্কুল কলেজ নাই, নাই মানুহ হোৱাৰ পৰিবেশ । লুইত অ'বনৰী, চাম্পৰা কঢ়া-চাৰিকৰীয়া দাংধৰা নদী এদিন আমাৰ বাবে মাৰ দৰে আছিল । সেইবাবেই আমি মিছিং মানুহবোৰে নদীৰ কাষতে বহিছিলো । এতিয়া পিছে ইইঁতবোৰে দেখোন জোলোকা জোলোকে পানী খুৱাই মৰাহেন কৰিছে অ' আই । আমি নোৱাৰিলো - একো কৰিব নোৱাৰিলো । এনেদৰে আমিবোৰ মৰিবলৈ গৈ আছো । এতিয়া তই সোণজিৰিৰ ঘোপমৰা এন্ধাৰৰ মাজলৈ পোহৰ আনিব পাৰিবিনে আই ? নহ'লে তই কিয় এই আন্ধাৰত ডুব যাবলৈ আহিছ বোৱাৰী ? সুবিমল, তই আৰু সোণজিৰিৰ ভাল বিচৰা অঁকৰা মানুহখিনিকলৈ কিবা এটা কৰিব নোৱাৰিবিনে বোৱাৰী ? মোৰ বিশ্বাস তইঁতে পাৰিবি । মোৰ বৃদ্ধ চকুৰ শেঁতা দৃষ্টিৰে মই ছাঁ পোহৰত দেখিছো - তইঁতে পাৰিবি, অ' বোৱাৰী পাৰিবি ।"

আপোন বিভোৰভাবে গুৰু গম্ভীৰস্বৰে কৈ যোৱা গাম ঘাঁচীৰামৰ কণ্ঠস্বৰ যেন

কোনোবা ঋদ্ধজনৰ আৰ্তস্বৰ । কোনো সুদূৰ সুৰঙ্গৰ পৰা ওলাই অহা এই কণ্ঠস্বৰ যে সমগ্ৰ সোণজিৰিৰ আত্মাৰ চিৎকাৰ । আধুনিক জগতৰ পৰা বহু আঁতৰত থকা এই বৃদ্ধজন যেন এজন গভীৰ ভৱিষ্যতদ্ৰষ্টা । তেওঁ যেন সোণজিৰিৰ বিবেক আৰু সোণজিৰিৰ উন্নতিৰ বাবেই যেন এই বৃদ্ধজনৰ মন সমৰ্পিত । গভীৰ শ্ৰদ্ধাৰে ঘাঁচীৰাম গামৰ কথা ভাবি থাকোঁতেই বৃদ্ধজন যেন আত্মস্মৃতাৰ পৰা সাৰ পাই সচেতন হৈ উঠিল । সৰলাৰ ফালে আদৰ দৃষ্টিৰে চাই তেওঁ মাত লগালে -

"ন-বোৱাৰী, বৃদ্ধগামৰ ঘৰলৈ শুদামুখে আহিছ, শুদামুখে নেযাবি অ' আই । কিবা এটা খাই যাবি । প্ৰথম বাৰৰ বাবে আহি শুদামুখে যাব নেপায় নহয় । কিবানো আৰু কি খাবি আই । আমাৰ মিৰিচাপুত চাহপানীৰ ব্যৱস্থা নেথাকে নহয় - অকনমান ছাইকে খাই যাবি কিবা এটাৰ লগত । মই উঠিছো আই । আহি থাকিবি অ' বোৱাৰী । তোৰ ওপৰত বহুত আশা আই ।"

ঘাঁচীৰাম গাম উঠাৰ লগে লগে সৰলাই পুনৰ সেৱা জনালে । গামেও সৰলাৰ মূৰত হাত থৈ পুনৰ আশীৰ্বাদ দি ভিতৰলৈ সোমাই গ'ল ।

জীৱনত প্ৰথমবাৰৰ বাবে সৰলাই এটুকুৰা গাহৰি মঙহেৰে কেইটোপালমান ছাই আপং খালে । কাৰণ পিতৃৰো জ্যেষ্ঠ গামৰ কথা নেৰাখিলে অপৰাধ কৰা হ'ব বুলি তাইৰ ভাব হ'ল । বিবেকৰ এনে আন্তৰিক আহ্বান প্ৰত্যাখ্যান কৰা ঠিক নহ'ব বুলি সৰলাৰ ভাব হ'ল ।

গধূলি সুবিমলে গোটেই সোণজিৰি অঞ্চল ঘূৰি আহি গামৰ পৰা পোৱা পিতৃবৎ ব্যৱহাৰ আৰু আশীষবাণীৰ আশাবাদৰ কথা জানিব পাৰি আনন্দেৰে ক'লে -

"চাব্বাচ বালা", গামৰ দৰে গোড়াবৃদ্ধক টলাব পৰা তোমাৰ যাদুকৰী ব্যক্তিত্বক মই প্ৰশংসা কৰিছো । এই কমদিনৰ ভিতৰতেই তুমিতো আমাৰ ঘৰখন জয় কৰি লব পাৰিলাই আনকি গঞা সকলকো আপোন কৰি লব পাৰিছা । মোৰ বিশ্বাস তুমি সোনকালেই গোটেই সোণজিৰিখনকেই আয়ত্বলৈ আনিব পাৰিবা ।"

"ইমান প্ৰশংসা কৰি মোক বেলুনৰ দৰে ফুলাই গণ্ডাটোপ কৰি নিদিবা বুইছা বিমল" সৰলাই হাঁহিমাৰি ক'লে - "ধুমকৈ ফুটি যাম । অৱশ্যে পাৰ্য্যমানে সমস্ত শক্তিৰে চেষ্টা কৰি নিশ্চয় - দেউতাই দিয়া চেলেঞ্জ লবলৈ আহিছো আৰু এয়া চেলেঞ্জৰ সন্মুখীন হ'বলৈ আহিছো ।"

"শুনা বেলা, কালিলৈৰ পৰাই সেই চেলেঞ্জৰ সূচনা হ'ব । সেই কঠিন চেলেঞ্জৰ মুখামুখী হ'বলৈ নিজকে প্ৰস্তুত কৰা লাহৰী, সংগ্ৰাম সমাগত - তেনেই দুৱাৰ দলিত ।"

"তুমি আছা নহয় মোৰ সোণটো বিমল, মোৰ কিহৰ ভয়" আবেগেৰে বিমলক সাবটি ধৰি সৰলাই ক'লে, "তুমি বিমল হৈ থাকা সুবিমল, নামে-কামে একে হৈ ।"

"আৰু তুমি, তুমিও হৈ থাকা নামে-কামে সৰল-সৰলা"

# সাত

ব্ৰহ্মপুত্ৰ সোৱণশিৰি চাম্পৰাৰ সঙ্গমস্থলৰ সমগ্ৰ সোণজিৰি অঞ্চলৰেই একমাত্ৰ এম. ই. স্কুলখনৰ প্ৰাঙ্গণতেই ৰাজহুৱা সভাখন পতা হৈছে। সুবিমলহঁতে ব্যাপক প্ৰচাৰ কৰাত ঘাচীৰাম গামবো সমৰ্থন পোৱাত আৰু অখিল গগৈও অহাৰ খবৰ প্ৰচাৰ হোৱাত ৰাজহুৱা সভাখনে বেচ গুৰুত্ব পালে। তাতে আহোমনী ন-বোৱাৰীয়ে বক্তৃতা দিব বুলি জানিও সভাখনৰ প্ৰতি মানুহৰ আকৰ্ষণ বাঢ়িল। লগতে সোণজিৰি এম. ই. স্কুলৰ প্ৰধান শিক্ষক অনিল পেগু, সহ-শিক্ষক ৰবীন চিন্তে, ৰূপাই পাংগিং আৰু বদন টাকুৰেও সিহঁতৰ স্কুলখন উন্নত কৰিবলৈ সভাপতা বুলি জানি আনন্দিত হৈ সভাখন সফল কৰিবলৈ সকলো প্ৰকাৰে চেষ্টা চলালে। ফলত সোণজিৰিৰ সকলো গাৱঁৰে পৰা ডেকা-গাভৰু, বুঢ়া-বুঢ়ী আৰু মুনিহ-তিৰোতা সভাখনলৈ ঢাপলি মেলিলে। ইফালে চণ্ডীৰাম আৰু ৰেৱতীয়েও লগৰ মথাৰ লগলাগি নবৌৰেকৰ সভাখন সফল কৰিবলৈ টাকুৰি ঘূৰাদি ঘূৰিবলৈ ধৰিলে। সিহঁতে আঁহতগুৰিত পঢ়ি থকা সোণজিৰিৰ পৰা যোৱা কলেজ আৰু হাইস্কুলত পঢ়া সকলো ল'ৰা-ছোৱালীকেই সভালৈ লৈ আহিল।

গতিকে যথা সময়ত সোণজিৰি এম. ই. স্কুলৰ প্ৰধান শিক্ষক অঞ্চলটোৰ প্ৰবীন গ্ৰেজুৱেট অনিল পেগুৰ সভাপতিত্বত ৰাজহুৱা সভা আৰম্ভ হ'ল। অধ্যাপক সুবিমল দলেই সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি ক'লে যে বাহিৰৰ মিপাক সকল শিক্ষা-দীক্ষাত আগবাঢ়িল। পিচ পৰি থাকিল সোণজিৰিবাসী মিছিং ৰাইজ। নদীৰ লগত যুঁজি যুঁজি আৰু অভাৱ অনাটনত ভোগী ভোগী ইয়াৰ মানুহবোৰে বাহিৰৰ উন্নতজগতৰ ভূকে পোৱা নাই। মিছিং ৰাইজৰ ভাষা সংস্কৃতিও তাৰ ফলত বিকাশ হোৱা নাই। সেয়ে সোণজিৰি এম. ই. স্কুলক উচ্চ আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত কৰাৰ বিষয়ে আলোচনা কৰিবলৈকে এই ৰাজহুৱা সভাখন পতা হৈছে বুলি সংক্ষেপতে সভাৰ উদ্দেশ্যৰ কথা সামৰিলো।

সভাপতি অনিল পেগুৱে পোন প্ৰথমে সোণজিৰিৰ গাম ককা ঘাচীৰামক এই বিষয়ত উপদেশ দিবলৈ অনুৰোধ কৰাত বুঢ়াই লাখুটিত ভৰ দি গলগলীয়া মাতেৰে থৰক বৰক সুৰত আৰম্ভ কৰিলে -

আমাৰ সোণজিৰিৰ মিতুৰ ৰাইজ,

"মোৰ চাৰিকুৰি বছৰ গ'ল আন্ধাৰতে। পো-পোৱালী-নাতিহঁতেও এই ঘোৰৰ আন্ধাৰৰ পৰা বেচিকৈ ওলাব পৰা নাই। আমাক বাহিৰৰ মানুহে অসইভ ডাফলৰ মিৰি বুলি হাঁহিলেও আমি মাতিব নোৱাৰো। আমাৰ মনত ওখ শিক্ষাৰ খিয়াল হ'লেও আমাৰ কমৰত বল নাই। মোৰ দৰে অভং বুঢ়াবোৰ চকু নোহোৱাকৈয়ে মৰিম। মৰিলেও এনেবোৰ আশা কৰবলৈকে যাব। আমাৰ মনৰ এই দুখবোৰ কোনেনো

বুজিব! বুজা বোৰেও আমাৰ দুখবোৰ দূৰ নকৰে, কৰিবও নোৱাৰে। অথচ আমাৰ এই ঘোকৰ পৰা ভাল শিক্ষালোৱা কেইটাও অনিৰামৰ পিতেকৰ দৰে পৰফেছৰ হৈ নগৰলৈ গুছি গৈছে। আমাৰ সোণজিৰিৰ চোকা আৰু ধন থকা ল'ৰা-ছোৱালী কেইটা নগৰত ওখ শিক্ষা ল'বলৈ গৈ বৰ কষ্ট পাইছে।"

"এতিয়া আমাৰ পৰম ভাইগ" গাম বুঢ়াই গলখেকাৰী মাৰি ডিঙিটো চাফা কৰি কৈ গ'ল - "নগৰৰ পৰা ভাল শিক্ষা থকা মিপাক বোৱাৰী আমাৰ নিজৰ হৈ আহিছে। তাই লগত এটা সপোনলৈ আহিছে। বোৱাৰীৰ বাপেক মোৰ সৰু মিতাও। জীয়েকৰ সপোনটো দিঠকত পৰিণত কৰিবলৈ ইয়ালৈকেই আহিছে। গিয়াতী সকল, তাইঁতক বাধা নিদিবা। তাইঁতক দগ্নিপলয়ে পঠাইছে। তইঁতে, আনকি অনিৰামৰ ওখ শিক্ষা পোৱা ল'ৰাই সোণজিৰিত যি কৰিব নোৱাৰিলে ন-বোৱাৰীয়ে আহি সেইবোৰ আৰম্ভ কৰিবলৈ লৈছে। বাপুহঁত, বোৱাৰীহঁত লগ লাগ, তাইঁতক সহায় কৰ, নহ'লে পাপ হ'ব অ', সোণজিৰিয়ে শাও দিব, লুইত, অৰনৰিয়ে খং খাব আৰু কড়া, চাম্পৰা, চাৰিকড়ীয়া উজাই ৰ'ব।"

আবেগত বৃদ্ধগামৰ কণ্ঠৰোধ হৈ গ'ল। তেওঁৰ দুচকুৰ পৰা সৰসৰকৈ চকুলো বৰলৈ ধৰিলে। ঠুকা-ঠুকি মাতেৰে বৃদ্ধ ঘাঁচীৰাম শিশুৰ দৰে উচুপিবলৈ ধৰিলে। ৰঙীন হাঁচতিখনে তেওঁ ঢুলঢুলীয়া চকুদুটা মুচি ললে। তাৰ পিচত সমজুৱাৰ সকলোৰেলৈকে হাতজোৰ কৰি নমস্কাৰ জনাই পিতামহ ঘাঁচীৰাম লাখুটিত ভৰ দি এখুজি-দুখুজিকৈ গৈ তেওঁৰ আসনত বহি পৰিল।

সোণজিৰিৰ বিবেকস্বৰূপ ঘাঁচীৰাম গামৰ আবেগভৰা প্ৰত্যক্ষ আহ্বান, ন-বোৱাৰী সৰলাক দেৰীত্ব প্ৰদান আৰু স্কুল পতাৰ প্ৰত্যক্ষ সমৰ্থনে সভাঘৰক জিনি পেলালে। বিৰোধীতা কৰিবলৈ অহা স্থানীয় উতনুৱা ডেকা কেইটাকো তাপ মৰালে। বৃদ্ধ গামৰ আবেগ জড়িত ক্ৰন্দনে সভাঘৰক বিশেষকৈ কাঁহ পৰি জীন যোৱাৰ অৱস্থা কৰিলে।

সভাপতি অনিল পেগুৱে তাৰ পিছত বিশেষজ্ঞ অতিথি বক্তা অনিল গগৈক ৰাইজক সম্বোধি উপদেশ দিবলৈ আহ্বান জনালে।

"ৰৰমিতা গামদাদাই কথাবোৰ সঠিকভাৱে ধৰিব পাৰিছে। তেওঁৰ দূৰদৃষ্টি, জ্ঞান-অভিজ্ঞতা আৰু জন্মভূমিৰ প্ৰেমে আমাৰ মহৎ লক্ষ্য উদ্দেশ্যৰ কথা বুজিব পাৰিছে। গামদাদা পঢ়াশলীয়া শিক্ষাৰে নহয় সুদীৰ্ঘ জীৱনৰ বাস্তৱ অভিজ্ঞতাৰে শিক্ষিত। গতিকে তেওঁ আমাৰ সপোনটোৰ আচল গুঁহ বিচাৰি পাইছে। এতেকে তেওঁৰ সাৰগৰ্ভ কথাৰ পিছত মোৰ বিশেষ কবলৈ নায়েই।

"তথাপি আমাৰ সপোনটোৰ কথা কব খুজিছো'- যিটো সপোন মই মোৰ যৌৱনত দেখিছিলো। মই মোৰ নিজৰ ঢোল বজাব খোজা নাই। মাথোঁন মোৰ

কৰ্ম্মজীৱনৰ অভিজ্ঞতাৰ বিষয়ে চমুকৈ কব বিচাৰিছোঁ - কিজানি তাৰ পৰা সোণজিৰিৰো উপকাৰ হয় । আচলতে মোৰ স্থানীয় হাইস্কুলতেই ভালকৈ মেট্ৰিক পাছ কৰি টকা পইছাৰ অভাৱৰ স্বত্বেও কটন কলেজৰ পৰা বি. এ. পাছ কৰি লগতে গুৱাহাটীৰ পৰাই বি.টিও পাছ কৰা সম্ভৱ হ'ল অতি কষ্টেৰে কেৱল সবল উচ্চাকাঙ্খাৰ জোৰতেই । অৱশ্যে তেতিয়ালৈকে মোৰ জীৱনৰ কোনো স্বপ্নও নাছিল । কেৱল ব্যক্তিগত উন্নতিৰ চিন্তাৰ বাহিৰে । কাৰণ তেতিয়া আঙুলিৰ মূৰত লেখিবলৈও নোহোৱা গ্ৰেজুৱেটবোৰৰ মাজত এজন হৈ মোৰ ভাল চাকৰিৰ কোনো অভাব নাছিল । মই সহজেই উচ্চবিষয়া হোৱাৰ দুৱাৰ মুকলিকৈ খোলা আছিল ।

"পিছে দূৰদ্ৰষ্টা দেউতাই মোৰ মনত সেই সপোনটো সোমোৱাই দিলে । সেয়া আঢ়ৈ কুৰি বছৰৰো আগৰ কথা । দেশ স্বাধীন হোৱাৰ একেবাৰে পানীকেচুৱা কাল । বি. এ. বি. টি. পাছ কৰি সেই কালৰ উচ্চশিক্ষিত হৈ এটা ৰঙীন স্বপ্ন চকুত লৈ ঘৰ পাইছোঁগৈহে মাথোন । দেউতাই স্বপ্নাতুৰ দৃষ্টিৰে দেৱতাসুলভ কণ্ঠেৰে ক'লে, 'বাপু, তই এতিয়া কি কৰিবি ? ভাল চাকৰি এটালৈ সুখেৰে থাকিবি নহয়জানো ? নহয় বাপু, এইদৰে পেটভাটোৰ জীৱন যাপন কৰিবলৈ মই ঘৰৰ মাটিবাৰী আৰু মাৰাৰ গহণা বন্ধক দি তোক ইমানখিনি পঢ়োৱা নাই । মেট্ৰিক পাছ কৰিও দেখোন তই পেট পুহিব পাৰিলিহেঁতেন । নহয় বাপু, তই ইয়াৰ পৰা কুৰিমাইল দূৰৰ আঁহতগুৰিলৈ যা । সেই শিক্ষা-দীক্ষা জ্ঞান-বিজ্ঞান আধুনিক সভ্যতা সংস্কৃতিৰ পোহৰ নোপোৱা ঠাইখনলৈ তই প্ৰমেথিয়াছ হৈ আধুনিক সভ্যতাৰ প্ৰতীক জুই কঢ়িয়াই লৈ যা । যা বাপু দিধাগ্ৰস্ত নহবি । পলম নকৰিবি আৰু ভয় নেখাবি । আমাৰ আশীৰ্বাদ শুভেচ্ছা সকলোবোৰ তোৰ লগত আছে ।

"সেই কালত এম. ভি. পাছ দেউতাৰ নব দৃষ্টিৰ উদ্দীপনাৰ সপোনটো বুকুত লৈ মই আঁহতগুৰি পালো । আঁহতগুৰিৰ সৃষ্টিকামী সুহৃদসকলক লগত লৈ পোন প্ৰথমে হাইস্কুল আৰম্ভ কৰিলো । তাৰ পিছত আমাৰ সৃষ্টিৰ অবিৰত যাত্ৰা আৰু থমকি ৰব লগা নহ'ল । আঁহতগুৰিত ছোৱালী হাইস্কুল, কলেজ কৃষ্টি ভৱন হ'ল । চৰকাৰী-বেচৰকাৰী অফিচ আদালত আৰু আধুনিক যুগৰ সকলো সা-সুবিধা আহিল । আঁহতগুৰি এখন সকলো দিশতে উন্নত আৰু সমৃদ্ধিশালী নগৰলৈ ৰূপান্তৰ হ'ল । গতিকে বহুতে মোক আঁহতগুৰিৰ জনক, আঁহতগুৰিৰ নিৰ্ম্মাতা আখ্যা দিয়ে । মই পিচে সেইবোৰকলৈ গৰ্ব নকৰো । সকলো কৃৰ্তিত্ব আঁহতগুৰিৰ ৰাইজৰহে ।

সোণজিৰিৰ সোদৰ বন্ধুইত, মই বাঠিৰ উৰ্দ্ধৰ বৃদ্ধ । মোৰ কৰ্ম্মক্ষমতা প্ৰায় নোহোৱা হৈ গৈছে । গতিকে দেউতাৰ সুস্বপ্নটো বুকুত বহন কৰি আহি মই ক্ৰমে ভাৰাক্ৰান্ত হৈ পৰিছো । সেয়ে ককাকৰ সপোনটোৰ উত্তৰাধিকাৰী হ'বলৈ মই মোৰ একমাত্ৰ সন্তান সৰলাক আপোনালোকৰ সোণজিৰিলৈ লৈ আহিছো কেৱল চাকৰিৰ

সূত্ৰে নহয় একেবাৰে বৈবাহিত সূত্ৰে । ইচ্ছা কৰা হ'লে মোৰ এই উচ্চশিক্ষিতা ছোৱালীজনীক নগৰতে এটা ভাল চাকৰিসহ বিয়া দি এটি সুখী সন্তোগী জীৱন দান কৰিব পাৰিলোহেঁতেন যি কামৰ বাবে তাইৰ যোগ্যতা আৰু মোৰ সামৰ্থ্য আছে । কিন্তু মই সৰলাৰ জীৱনৰ সহজ পথৰ সন্ধান দিব নোৱাৰিলো যিটো কাম তাইৰ ককাকেও মোৰ ক্ষেত্ৰত কৰিব নোৱাৰিলে । গতিকে সোণজিৰিৰ এইজনী ন-বোৱাৰীৰ বুকুৰ সুন্দৰ সপোনটো আপোনালোকেও আলফুলে সাৱটি লওঁক তাই আৰু আপোনালোক সকলোৰে সামগ্ৰীক স্বাৰ্থত ।

সোণজিৰিত হাইস্কুল, হায়াৰ চেকেণ্ডাৰী স্কুল,কলেজ প্ৰতিষ্ঠা হ'ব লাগিব । ইয়াৰ কৃষ্টি-সংস্কৃতি বিকাশৰ বাবে কৃষ্টিভৱন নিৰ্মিত হ'ব লাগিব ।ৰাইজমেল আৰু খেলাধূলাৰ বাবে এই বিস্তৃত অঞ্চলটোত ৰাজহুৱা প্ৰেক্ষাগৃহ ক্ৰীড়াঙ্গন নিৰ্ম্মাণ কৰিব লাগিব । সোণজিৰিৰ পৰা আঁহতগুৰিলৈ এই এশ মাইলৰ দীঘল হাবিতলীয়া লুংলুঙীয়া পথটো ওখ আহল-বহল বজবুত আৰু পকীকৈ নিৰ্ম্মাণৰ আশুব্যৱস্থা হ'ব লাগিব যাতে সকলো ঋতুতেই দিনে নিশাই সকলো যানবাহন বিনাবাধাই চলিব পাৰে । সোণজিৰিলৈ চৰকাৰী-বেচৰকাৰী অফিচ আদালতবোৰ অনাৰ বাবে আন্দোলন কৰিব লাগিব ।ইয়ালৈ বিজুলী-বাতি টেলিফোন আহিব লাগিব । ইয়াৰ পৰা টেলিগ্ৰাফ, টেলিগ্ৰাম, টেলেক্স, ফেক্স, ইণ্টাৰনেট আদি কৰাৰ অত্যাধুনিক বৈদ্যুতিক ব্যৱস্থা হ'ব লাগিব । আটাইতকৈ ডাঙৰ কথা আমাৰ মাতৃ স্বৰূপ ব্ৰহ্মপুত্ৰ, সোৱণশিৰি, কড়া, চামপৰা, চাড়িকৰীয়া, দাংধৰা আদি নদীবোৰৰ ৰাক্ষসীৰূপ সম্বৰণ কৰাব লাগিব । সিহঁতে ক্ৰুদ্ধহৈ মাজে মাজে লোৱা বিধ্বংসীৰূপক চণ্ডালীবৰ বাবে আৰু সিহঁতে সৃষ্টিকৰা গড়া খহনীয়াক ৰোধ কৰাৰ হেতুকে এটা ওখ বহল মজবুত মথাউৰি নিৰ্ম্মাণ কৰাব লাগিব । শিলৰ বুৰজ বান্ধি মথাউৰিটোক অক্ষয় দুৰ্ভেদ্য কৰি তুলিব লাগিব ।

প্ৰিয় কুটুমহঁত, আপোনালোকৰ ন-বোৱাৰী নাৰী হোৱাৰ বাবে হয়তো তাইৰ অনেক শাৰীৰিক মানসিক দুৰ্বলতা সীমাবদ্ধতা আনকি দ্বিধাদ্বন্দ্বও আছে । কিন্তু তাই নামে কামেই সৎ সৰল নিঃস্বাৰ্থী আৰু আত্মোৎসৰ্গী । তাইক আপোনালোকে আস্থা আৰু বিশ্বাসত লব পাৰে । তাইৰ সোণজিৰিৰ প্ৰতি থকা মৰম-চেনেহ আৰু দায়বদ্ধতা নিভাঁজ আৰু অক্ষত হৈ থাকিব । মই সেই প্ৰতিশ্ৰুতি তাইৰ পিতৃস্বৰূপে দিব পাৰো । গতিকে এতিয়া আপোনালোকৰ পাল কেনেকৈ আপোনালোকৰ ন-বোৱাৰীক সৰ্বতো প্ৰকাৰে সহায়-সহযোগিতা আৰু উৎসাহ প্ৰদান কৰি মোৰ আমাৰ ভাবীকালৰ সপোনটো আপোনালোকৰ নিজৰ কৰি লৈ বাস্তৱায়ীত কৰাত অগ্ৰসৰ হয় । মই মোৰ ৰাজ্য চৰকাৰ আৰু ৰাইজৰ ওপৰত থকা সকলো প্ৰভাৱ আৰু শক্তি প্ৰয়োগ কৰি মোৰ জী আপোনালোকৰ বোৱাৰী আৰু সোণজিৰিৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে সহায় কৰি যাম ।"

এক দীঘলীয়া সাৰগৰ্ভ, আবেগময়ী আৰু সাৱলীল বক্তৃতা দি শেষ কৰাৰ

লগে লগে মুগ্ধভাৱে শুনি থকা শ শ মানুহে যেন হঠাৎ তন্দ্ৰাভঙ্গ হৈ হাততালিৰ গিৰ্জনিৰে সভাঘৰ মুখৰীত কৰি পেলালে ।

অৱশেষত মিছিং শিপিনীৰ শৈল্পিক হাতেৰে নিৰ্মিত গাঢ় ৰঙীন ফুলাম চাদৰ পৰিহিতা সোণজিৰিৰ ন-বোৱাৰী আৰু আটাইৰে আকৰ্ষনৰ পাত্ৰী সৰলা দলে-গগৈয়ে সকলোৰে প্ৰতি নমস্কাৰ কৰি থিয় হ'ল । সমবেত শ শ লোকৰ দৃষ্টি সৰলাৰ ওপৰত নিবদ্ধ হ'ল । জ্যেষ্ঠ মধ্যম আৰু কনিষ্ঠ সকলোৰে প্ৰতি মধুৰ আৰু মোহনীয় দৃষ্টি নিক্ষেপ কৰি অতি মৃদুস্বৰে আৰম্ভ কৰিলে সৰলাই -

"গামদৌতা আৰু আমাৰ পিতৃদেৱে কবলগীয়াখিনি কৈছেই । মোৰ প্ৰিয় স্বামী, সুবিমলেও সভাৰ উদ্দেশ্যৰ কথাও কৈছে । মই সোণজিৰিলৈ আপোনালোকৰে ন-বোৱাৰী হৈ আহিছো । এইখন মোৰ নিজা হ'বলগা ঠাই আৰু এইখন মোৰ ভৱিষ্যতৰ সমাজ এতিয়াও মোৰ বাবে আচহুৱা হৈ আছে । গতিকে মই আপোনালোকৰ মাজত থিয় হৈ কবলৈ দ্বিধা আৰু লজ্জাবোধ কৰিছো । তথাপি মোৰ দৃঢ় বিশ্বাস যে অতি সোনকালেই মই এই নতুন পৰিবেশ আৰু সমাজখন আয়ত্ব কৰি লৈ মই নিজকে ইয়াত জীন নিয়াব পাৰিম । কাৰণ মই অতি আন্তৰিকতাৰে খোলা মন লৈ ইয়ালৈ আহিছো । গতিকে মই সফল হম বুলি দৃঢ়বিশ্বাস ।

ককাদেউতাৰ স্বপ্নৰূপায়নৰ বাবে মই ইয়ালৈ আহিছো বুলি দেউতাই কৈছেই । কিন্তু সেই সপোনৰ ধাৰক-বাহক আমি হ'লেও ৰূপকাৰ হ'ল আপোনালোক । তাৰ বাবে সৰ্বপ্ৰথমে মোক আপোনালোকে আপোন লোকৰ ভাষা মাত কথা ৰীতি-নীতি আৰু সংস্কৃতি শিকাই বুজাই মোক আপোনালোকৰ নিজা কৰি গঢ়ি লওক যাতে মোৰ আৰু সোণজিৰিৰ মাজত কোনো মানসিক ব্যৱধান নাথাকে । মই এসময়ৰ আপোনালোকৰ দৰে জনজাতীয় মঙ্গোলীয়গোষ্ঠীৰ পৰাই আহিলেও এতিয়া আৰু মোৰ মাজত উপৰিপুৰুষৰ চৰিত্ৰ নাই । সেয়ে জনজাতীয় সমাজৰ লগত পুনৰ সম্পূৰ্ণ মিলি-জুলি যাবলৈ বহু সাধ্য-সাধনা কৰিব লাগিব । অৱশ্যে এই কাম সহজেই সম্ভৱ হ'ব যদিহে আপোনালোকে বুকুখুলি মোক লালন পালন কৰে ।

মোৰ বুকুৰ কুটুমহঁত, মই এজনী সামান্য নাৰী । নাৰী সুলভ অনেক দুৰ্বলতা আৰু সীমাবদ্ধতা মোৰ মাজত থাকিব পৰাৰ কথা ইতিমধ্যে দেউতাই কৈছেই । হলেও মই এটা দৃঢ় সবল কঠিন আৰু সাহসী মনলৈ আহিছো । তথাপি মোৰ দেহত আছে ককাদেউতাৰ বিজয়ী তেজ আৰু মোৰ মনত আছে মাৰ চিৰসহযোগী বিপ্লৱী উদ্দীপনা । গতিকে আপোনালোকে মোক বিশ্বাস আৰু আস্থাত লওক । মোৰ আছে সোণজিৰিৰ প্ৰতি সগভীৰ আন্তৰিকতা ।

"হে বিশাল লুইত পিতৃ মোৰ" সৰলাই গভীৰ আবেগেৰে ক'বলৈ ধৰিলে, "হে সোৱণশিৰি মাতৃ মোৰ, হে কঁৰা-চামপৰা-দাংধৰা-চাৰিকড়ীয়া ভগ্নী মোৰ,

তোমালোকৰ পবিত্ৰ ভূমি সোণজিৰিত মোক সাৱটি লোৱা, তোমালোকৰ আপোন কৰি লোৱা । মই যেন তোমালোকৰ উৰ্বৰা ভূমিত নতুন সৃষ্টিৰ বীজ সিঁচি দিব পাৰো । সোণজিৰিয়ে যেন নতুন জীৱন, নতুন ৰূপ প্ৰাণ পায় । মই যেন এইখন অনুন্নত ঠাইত নিজকে বিলাই দিব পাৰো । ইয়াতে যুঁজি ইয়াতে মৰি শান্তি পাব পাৰো । হে সোণজিৰিৰ বতাহ মোক গতি দিয়া ।”

আবেগত উথলি সৰলা অভিভূত হৈ পৰিল । তাইৰ দুচকুৰে দুধাৰি চকুলো বৈ গ'ল । বতাহত উৰি যোৱা সৰলাৰ ৰঙীন চাদৰৰ আঁচলেৰে যেন তাইৰ চকুলো মুচি দিলে । অবলীলাক্ৰমে খোপাৰ পৰা খুলি যোৱা সৰলাৰ আঁঠুৱলৈকে বৈ পৰা দীঘল ক'লা ভৰোণ চুলিটাৰি বতাহত উৰি উৰি কোনো বা পৰীযেন লগা সৰলাক সকলোৰে মুগ্ধতাৰে চালে ।

সৰলাৰ বুকুপৰশা ভাষণ শুনাৰ পিচত আৰু উপস্থিত সমজুৱাৰ মতামতৰ বিশেষ প্ৰয়োজন নহ'ল । বিৰূপ মনোভাব কাৰোবাৰ থাকিলেও তেওঁলোকে থিয় হৈ বিৰোধীতা কৰাৰ কোনো পৰিবেশ নেথাকিল । গতিকে সৰ্বসন্মত সিদ্ধান্ত হ'ল যে সোণজিৰি এম. ই. স্কুলকে উন্নীত কৰি হাইস্কুল আৰু হায়াৰ চেকেণ্ডাৰী স্কুল কৰা হ'ব । উক্ত বিদ্যালয়ৰ পৰিচালনাৰ বাবে ধাঁচীৰাম গামক সভাপতি, সুবিমল দলেক কাৰ্যকৰী সভাপতি, অখিল গগৈক উপদেষ্টা আৰু অনিল পেগুক সম্পাাদকৰূপে লৈ ৩০ জনীয়া এখন শক্তিশালী পৰিচালনা কমিটি গঠন কৰা হ'ল । সদ্যহাতে অনিল পেগুক প্ৰস্তাৱীত বিদ্যালয়ৰ অধ্যক্ষ নিয়োগ কৰা হয় । সৰলা উচ্চতৰ মাধ্যমিক শাখাৰ অসমীয়া বিষয় শিক্ষক হ'ব । কিছু দুষ্প্ৰাপ্য বাবে সদ্যহাতে অধ্যাপক সুবিমল দলেক আংশিকভাৱে ইংৰাজী বিষয়টোৰ শিক্ষাদানৰ কাৰ্য্য চলাই দিবলৈ অনুৰোধ কৰা হ'ল । ৰাজনৈতিক বিজ্ঞান, অৰ্থনীতি, দৰ্শন, বুৰঞ্জী আদি বিষয়ৰ শিক্ষক আঁহতগুৰিৰ পৰা অনাৰ ব্যৱস্থা কৰিবলৈ সৰলাকে সকলো দায়িত্ব দিয়া হ'ল ।

“আপোনালোকক বহুতো ধন্যবাদ” সৰলাই সবিনয়ে ক'লে, “আপোনালোকে আহি সৰ্বসন্মতভাৱে মানুহৰ সভ্যতাৰ ভেটি শিক্ষা সম্প্ৰসাৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰি এক নতুন ইতিহাস ৰচনা কৰিলে । আৰম্ভনীতে মোৰ কিছু সন্দেহ আছিল যদিও এতিয়া মোৰ সাহস হৈছে আৰু বিশ্বাস জন্মিছে । এতেকে শুভকাম শীঘ্ৰেই কৰা উচিত । পলম কৰাৰ সময় নাই । গতিকে আগন্তুক শৈক্ষিক বৰ্ষৰ পৰাই সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰম্ভ হ'ব । আমাৰ দেউতাই স্কুল ঘৰটো নিৰ্ম্মাণ কৰি দিব । জনজাতীয় উন্নয়ন পুঁজিৰ পৰা ধন মঞ্জুৰ কৰি বিদ্যালয়ৰ আচবাব আৰু যাৱতীয় সঁজুলিবোৰ অনাৰ ব্যৱস্থা কৰা হ'ব । সোণজিৰিৰ আৰ্থিক অনাটনত যিবোৰ ছাত্ৰ-ছাত্ৰীয়ে এম. ই. পাছ কৰি হাইস্কুল পঢ়িব পৰা নাই আৰু মেট্ৰিক পাছ কৰি উচ্চতৰ মাধ্যমিক পৰ্য্যায়ত পঢ়িব পৰা নাই তেওঁলোকক বিনামূলীয়াকৈ আমাৰ বিদ্যালয়ত

পঢ়োৱাৰ ব্যৱস্থা কৰা হ'ব । তদুপৰি যিবোৰ ছাত্ৰ-ছাত্ৰীয়ে সোণজিৰিত সুবিধাৰ অভাৱত বাহিৰৰ নগৰত পঢ়ি আছে তেওঁলোকক সকলোকেই সোণজিৰিলৈ মতা হ'ব, এই প্ৰতিশ্ৰুতি দিয়ে যে তেওঁলোকক ভাল আৰু উন্নত শিক্ষা দিয়া হব । আপোনালোকক আজি ৰাজহুৱা ভাবে কথা দিলে যে আমাৰ দেউতা, সুবিমল, মোৰ আৰু আঁহতগুৰি কল্যান ক্লাবৰ সহযোগিতাত আমাৰ সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ে অতি সোনকালেই উন্নতিৰ মুখ দেখিব আৰু চৰকাৰী মঞ্জুৰী পাব ।"

সৰলাৰ বাস্তৱমুখী আঁচনিৰ কথা শুনি সমবেত ৰাইজে হাততালিৰে গিৰ্জনি মাৰিলে । ন-বোৱাৰীজনীয়ে কেৱল কথাৰ ফুলজাৰি মৰা মহিলা নহয়; অতি বাস্তৱবাদীও সেইকথাও বুজি পাই ৰাইজ অতি আনন্দিত হৈ পৰিল । ৰাইজে স্কুলৰ বাবে পুঁজি সংগ্ৰহৰ আঁচনিও সেই সভাতেই গ্ৰহণ কৰিলে । ঘাঁচীৰাম গামেই প্ৰথমে ঘোষণা কৰিলে যে সোণজিৰি এম. ই. স্কুলৰ সংলগ্ন হৈ থকা তেওঁৰ ২০ বিঘা মাটি বিদ্যালয়ৰ বাবে দান কৰিব । লগে লগেই যেয়ে যি পাৰে নগদ ধন, কাঠ-বাঁহ, খেৰ-ইকৰা আদি দান দিয়াৰ কথা ঘোষণা কৰিলে ।

"আমি ডেকামখাই লুইতত উটি অহা ডাঙৰ ডাঙৰ ভাল কাঠ ধৰি আনি ফলাই স্কুলৰ আৰু আচবাবৰ বাবে যোগান ধৰিম" চণ্ডীৰামে কিৰিলি পাৰি প্ৰস্তাব দিলে ।

"আমি গাভৰুহঁতে স্কুলঘৰৰ বেৰ আৰু মজিয়া লেপা-কোচা কৰাৰ লগতে সন্মুখত ফুলনিবাৰী বনাম" বেৰতীয়েও সোণজিৰিৰ গাভৰুমখাৰ হৈ উৰুলিকত হৈ প্ৰস্তাব আগবঢ়ালে ।

সময়মতেই সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ঘৰ-দুৱাৰ আচবাব ছাত্ৰ-ছাত্ৰীৰ যোগাৰ হৈ গ'ল । ভীষণ উলহ-মালাহ, উৎসৱমুখৰতা নাচ-গান আদিৰে বিদ্যালয়খন উদ্বোধন কৰিলে অখিল গগৈয়ে । সমগ্ৰ সোণজিৰিখনেই যেন বিদ্যালয়ৰ উদ্বোধনী উৎসৱত জপিয়াই পৰিল । স্বয়ং লুইতখনেই যেন উজান দিলে সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ জন্ম দিৱসত আনকি খুদ সোৱণশিৰিখনেই যেন বুকুৰ সোণ চেকুৰা চালি দি সোণজিৰিলৈ সৰস্বতীক আহ্বান জনালে । সোণজিৰিৰ ডেকা-গাভৰু মখাই যে আনন্দ উৎসৱত উবুৰিখাই অতদিনৰ শিক্ষাহীন শিক্ষা বিকাশক আদৰণি জনালে । সিহঁতৰ মনত মহাফূৰ্ত্তি যে সোণজিৰিৰ অতদিনৰ শিক্ষাহীন বঞ্চনাৰ ওৰ পৰিব আৰু সোণজিৰিৰ জ্ঞান চকু মেল খাব । সোণজিৰিত নতুন সূৰ্য্যৰ উদয় হ'ব ।

সৰলাৰ শোৱন-খোৱন নোহোৱা হ'ল । তাইক এতিয়া কোনে পায় । তাইৰ আশাৰ কুসুম মুকলি হৈছে, কামনাৰ ফুলপাহ মেল খাইছে আৰু বহুপ্ৰত্যাশিত সপোনটো ফলিয়াইছে । তাই কেৱল গতানুগতিক শিক্ষয়িত্ৰী হ'ব নোখোজে, হ'ব খোজে এগৰাকী আদৰ্শ শিক্ষিকা । গতিকে তাই অন্য এটা সুযোগ গ্ৰহণ কৰিলে । আঁহতগুৰিৰ পৰা নিবলগা বিষয় শিক্ষক নিৰ্বাচনৰ ক্ষেত্ৰত সৰলাই আদৰ্শগত দিশটোত বিশেষ গুৰুত্ব

দিলে ।এই ক্ষেত্ৰত তেওঁ মুখ্যতঃ প্ৰগতিশীল আদৰ্শৰ লোককহে নিয়োগ কৰাৰ কথা ভাবিলে । কেৱল বৈজ্ঞানিক মনৰ যুক্তিবাদী আৰু প্ৰগতিশীল আদৰ্শৰ বিষয় শিক্ষক নিয়োগৰ সৰলাই ব্যৱস্থাও কৰিলে ।

সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ৰাজনৈতিক বিজ্ঞান বিভাগত প্ৰণয় লাহন, অৰ্থনীতিত নুৰুল হুদা, শিক্ষা বিভাগত লিপিকা দাস, বুৰঞ্জী বিভাগত নিলয় দত্ত আৰু দৰ্শন বিভাগত অতুল মেধিক নিৰ্বাচন কৰি পৰিচালনা কমিতিৰ দ্বাৰা নিয়োগ কৰালে ।তাইৰ ইচ্ছাৰ ওপৰত কোনোৱে হুকা-বাধাও নকৰিলে ।কাৰণ সৰলাৰ স্বামী সুবিমলৰ বাহিৰে সোণজিৰিৰ কাৰোৰে এইক্ষেত্ৰত কোনো ধাৰণাই নাছিল ।গতিকে কেৱল সুবিমলৰ বাহিৰে বিষয় শিক্ষক নিয়োগৰ বাবে খেৰীঘৰ সজাই দিয়াৰ ব্যৱস্থাও কৰিব লগা হ'ল । তেওঁলোকৰ বাবে খাইৰে থাকিব পৰাকৈ পাৰিতোষিকো দিব লগা হ'ল । এনেবোৰ কামৰ বাবে চৰকাৰী সাহাৰ্য্য বিচৰাৰ লগে লগে আঁহতগুৰি, সোণজিৰিকে ধৰি বিভিন্ন ঠাইত দান-বৰঙণিও সংগ্ৰহ কৰিব লগা হ'ল ।পুঁজিসংগ্ৰহৰ কামত ভীষণ কষ্ট হ'লেও পিচে সৰলাৰ অন্যদিশত লাভ হৈছিল ।

"বিদ্যালয়ৰ বাবে ধন-সম্পদ সংগ্ৰহ কৰি বুধি বুজিছা বিমল, মোৰ বহুত লাভ হৈছে" আজৰি সময়ৰ কথোপকথনত সৰলাই উল্লেখ কৰে, "স্কুলৰ বাবে টকা পইছা আৰু বয়বস্তুতো পাইছোৱেই, লগতে সোণজিৰিৰ বিভিন্ন ঠাই আৰু মানুহৰ লগত এই আপাহতে চিনা পৰিচয় হোৱাৰো সুযোগ পাইছো । বুজিছা বিমল, কিমান যে মানুহৰ মৰম শ্ৰদ্ধা আৰু আদৰ পাইছো তোমাক কি কম বিমল ।"

"তাকে কয় বুইছা বালা, একেটা শিলেৰে দুটা চৰাই মৰা" বিমলে তামচা কৰি কয়, "অথবা আইৰো যাত্ৰা গঙ্গাৰো বাৰ্ত্তা । মানুহৰ মৰমেই আচল কথা বুইছা - যি মানুহৰ মৰম পোৱা নাই তাৰ সমান দুৰ্ভগীয়া নাই ।"

"ঠিকেই কৈছা বিমল" সৰলাই শলাগি কয়, "হয়, ধনৰ অভাৱ সঁচাই অভাৱ; কিন্তু মৰমৰ অভাৱে ততোধিক অভাৱ । গতিকে সোণজিৰিৰ মৰমেই মোৰ মূলধন নহয় জানো ?"

"হয়, পিচে মৰম দিলেহে মৰম আহে, কেৱল মুখৰ লহনেৰে নাহে" বিমলে খুচমাৰি কয় ।

"কিয় মই মৰম দিব নেজানো নেকি বিমল ?"

"ক'তনো পাৰাহে, মোকেই মৰম দিব নোৱাৰা ।"

"অ' যাই কথা সেইটোহে পেকি ?"

দুয়োৰে হোহোৱাই হাঁহে ।

# আঁঠ

সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয় স্বাভাৱিকভাবে চলি থকাৰ অৱস্থাত সৰলাইতৰ এতিয়া প্ৰধান কাম হ'ল ঠাইখনৰ সৰ্বাঙ্গীন উন্নতি সাধন কৰা । সোণজিৰিৰ মিছিং জনগোষ্ঠীৰ লগত একাত্মতা স্থাপন কৰাটো হ'ল সৰলাৰ প্ৰধান লক্ষ্য । তাই ভালদৰে জানে যে কোনো জনগোষ্ঠীৰ লগত মিলিযোৱাৰ প্ৰধান মাধ্যম হ'ল সেই জনগোষ্ঠীৰ ভাষা-সংস্কৃতি আয়ত্ব কৰা । অন্যথাই সেই জনগোষ্ঠীৰ মনৰ কথা আৰু সমাজৰ সৌন্দৰ্য্য উপলব্ধি কৰা সম্ভৱ নহয় কেৱল মুখৰ কথা আৰু সাজপোছাকেৰেই নহয় । সৰলাই এই কথাও বুজিছে যে কোনো কৃত্ৰিম ভুৱা-ভাওনাৰ দ্বাৰা বাহ্যিকভাবে জয়লাভ কৰিব পাৰিলেও বিশেষকৈ জনজাতি গোষ্ঠীক আত্মিকভাবে স্পৰ্শ কৰা সম্ভৱ নহয় । গতিকে সৰলাই সোণজিৰিৰ মিছিং সম্প্ৰদায়ৰ লগত শাৰীৰিক মানসিক ভাষিক সাংস্কৃতিক আদি সকলো প্ৰকাৰেই আত্মস্থ হোৱাৰ আন্তৰিক প্ৰয়াস আৰম্ভ কৰিলে ।

সৰলাই সোণজিৰিলৈ আহিছে এক মহৎ উদ্দেশ্য আগতলৈ, কোনো ব্যক্তিস্বাৰ্থৰ গৰজত নহয় । কোনো ৰাজনৈতিক আৰু সামাজিক উচ্চাকাংক্ষা লৈয়ো তাই ইয়ালৈ অহা নাই । তেনে মতলব থকা হ'লে দেউতাকৰ নেগুৰত ধৰি আঁহতগুৰিতেই হয়তো তেনে ন্যস্ত স্বাৰ্থ পূৰণ কৰিব পাৰিলেহেঁতেন । এতেকে সৰলাৰ মনত আজি ভয় সংশয় দ্বিধা দ্বন্দ্ব নাই । কোনো ধৰণৰ সংকোচবোধেও তাইক এতিয়া আমনি নকৰে । তাইৰ মন এতিয়া লুইতৰ দৰে মুক্ত, অবনৰীৰ স্ফটিকজলৰ দৰে স্বচ্ছ আৰু চামপৰাৰ সোঁতৰ দৰে গতিশীল । সেয়ে নতুন আদব-কায়দাৰে বৈচিত্ৰময় সমৃদ্ধজীৱনৰ বাবে প্ৰস্তুত তাই ।

সৰলাই জানে যে সকলো জনগোষ্ঠীৰ দৰে মিছিংসকলো গীত-মাত, নাচ-গান উৎসৱ পাৰ্বনত চহকী । প্ৰকৃতিৰ লগত একাত্মবোধ কৰি সেইবোৰৰ দ্বাৰায়েই তেওঁ সৃষ্টি স্বপ্নৰ মায়াজাল ৰচনা কৰে । গতিকে মিছিং লোক সংস্কৃতিৰ সম্পৰ্কে সৰলাই খৰচিমাৰি জানি লবলৈ চেষ্টা কৰিলে । এইক্ষেত্ৰত তাইৰ প্ৰাথমিক শিক্ষক-শিক্ষিকা হ'ল দেবৰ চণ্ডীৰাম আৰু ননদ ৰেৱতী । কিবা নতুন কথা জানিব লগা হ'লেই তাই সিহঁতহালক সুধি লয় । মূৰংঘৰৰ কথা সৰলাই সোধাত চণ্ডীৰামে কৈ যায় -

"নৰৌ আদি ভাষাত মূৰংঘৰক 'মচুপ' বা 'দেৰে' আৰু ছোৱালী থকা মূৰংঘৰক 'ৰাচেং' বোলে । অসীময়াত ডেকা চাং আৰু গাভৰু চাং বুলি খ্যাত । মিছিং ডেকা গাভৰু সকলে আগতে নিজৰ নিজৰ ঘৰত নেথাকি ৰাতি মূৰংঘৰত কটাইছিল । পুৱা ঘৰলৈ উভতি দৈনন্দিন কাৰ্য্যত আত্মনিয়োগ কৰিছিল । সেই মূৰংঘৰবোৰ ডেকা-গাভৰু সকলৰ সামাজিক শিক্ষা আৰু জীৱনৰ বিষয়ে অভিজ্ঞতা লাভ কৰাৰ থলী আছিল । এনেদৰে মূৰংঘৰ থকাৰ ব্যৱস্থা পূৰ্বতে প্ৰচলিত আছিল বাবেই মিছিং মৰঙত

এতিয়াও ডেকাৰ বাবে বেলেগ কোঠাৰ ব্যৱস্থা নাই । অৱশ্যে আজিৰ আমাৰদৰে শিক্ষিত ডেকাই গাৱঁৰ পূৰ্বৰ অনুশাসন নমনা বাবে এতিয়া ডেকা চাং-গাভৰু চাং মিছিং সমাজত নোহোৱাই হ'ল ।

"তেনে হোৱাত আচৰিত হ'ব লগা একো নাই বুজিছা চণ্ডীৰাম আৰু ৰেৱতী" সৰলাই বুজাবলৈ চেষ্টা কৰি কয়. "আধুনিক শিক্ষা সভ্যতাই সকলো তচনচ কৰি পেলাইছে ।"

"তাৰ ফলত আমাৰ লাভ হৈছে নে লোকচান হৈছে বুলি ভাবা নবৌ ?" ৰেৱতীয়ে সুধে, "তুমিতো এনেবোৰ সামাজিক কথা বৰকৈ চিন্তা কৰা ।"

"লাভেই বা লোকচানেই হওঁক বুজিছা ৰেৱতী" সৰলাই সহজে বুজাবলৈ চেষ্টা কৰি উত্তৰ দিয়ে - "আধুনিক সমাজ সভ্যতাই প্ৰাচীন জনজাতীয় গোষ্ঠী সমাজবোৰ ভাঙি পেলাইছে আৰু পেলাবই । গতিকে পূৰ্বৰ জনজাতীয় গোষ্ঠী সমাজক অক্ষতভাবে ৰক্ষা কৰা অথবা সেই সমাজলৈ পুনৰ ঘূৰি যোৱা সম্ভৱ আৰু উচিতেই নহয় ।"

"তেনেহ'লে আমি কি কৰিলে ভাল হব নবৌ ?" চণ্ডীৰামে প্ৰশ্ন কৰে, "আমাৰ ভাঙি পেলোৱা সমাজখনকতো পুনৰ নিৰ্ম্মাণ কৰিব লাগিব ।"

"তুমি সঠিক প্ৰশ্ন কৰিছা চণ্ডীৰাম । তোমাৰ এনে ইতিবাচক চিন্তাক মই শলাগিছো । আমি আমাৰ ভাঙি পৰিব ধৰা সমাজখনৰ পূৰ্বৰ ভালখিনি ৰক্ষা কৰি নতুন যুগৰ ভালখিনিৰ লগত মিলাই বৰ্ত্তমানৰ পৰিবৰ্ত্তিত পৰিস্থিতিত নতুনকৈ গঢ় দিব লাগিব ।" সৰলাই সহজভাষাৰে উত্তৰ দিয়ে ।

"কিন্তু আমাৰ প্ৰাচীন মিছিং সমাজৰ কোনখিনি ভাল আৰু কোনখিনি বেয়া আৰু বৰ্ত্তমানৰ নতুন সমাজৰো ভাল বেয়াখিনি আমি কেনেকৈ বাচি উলিয়াম নবৌ ?" ৰেৱতীয়ে ঔচ্ছুক্যৰে সুধে ।

"কামটো সিমান সহজ নহয় ৰেৱতী" সৰলাই অলপ গহীন হৈ উত্তৰ দিলে" "তাতে আমাৰ মিছিং সমাজৰ প্ৰাচীন আৰু বৰ্ত্তমানৰ সকলোখিনি মই এতিয়াও বুজিয়েই পোৱা নাই । বুজিবলৈ চেষ্টা কৰিছোঁহে । সকলোবোৰ আয়ত্ব কৰিহে ভাল-বেয়াখিনি বুজি পাব পাৰিম । তথাপি বুজি থোৱা যে সোণহঁত, আধুনিক বিজ্ঞান প্ৰযুক্তিবিদ্যা আৰু যুক্তিবাদৰ কবাট শিলতহে সকলোবোৰ বস্তুনিষ্ঠ ভাবে যাচাই কৰি ভাল বেয়া নিৰ্বাচন কৰিব লাগিব । ভবিষ্যতৰ সমাজৰ বাবে ভালখিনি গ্ৰহণ আৰু বেয়াখিনি বৰ্জন কৰাৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী আমি গ্ৰহণ কৰিব লাগিব ।"

"নবৌৰেকৰ জটিল তাত্বিক কথাখিনি ভালদৰে বুজি নাপাই চণ্ডীৰাম আৰু ৰেৱতীয়ে সৰলাৰ ফালে ৰ'লাগি চাই থকাত সৰলাই সৰল হাঁহি মৰি ক'লে -

"মোৰ কথাবোৰ বুজি পোৱা নাই নহয় সোণহঁত ? বুজিবলৈ সময়, অধ্যয়ন আৰু অভিজ্ঞতা লাগিব । সমাজ-সংস্কৃতিৰ সম্পৰ্কে গভীৰ মনন আৰু বিশ্লেষণ কৰিলেহে

এনেবোৰ কথা বুজিব পাৰিবা । ধৈৰ্য্য আৰু আগ্ৰহী হোৱা । সময়ত সকলোবোৰ সহজ হৈ পৰিব ।"

"হ'ব হ'ব নবৌ, তুমি আমাৰ জ্ঞানৰ সফুঁৰা ঘৰতেই আছা নহয়, চিন্তা কিহৰ" ৰেৱতীয়ে অৱস্থাটো অলপ পাতলাই ক'লে, "খালি মাজ সাগৰত নাও ডুবাই তুমি আমাক এৰি নাযাবা ।"

"ধেৎ কি আঁজলি এইজনী!" মৰমৰ ধমকদি সৰলাই কয়, "মইতো ইয়াতেই মৰিম বুলিয়েই আহিছো ওৰে জীৱন সোণজিৰিত কটাই । ইয়াতেই যুঁজি, ইয়াতেই ভোগী লুইতৰ বালিত মিলি যাবলৈহে মই সোণজিৰিলৈ আহিছো । মাথোন মিপাক বুলি তোমালোকে খেদি নপঠালেই হয় ।"

"কি কোৱা নবৌ!" চণ্ডীৰামে বাধা দি কয়, "এনে কথা মুখলৈ নানিবা বুজিছা । অসমীয়াত ফঁকৰা যোজনা এটা আছে নহয় এইযে সাধি সাধি সাধনীক পালো সাধনিক থবলৈ ঠাই নাপালো বুলি । আমিও নবৌ তোমাৰদৰে সাধনীক থবলৈ সোণজিৰিত ঠাই নোপোৱা মুৰ্খহলেহে হ'ব । ঐ ৰেৱতী, তই যা-তা পাতল কথা কৈ নবৌক আঘাত নিদিবি । বেলেগ ভাল কথা ক অ', নবৌক দুখ নিদিবি ।"

সিহঁত ভাই-ভনীহালৰ পুতৌলাগা অৱস্থাটো দেখি সৰলাই কৌশলেৰে প্ৰসঙ্গ বদলাই আৰম্ভ কৰিলে - "আচ্ছা সোণহঁত, মুৰংঘৰ ভাগি ডেকা-গাভৰুৰ সমাজো ভাগিল । পিছে এতিয়া ডেকা-গাভৰু আৰু বাইজৰ সামাজিক-সাংস্কৃতিক কাম-কাজবোৰ কেনেকৈ চলাই থকা হৈছে ?"

"আমাৰ গাওঁবোৰত এতিয়া কৃষ্টিভৱন নিৰ্ম্মাণ কৰা হৈছে নবৌ" চণ্ডীৰামে উত্তৰ দিলে - "কৃষ্টিভৱনতে ডেকা-গাভৰুহঁতে গান-নাচ চৰ্চ্চা কৰে আৰু মেল সভা পাতে । আমাৰ মিছিং ডেকা-গাভৰুহঁত নাচ গানত বলিয়া । আগতে লুইতৰ বালিত জোনাক নিশা গোটেই নিশা ডেকা-গাভৰুৱে বিহু মাৰিছিল । তেতিয়া মানুহৰ মন পবিত্ৰ আছিল । অসৎভাব নাছিল ।"

"তেতিয়া নবৌ আলহী হোৱালীৰ অৱস্থা কাহিল হৈ পৰিছিল ।" ৰেৱতীয়ে মাজতে মাত লগাই ক'লে, "আলহী হোৱালী আহিলে গোটেই নিশা নাচিব লাগিছিল । নাচি বাগি বেচেৰীহঁতে একেবাৰে ঘামি-জামি ভাগৰি জুৰুলী-জুপুৰী হৈ পৰিছিল ।"

মিছিং বোৱাৰী হৈ অহা হ'লে মোকো তেনেকৈ নচুৱালেহেঁতেন নেকি ৰেৱতী ?" সৰলাই বহইচ কৰি সুধিলে ।

"তুমি যে কি কথা কোৱা নবৌ" ৰেৱতীয়ে ঘপকৰে উত্তৰ দি ক'লে, "তুমিনো এতিয়া মিছিং বোৱাৰী নহৈ কিনো হৈ আছিছা ? আগতে আলহী হোৱালীকহে নচুৱাইছিল । তুমি দেখোন কেৱল আমাৰ ঘৰৰেই নহয়, গোটেই সোণজিৰিৰেই গিৰীহঁত হৈ আছিছা । গতিকে তোমাৰ ক্ষেত্ৰত এনে কথা নুঠে ।"

"সেইবোৰ পুৰণি সমাজৰহে কথা নবৌ" চণ্ডীৰামে ক'লে, "সেইবোৰ এতিয়া অতীত হৈ গ'ল । তাতে তুমি যিহে মানুহ আহোমৰ ঘৰৰ পৰা আহিও তুমি মিছিং গাভৰুতকৈ বেছিহে সঁচা মিৰিয়নী হ'বা যেন লাগিছে ।"

চণ্ডীৰামৰ কথাৰ ঢঙত সৰলা আৰু ৰেৱতীয়ে উচ্চস্বৰে হাঁহিলে ।

"বাৰু এতিয়া কোৱাচোন, মিছিং সমাজত প্ৰধানকৈ কি কি উৎসৱ পালন কৰে ?" সৰলাই সুধিলে ।

"আমাৰ মিছিং সমাজৰ প্ৰধান উৎসৱ হ'ল -'আলি আয়ে লৃগাং' - নতুন শস্য ৰোপনৰ বাবে ফাগুণ মাহৰ প্ৰথম বুধবাৰে পৃথিবীমাতৃ আৰু পূৰ্বপুৰুষসকলক তোষণ কৰিবলৈ এই উৎসৱ পতা হয় । ধান, আলু আদি শস্য ৰোপন কৰি সেইবোৰ নগজালৈকে পাঁচদিন গেনা পালন কৰে । গেনা পালন কৰা পাঁচ দিনত মাটি খন্দা, বাঁহ কটা আদি কাম কৰা নহয় । তাৰ লগতে কুকুৰা জুইত পুৰি নেখায় । কনী খোৱা নহয় । কনী অঙ্কুৰণৰ প্ৰতীক । ফাগুণত পৃথিবী কুমাৰী হয়, গাভৰু হয় । পৃথিবী গাভৰু হয় । গাভৰু হ'লেহে সন্তান ধাৰণৰ শক্তি পায় । এনে সময়তে বীজ পেলায় । মিছিং মানুহৰ বিশ্বাস যে এইদৰে লৃগাং উৎসৱ নেপাতিলে খেতিৰ দেৱতাই বেয়া পায় আৰু দেৱতাই বেয়া পালে খেতি-বাতি ভাল নহয় । গতিকে 'আলি'ৰ অৰ্থ মূল বা আলু, 'আয়ে'ৰ অৰ্থ ফল বা গুটি, 'লৃগাং'ৰ অৰ্থ ৰোৱা বা সিঁচা । গতিকে এইটো হ'ল শস্যৰোপন উৎসৱ ।"

"আলি আয়ে লৃগাং উৎসৱত কেনেকুৱা নাচ-গান কৰে ৰেৱতী ?" সৰলাই উৎকণ্ঠাৰে সুধে ।

"লৃগাং উৎসৱত ছবি গীত বা বিহুগীত নেগায় নবৌ", ৰেৱতীয়ে বিজ্ঞৰ দৰে উত্তৰ দিয়ে, "বিহুৰ ছবিত বজোৱাৰ দৰে ঢোলৰ চেৱও নবজায় । নাচৰ ভঙ্গিমাত কঠিয়া সিঁচাৰ চেও, কঠিয়া লহপহকৈ বাঢ়ি অহাৰ দৃশ্য, কঠিয়া মুঠি ধৰি ভৰ কৰা মুদ্ৰা আৰু খেতি চপাই আনি আনন্দত উদ্বাউল হোৱাৰ অঙ্গসঞ্চালন লৃগাং উৎসৱৰ নৃত্যৰ মুখ্য বৈশিষ্ট্য ।"

"এই উৎসৱত কেনে পোছাক আৰু গহনা আদি পিন্ধে ৰেৱতী ?" সৰলাই পুনৰ প্ৰশ্ন কৰে -"লৃগাং উৎসৱত মিছিং গাভৰুইঁতে পৰিধান কৰে ক'লা, সেউজীয়া আৰু শুভ্ৰবগা নানা ৰঙীয়া ফুলাম মেখেলা । তাৰ ওপৰত মদাৰ ফুলৰ দৰে যৌৱন ৰঙাই তোলা ৰঙা ৰঙা ৰিবি আৰু গাচেং । ডেকাসকলে পৰিধান কৰে গলৰ গগন, মিবুগালোক, য়াম্ব টঙালী আদি । গতিকে সাজপাৰৰ পৰাই বুজিব পাৰি যে উৎসৱটি নিশ্চয় পুৰণিক বিদায় দি নতুনক আদৰি অনাৰ এক আদৰণি উৎসৱ । লৃগাং উৎসৱত ডেকা গাভৰুইঁতে গোৰবাগ নাচি গাবঁৰ এমুৰৰ পৰা আনটো মূৰ পায় আৰু গৃহস্থক অধিক শস্যৰ উৎপাদনেৰে গুৰু ভকত, গঞা-সিয়াতিক-সুখিৰ পৰাকৈ শক্তি হোৱাৰ বাবে আশীৰ্বাদ দিয়ে ।"

"পঃৰাগ আমাৰ মিছিং সমাজৰ অন্য এটা প্ৰধান উৎসৱ", এইবাৰ চণ্ডীৰামে মাত লগালে । সাধাৰণতে খেতিবাতি চপোৱাৰ পিছত গাওঁৰ ডেকা-গাভৰুসকলে ৰাইজৰ সহযোগত সৃষ্টিকৰ্ত্তা, পৃথিৱীমাতৃ, পূৰ্বপুৰুষ সকলৰ তোষণৰ অৰ্থে আৰু সেইসকলৰ পৰা মঙ্গল কামনা কৰি এই উৎসৱ উদ্‌যাপন কৰে । 'পঃৰাগ'ৰ আন এটা নাম হ'ল 'নৰাছিগা বিহু' । এই বিহুৰ ঘৰটোৰ নামো মূৰং অথবা মৰংঘৰ । ইয়াৰ প্ৰধান পৰিচালকজনৰ নামাকৰণ হয় ডেকা বৰা, তিৰী বৰা, সৌকাধৰা, চাউদাং ইত্যাদি । এই বৰা-বৰাণীৰ আদেশমতেই সকলো কাম চলে । ডেকা-গাভৰুহঁতে তেওঁলোকক মানি চলিব লাগে । নহ'লে পঃৰাগৰ সমাজৰ দা-দস্তুৰ অমান্য কৰা হয় ।"

"পঃৰাগৰ প্ৰথম দিনা নবৌ..." ৰেৱতীয়ে ককায়েকৰ কথাৰ মাজতে মাত লগালে, "বৰা বৰাণীৰ লগতে তেওঁলোকক সহায় কৰিবৰ কাৰণে ৰাইজে পতা ডেকাবৰা আদি বিষয়ববীয়া সকলক ঢোলে ডগৰে আদৰি আনে । উৎসৱৰ শেষৰদিনাও আকৌ স-সম্মানে ফুৰ্ত্তি-ফাৰ্ত্তা কৰি ডেকা-গাভৰুৱে বিহু কৰি কৰি তেওঁলোকক ঘৰত চমজাই আহেগৈ । পৰাগৰ দ্বিতীয় দিনা গাওঁৰ পূজনীয় বয়োবৃদ্ধ বুঢ়া-বুঢ়ী সকলক আগভাগ দিয়া হয় । তেওঁলোকে চাকি-বন্তি জ্বলাই পূৰ্বপুৰুষ সকলক কাকুতি মিনতি জনাই ৰাইজক, ডেকা-গাভৰুসকলক, নাতিপুতি সকলক কুশলে মঙ্গলে ৰাখিবলৈ বুলি জগতৰ পশুপক্ষী, খেতিবাতি সকলোকে কুশলে ৰাখিব লাগে বুলি দঞিপলক প্ৰাৰ্থনা কৰে ।" উৎসৱৰ তৃতিয়দিনা গাওঁৰ পৰা উলিয়াই দিয়া জীয়ৰী-বোৱাৰী সকলক ভোজ-ভাত খুউৱা নিয়ম । লগত গিৰীয়েক জোঁৱাইহঁতৰ বাহিৰেও ইচ্ছা কৰিলে কেইবাজনো ডেকা-গাভৰু ল'ৰা-ছোৱালী, নাতিপুতি আনিব পাৰে । জীয়ৰী সকলে আপগুৰ কলহ বা টোপোলাৰ লগতে একোটাইঁত 'চিয়ন' বা বৰাজাতীয় জন্তু আনিব পাৰে । যি গৰাকী জীয়ৰীয়ে লগত খুব নাচিব জনা গাভৰু আৰু গাব, বজাব জনা ডেকা ল'ৰা আনে সেই গৰাকী জীয়ৰীলৈ গাওঁৰ ডেকা-গাভৰু সকলৰ বেচি মৰম দেখা যায় । এইদৰে চতুৰ্থদিনা নিজৰ গাওঁৰ বোৱাৰীহঁতক দিয়াৰ নিয়ম আছে । একেবাৰে শেষৰ দিনাহে ডেকা-গাভৰু সকলৰ নামত ভোজ খোৱা নিয়ম । একেবাৰে শেষৰ দিনা 'দপান-তৃপান' (প্ৰীতি ভোজ) হয় । সেইদিনাই সকলোকে বিদায় দিয়া হয় । নৃত্য-গীতেৰে, ডেকা-গাভৰুৱে হুলস্থূল পৰিবেশত বিহুতলী শুৱনি হৈ থকা মূৰং ঘৰবোৰ নিমাত-নিতাল হাঁহপৰি জীন যোৱা হৈ পৰি থকা অৱস্থাতহে নবৌ পৰাগ উৎসৱৰ আচলৰূপটো অনুভৱ কৰিব পৰা যায় ।"

'পৰাগ' উৎসৱৰ সবিশেষ বৰ্ণনা মৌনতাৰে সৱলাই শুনি থকাৰ সময়তে ৰেৱতীয়ে পুনৰ আকৌ ক'বলৈ ধৰে যেন মিছিংলোক সংস্কৃতিৰ কথা কৈ কৈ ওৰকে নপৰে আৰু সেইবোৰ আগ্ৰহেৰে শুনি থাকিও যেন সৱলাও ভাগৰি নপৰে ।

"কেৱল উৎসৱবোৰৰ যোগেদিয়েই নহয় নবৌ" ৰেৱতীয়ে দীঘলীয়া বৰ্ণনাৰ

মাজৰ পৰাই থপিয়াই চণ্ডীৰামে উৎসাহেৰে কৈ গ'ল - "খেতি-বাতি, ঘৰৰ অপায়-অমঙ্গল, দীৰ্ঘদিনীয়া দুৰাৰোগ্য অসুখ দূৰীকৰণ ইত্যাদিৰ বাবে বিবিধ প্ৰকাৰৰ 'দবুৰ পূজা' কৰা হয় মিছিং সমাজত। গাৱঁত দবুৰ পূজা পাতিলে গাওঁখনৰ বাহিৰৰ লোক বা অমিছিংলোক গাৱঁত প্ৰবেশ কৰা নিষেধ।"

"মিছিং জনগোষ্ঠীৰ উৎসৱ-পাৰ্বন আৰু পূজা-পাতলৰ কথাও জানিলো বাৰু সোণহঁত" বহু বিৰতিৰ পিছত সৰুলাই প্ৰশ্ন কৰিলে - "পিছে তেওঁলোকৰ গীতৰ বিষয়েও অলপ কোৱাচোন।"

"মিছিং ভাষাত গীতক কোৱা হয় 'নিঃতম", ৰেৱতীয়েই উত্তৰ দি কয়, "এই গীতবোৰ আৰু' কাহিনী গীত, ধৰ্ম্মীয় গীত, প্ৰণয় গীত, কৰ্মগীত উৎসৱ-অনুষ্ঠানৰ গীত, তত্বমূলক গীত, চিকাৰৰ গীত, নিচুকনি গীত, শিশুৰ খেল-ধেমালিৰ গীত আদি। মিছিং সকলে বিভিন্ন 'কাবান' অৰ্থাৎ বিলাপ অথবা কান্দোনৰ যোগেদি মনৰ দুখ, ব্যৰ্থতা, কামনাৰ দীৰ্ঘশ্বাস আদি প্ৰকাশ কৰে। তেওঁলোকৰ অইনিঃতম সবাতোকৈ জনপ্ৰিয় গীত। অইনিঃতম হ'ল প্ৰেম আৰু বিবাহ বিষয়ক গীত। অইনিঃতমৰ ভাব-ভাষা, ছন্দ, উপমা আৰু সুন্দৰ মাধুৰ্য্যই মিছিং ডেকা-গাভৰু, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলোকে আকৰ্ষণ কৰে। 'অই' শব্দৰ অৰ্থ হ'ল চেনাই, সোণ, বাপু, মইনা আদি অন্তৰ পৰশা শব্দ। কাজেই অইনিঃতমৰ অৰ্থ চেনাইৰ গীত, মইনাৰ গীত, সোণটিৰ গীত হ'ব লাগিছিল যদিও ই সাধাৰণতে প্ৰিয়তম-প্ৰিয়তমাক কেন্দ্ৰ কৰি ৰচা অসমীয়া বিহুগীতৰ দৰে।"

"এই লোকগীতবোৰ উকাকৈ গায়নে বাদ্য-বাজনাৰে বজায় নেকি সোণহঁত?" সৰুলাই পুনৰাই সুধিলে।

"আপুনিতো জানেই নবৌ" চণ্ডীৰামে উত্তৰ দি কয়, "সকলো গীতৰ লগত বাজনা থাকেই। আমাৰ মিছিং গীতবোৰৰ লগতো ঢোল, পেঁপা, গগনা, বাঁহী, লাওপেঁপা, দেন্দুন (মেগেলাৰে তৈয়াৰ কৰা এবিধ বাদ্যযন্ত্ৰ) আদি বাদ্যযন্ত্ৰ বজায়। এইবোৰে ঐক্যতানে গীতবোৰত সোণত সুৰগা চৰায় নবৌ।"

"ইফালে আমাৰ নাচবোৰ দেখিছেই নিশ্চয় নবৌ" ৰেৱতীয়ে ফুৰ্ত্তি কৰি কৈ যায় - "এই নাচবোৰত গোটেই গাৱঁলীয়া জীৱনটোৱে প্ৰাণপাই উঠে। এইবোৰত অসমীয়া বিহুনাচৰ দৰে যৌৱনৰ উল্লাস-উদ্দামতাৰ উন্মাদনা নাই অথবা সুক্ষ্ম মুদ্ৰাৰো সুষমা নাই। কিন্তু বিলম্বীত লয়লাসেৰে কোনো কাহিনী বা দৃশ্য ৰূপায়ন কৰা সময়ত নাচনীৰ লয়লাস নৃত্যভঙ্গীয়ে ধ্ৰুপদীৰূপ লয়। আমাৰ নৃত্যত মাছমৰা, ধানসিঁচা, ধানকটা, ধানসিচা-ৰোৱা, কাপোৰ বোবা আদি বিবিধ দৃশ্য মনোৰমকৈ ৰূপায়িত কৰে। আমাৰ 'চ ঃমান' বা 'অইনিঃতম চঃমান' অসমীয়া বিহুগীত 'গাই কৰা বিহু নৃত্যগীতৰ সমতুলা। তুমিতো ইয়াত সকলোবোৰ ভালদৰে দেখিবাই নবৌ।"

"তুমি দেখোন বহুত কথা জানা ৰেৱতী, ক'ত শিকিলা ইমানবোৰ কথা ?" সৰলাই ঔচ্ছুক্যৰে সুধিলে ।

"আমাৰ নিজা গান-নাচবোৰ দেখি শুনিয়েই বহুত কথা বুজিছা নবৌ" ৰেৱতীয়ে সহজভাবে উত্তৰ দি কয়, "তাতে মিছিংলোক-সংস্কৃতিৰ গবেষক সকলৰ লেখাবোৰো পঢ়িছো আৰু আমাৰ চাৰহঁতেও কলেজত আৰু শ্ৰেণীত আলোচনা সভা আৰু বক্তৃতাত এইবোৰ কথা বিশ্লেষণ কৰা শুনিছো নহয় নবৌ ।"

"তাই এজনী বৰ ভাল নাচনী নহয় নবৌ, ভাল গায়িকাও, "চণ্ডীৰামে মাজতে মন্তব্য কৰে ।

"সিও কম নহয়" ৰেৱতীয়ে তপৰাই কয়, "সিও এটা ভাল বিহুৱা আৰু নামী গায়ক ।"

"মই তেনেহ'লে বৰ ভাগ্যৱতী নহয়নে সোণহঁত ?" সৰলাই সন্তোষ্টিৰে কয়, "দাদায়েৰা হ'ল এজন পশ্চিমীয়া সাহিত্যৰ পণ্ডিত আৰু তোমালোক ঘৰতে হ'লা গান-নাচৰ মোৰ শিক্ষক-শিক্ষয়িত্ৰী । মোক আৰু কি লাগে সোণহঁত ?"

"ইফালে তুমি হ'লা অসমীয়া সাহিত্যৰ পণ্ডিত আৰু লেখিকা" চণ্ডীৰামে নবৌৱেকৰ কথাৰ মাজতে ক'লে - "গতিকে আমাৰ ঘৰতেই মণি-কাঞ্চনৰ সংযোগ হোৱা নাইনে নবৌ ?"

তিনিওটাই আত্মপ্ৰসাদত ডাঙৰকৈ হাঁহিলে ।

"এটা কথা পিছে আজি বাহিৰত বহুলকৈ স্বীকৃত হৈছে সোণহঁত" সৰলাই কিছু গহীনহৈ ক'লে - "মিছিং শিপীনিয়ে কাপোৰত বচা সপোনৰ সৰগে আজি সকলোৰে মন মুহি পেলাইছে বুইছা ।"

"সঠিক কথা কৈছা সাদৰী নবৌ" ৰেৱতীয়ে নবৌৱেকৰ কথা সমৰ্থন কৰি ক'লে, "সঁচা কথা নবৌ, আমাৰ মিছিং শিপীনিয়ে কাপোৰত সপোনৰ সৰগ ৰচে । বগা, ৰঙা, ক'লা, হালধীয়া আৰু সেউজীয়া এই পঞ্চ ৰঙেৰে চুকীয়া, কোণীয়া, ঘূৰণীয়া আৰু সমান্তৰাল ৰেখাৰ নানাবিধ ফুল বাচে । বিবিগাচেং, চেগবেগ আদি তিৰোতাৰ পৰিধানৰ কাপোৰবোৰত বোৱা-কটাৰ চানেকি বিদ্যমান । ইয়াৰ উপৰিও এড়ীকাপোৰ আৰু মিবিজিম নামেৰে খ্যাত গাদু আমাৰ উৎকৃষ্ট বোৱা-কটাৰ নিদৰ্শন । কাপোৰত তোলা ফুলবিলাক চুকীয়া, কোণীয়া, ঘূৰণীয়া, লতীয়া, সমান্তৰাল ৰেখা থকাৰ বাহিৰেও চৰাই, পশু, ঘৰ, ফুল আদি মটিফ দেখা যায় ।"

"তুমি এনে মনোমোহা কাপোৰ বব পাৰানে নোৱাৰা ৰেৱতী ?" সৰলাই সুধিলে ।

"মই কিছু কিছু শিকিছো নবৌ" ৰেৱতীয়ে উচ্ছাহেৰে কয়, "আমাৰ মা-পেহীহঁতে খুব ভালকৈ জানে । তাতে কলেজ পঢ়িবলৈ গৈ আঁহতগুৰিত থাকিব লগা হোৱাত

তাঁত শিকিবলৈ আৰু বৰলৈ সময়কে নাপাওঁ নহয় নবৌ ।”

“তেতিয়াহ'লে পেহীহঁতৰ পৰা মই ঘৰতেই এই বিচিত্ৰ কাপোৰবোৰ বৰলৈ শিকিব পাৰিম নহয়নে সোণহঁত ? তুমিও জনাখিনি শিকাই দিবা ৰেৱতী । মুঠতে মই ন-বোৱাৰী হৈ অহা আমাৰ মিছিং জনগোষ্ঠীৰ ভাষা, মাতকথা, গীত-নাচ, কাপোৰ বোৱা আদিবোৰ মই ঘৰতেই শিকাৰ আৰম্ভ কৰিব পাৰিম নহয়নে সোণহঁত ?” সৰলাই সৰলভাবে সুধিলে ।

“নিশ্চয় পাৰিবা, কিয় নোৱাৰিবা ?” চণ্ডী-ৰেৱতী উভয়ে যেন একেস্বৰে কৈ উঠিল - “কেৱল আমাৰ ঘৰতেই কিয় সোণজিৰিৰ সকলোৱে তোমাক সহায় কৰিব আৰু অঞ্চলটোৰ কেন্দ্ৰস্থল কৃষ্টিভৱনটো শিকিব পাৰিবা । কোনো অসুবিধা নহয় নবৌ । পিছে নগৰৰ ভাল মানুহৰ ঘৰত আলসুৱা জীৱন যাপন কৰি আহি এই পাণ্ডববৰ্জিত ঠাইত ইমান কষ্টকৰ জীৱন যাপন কৰিবলৈ কিয় আহিলা আৰু কেনেকৈ জীৱন ইয়াত যাপন কৰিবা ভাবিলে আচৰিত হওঁ নবৌ । তদুপৰি তোমাৰ যে জনা-শিকা আৰু কিবা এটা কৰাৰ বাবে কিযে সাংঘাতিক আগ্ৰহ-উৎকণ্ঠা আৰু সাহস তাকো ভাবি অভিভূত হওঁ নবৌ । নাজানো তোমাৰ কঁপালত কিমান সুখ আৰু সোণজিৰিৰ ভাগ্যত কিমান সুখ লিখা আছে ।”

সৰলাই সিহঁতৰ আবেগ বিহ্বলৰ মন্তব্যৰ কোনো উত্তৰ দিয়া প্ৰয়োজন বোধ নকৰিলে ।

## ন

ভাগি ছিগি জীৰ্ণ হৈ পৰা সোণজিৰি কৃষ্টি ভৱনটোৰ দুৰৱস্থা দেখি সৰলাৰ সঁচাই দুখ লাগিল । এই ঘৰটোতেই সকলো গান-নাচ চৰ্চ্চা কৰা লৌকিক ধৰ্ম্মাদি অনুষ্ঠানবোৰ পতা হয় আৰু ঘৰটো এঢলীয়া হৈ পৰিছে, বেৰবোৰ উৱলি যাব ধৰিছে আৰু ওপৰৰ চালৰ খেৰ কঁহুৱা খহি আকাশ দেখিব পৰা হৈছে । এই ৰাজহুৱা ঘৰটোৱেই সোণজিৰিৰ দুৰৱস্থাৰ কথা সূচনা কৰে নেকি ? সৰলাই অৱশ্যে তাইৰ এনে দুঃখজনক উপলব্ধিৰ কোনো বহিঃপ্ৰকাষ নকৰিলে । তেনে কৰিলে হয়তো এই খৰংখজ মানুহ মথাই উল্টি বুজি সিটো বিপৰীত প্ৰতিক্ৰিয়া কৰিব পাৰে অথবা হতাশ হৈ ভাগি পৰিব পাৰে । তাতে তাই এতিয়াও এই অচিনাকি মানুহবোৰৰ মনস্তত্তঃ সম্পূৰ্ণকৈ বুজি পোৱা নাই আৰু তাইকো তেওঁলোকে অদ্যাপিও সম্পূৰ্ণ বিশ্বাস আৰু আস্থাত লব পৰা নাই । অৰ্থাৎ সৰলা আৰু এই নতুন ঠাই সোণজিৰিৰ মাজৰ বিভিন্ন আদান প্ৰদান এয়া আৰম্ভ হৈছেহে মাথোন । সি নিকপকপীয়া হ'বলৈ নিশ্চয় সময় লাগিব । হয়তো সি কাহানিও নহ'বই পাৰে কোনে জানে ।

তথাপি তেনে নেতিবাচক কথা সৰলাই ভাবিব নোখোজে । কাৰণ কিবা এটা কৰাৰ দৃঢ়তাৰেই তাই ইয়ালৈ আহিছে যেতিয়া শেষপৰ্য্যন্ত ইতিবাচকতাৰেই তাই আগবাঢ়িব লাগিব । তাতে আশাৰ কথা হ'ল যে এতিয়ালৈক সৰলা সফলেই হৈছে । বিশেষকৈ স্কুলপতা আৰু মিলামিচা কৰাৰ ক্ষেত্ৰত তেনেহ'লে অন্যান্য ক্ষেত্ৰতো যে তাই সফল হ'ব পাৰে সেই কথাতো সৰলাই নিশ্চয় ভৰসা ৰাখিব পাৰে । সেয়েই সৰলা সোণজিৰিৰ কৃষ্টি ভৱনটো মজবুটকৈ নিৰ্ম্মাণ কৰা, তাত এটা পুথিভঁৰাল পতা আৰু জনজাতি-অজনজাতিৰ কৃষ্টি-সংস্কৃতিৰ সমন্বয় ঘটোৱাৰ কথা চিন্তা কৰিলে । সেই বিষয়ে সমগ্ৰ সোণজিৰিৰ ডেকা-গাভৰু আৰু সাধাৰণ ৰাইজৰ এখন সভাপাতি সৰলাই প্ৰস্তাৱ দি ক'লে -

"আমাৰ কৃষ্টিভৱনটো সুন্দৰকৈ নিৰ্ম্মাণ কৰিবলৈ আমি এখন আঁচনি গ্ৰহণ কৰোঁ আহক । আমাৰ কৃষ্টি কমিটিৰ সম্পাদক জনশিল্পী সূৰ্য্য চিন্তেক আহ্বায়কৰূপে লৈ আমি এখন নিৰ্ম্মাণ আৰু পূঁজি সংগ্ৰহ কমিটি গঠন কৰোঁ । আমাৰ মিছিং কৃষ্টি-সংস্কৃতিৰ বিচিত্ৰ-বৈশিষ্ট্যৰ কলা-শিল্পৰে কৃষ্টিভৱনটো নিৰ্ম্মাণ কৰিব লাগিব । তাৰ বাবে দক্ষ কাৰিকৰো অনাৰ ব্যৱস্থা কৰিব লাগিব । মই আঁহতগুৰিৰ কেইজনমান সংস্কৃতিপ্ৰেমীৰ পৰা ধন সংগ্ৰহ কৰিব পাৰিম । তদুপৰি চৰকাৰৰ জনজাতি সংস্কৃতি বিকাশ পূঁজিৰ পৰাও টকা পোৱা যাব । আপোনালোকে মোৰ প্ৰস্তাৱ সমৰ্থন কৰেনে ?"

উপস্থিত ৰাইজৰ পৰা বিশেকৈ ডেকা-গাভৰু সকলৰ সৰৱ সমৰ্থনৰ মাজতেই

সোণজিৰি সংস্কৃতি কমিটিৰ সম্পাদক সূৰ্য্য চিন্দেই মাত লগালে -

"সৰলা নবৌৰ প্ৰস্তাৱটো শুনি আমাৰ ডেকা-গাভৰু মখাৰ বুকুলৈ বল আৰু মুখলৈ পানী আহিছে । সঁচা কথা ক'বলৈ গলে আমি ডেকা-গাভৰুবোৰ প্ৰায় ভাগি পৰিছোঁ । কাৰণ সোণজিৰি ৰাইজৰ আৰ্থিক অৱস্থা অতি শোচনীয় হৈ পৰাত বুঢ়া-মেথা সকলে কৃষ্টিভৱনলৈ পিঠিয়েই দিয়া হ'ল । কৃষ্টিভৱনৰ ঘৰটো জহি-খহি যাবলৈ ধৰাত আমাৰ ডেকা-গাভৰু মখাৰো কৃষ্টি সমাজৰ প্ৰতি উৎসাহ নোহোৱা হ'ল । মিটিঙলৈ মাতিলেও নহা হ'ল আৰু বিশেষকৈ কমিটিৰ সম্পাদকৰ দায়িত্বও কোনোৱে নোলোৱা হ'ল । মইহে বৰ কৃষ্টি বলীয়া হোৱা বাবে জেপৰ ধন ভাঙিহ'লেও কমিটিখন ধৰি আছো । এতিয়া নবৌৰ এনে প্ৰস্তাৱ পাই কৃষ্টি কমিটিখনলৈ যেনিবা প্ৰাণ আহিছে । আমি খাটিম নবৌ প্ৰাণ দি খাটিম । মাথোঁন তুমি আমাক নেতৃত্ব দিয়া । আমি য'লৈকে যাব লাগে যি কৰিব লাগে তাকে কৰিব ।"

"কৃষ্টি ভৱনটোক এটা শিক্ষা-সংস্কৃতি আৰু গীত-নৃত্যৰ চৰ্চ্চাৰ কেন্দ্ৰৰূপে গঢ়ি তোলাৰো মোৰ এটা সপোন আছে ৰাইজ" সৰলাই পুনৰ ক'লে - "ইয়াতে আমি এটা পুথিভঁৰাল পাতো । কিতাপৰ কোনো অভাৱ নহ'ব । মোৰ আৰু দেউতাৰ কেইবাহাজাৰ মূল্যবান পুথি থকা লাইব্ৰেৰীটো আপোনালোকে বিচাৰিলে দানৰূপেই পাব । আমাৰ সোণজিৰিৰ ডেকা-গাভৰু আৰু ল'ৰা-ছোৱালীহঁতে কিতাপ নপঢ়িলে জ্ঞান-বিজ্ঞান লাভ কৰিব ক'ৰপৰা আৰু ভৱিষ্যতে গবেষণা কৰিব কেনেকৈ ?"

"আপোনাৰ কল্পনাৰ কথা শুনি আনন্দত অভিভূত হৈছো সৰলা দেৱী" হেড মাষ্টৰ অনিল পেগুৱে মন্তব্য কৰিলে - "অৱশ্যে আপোনাৰ স্বপ্ন সোণজিৰিৰ বাস্তৱতাৰ তুলনাত বেছি উচ্চ যেন লাগে ।"

"মোক দেৱী সম্বোধন নকৰিব অনিলদা" সৰলাই মৃদু আপত্তি দৰ্শাই ক'লে, "সোণজিৰিৰ মিছিং বোৱাৰী মোক শ্ৰীমতী দলে অথবা বোৱাৰী বুলি সম্বোধন কৰিলেই ভাল পাম । অৱশ্যে মোৰ পৰিকল্পনা বেছি ওখ বুলি অনিলদাই ভবাৰ দৰে বহুতেই ভাবিব পাৰে । মই তাত আচৰিত হোৱা নাই । কাৰণ আমাৰ দেউতাই আঁহতগুৰিলৈ এনে উচ্চ আশালৈ যাওঁতেও বহুতেই এনেদৰে ভাবিছিল পিছে দেউতাৰ তেনে স্বপ্নকল্পনাও বাস্তৱায়ীত হোৱাৰ দৰে সোণজিৰিতো মোৰ পৰিকল্পনা বাস্তৱ হোৱাটো সম্ভৱ হ'ব পাৰে ।"

"ঠিক আছে কামত আগবঢ়া যাওকচোন" সভাত উপস্থিত থকা সুবিমলেও মাত লগালে, "কোনো এটা নতুন আঁচনিৰ কথা ভাবিলে প্ৰথমে বিলাসী যেন লাগেই । সময়েহে তাৰ সত্যতা প্ৰমাণ কৰে ।"

"মোৰ বহুতো আঁচনিয়েই আছে ৰাইজ" সৰলাই কৈ যায়, "বহুবোৰ অভিলাসী কল্পনাই মোক সঘনে জুলুম কৰে । মই ভাবো যে কৃষ্টিভৱনৰ প্ৰাঙ্গণতে এখন ফুলনিবাৰী

আৰু ফলমূলৰ বাগান পাতিব লাগে আৰু কাষতে আমাক লাগে এখন শিশু উদ্যান যাতে আমাৰ শিশু আৰু কিশোৰ সকলে খেলা-ধূলা-শৰীৰ চৰ্চা আৰু ব্যস্ততাৰ সমল পাব পাৰে । এইবোৰ ক্ষেত্ৰতো চৰকাৰী সাহাৰ্য্য পোৱাত কোনো অসুবিধা নহ'ব । সেইখিনি দেউতাৰ যোগেদি ময়েই কৰিব পাৰিম ।"

প্ৰচণ্ড হাত চাপৰিৰ পিছত মাজতে সৰলাই তাইৰ শেষ প্ৰস্তাৱ দিলে -

"মোৰ শেষ ইচ্ছা সন্মানীয় ৰাইজ সকল, এই কৃষ্টি ভৱন সংস্কৃতি সমন্বয়ৰো কেন্দ্ৰ হওঁক । মিছিং-অনামিছিং সকলো লোক সংস্কৃতিৰেই চৰ্চাৰ কেন্দ্ৰ হওঁক । ইয়ালৈ কেৱল মিছিং গান-নাচ, কৃষ্টি-সংস্কৃতিৰ ওজা আনি শিক্ষাদানৰ ব্যৱস্থা কৰাই নহয়, অসমীয়া, বড়ো, কাৰ্বি, তিৱা, ৰাভা, চাহমজদুৰ আদি জনগোষ্ঠীৰ লোকসংস্কৃতিৰ ওজাকো ইয়ালৈ আনি মিছিং ডেকা-গাভৰুকো সেইবোৰৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হওঁক । বিহু আদি অসীময়া লোকনৃত্য গীত আদিৰ শিক্ষা লিপিকা দাসকে ধৰি আমাৰ অভিজ্ঞ বিষয় শিক্ষক সকলেই দিব পাৰিব ।"

"এই সকলোবোৰেই সময়ত হ'ব নবৌ", সম্পাদক সূৰ্য্য চিন্তেই মাত লগালে, "প্ৰথমে আমি পুঁজিৰ ব্যৱস্থা কৰো । তাৰপিছত ক্ৰমে আপোনাৰ স্বপ্নবোৰ নিশ্চয় ঠিকত ফলিয়াব ।"

"শুনক ৰাইজ", সৰলাই পুঁজি সংগ্ৰহৰ প্ৰথম প্ৰস্তাৱ দি ক'লে, "আমাৰ চৌপাশৰ সেই কড়া-চাৰিকৰীয়া, চামপৰা, দেয়াং, ব্ৰহ্মপুত্ৰ, সোৱণশিৰি আদি মীনক্ষেত্ৰৰ যি সকল মহলদাৰ আছে তেওঁলোকৰ পৰাই দেখোন প্ৰথমে কৃষ্টিভৱন কেন্দ্ৰৰ বাবে দান লব পাৰো ।"

"অতি উত্তম, বাস্তৱ আৰু জৰুৰী প্ৰস্তাৱ শ্ৰীমতী দলে" অনিল পেগুৱে লগে লগেই সমৰ্থন কৰিলে ।

"অতি সুন্দৰ প্ৰস্তাৱ নবৌ" সূৰ্য্য চিন্তেই ঘপৰাই সমৰ্থন কৰিলে - "এইবোৰ আমাৰ ঘৰুৱা নদীৰ উপাৰ্জনৰ পৰা আমি দস্তুৰমত সাহাৰ্য্যদাবী কৰিব পাৰো । প্ৰতিখন মীন চচাইটিৰ পৰা কেইহেজাৰ মানকৈ পালেও দেখোন আমাৰ কৃষ্টি ভৱনটো কেঁচাকৈ হ'লেও আহল-বহল আৰু মজবুতকৈ সাজিব পাৰিম । তাৰ পিছতো সৰহীয়া ধন গোটাই আমি কৃষ্টিভৱন, পুথিভঁৰাল, শিশুউদ্যান, প্ৰমোদ ভৱন আদি নিৰ্মাণৰ কাম আৰম্ভ কৰিব পাৰিম ।"

আলোচনাৰ সৰ্বসিদ্ধান্তক্ৰমে কৃষ্টিভৱনৰ বাবে পুঁজি সংগ্ৰহৰ অভিযান পুৰাদমে আৰম্ভ হৈ গ'ল । দহটামান ফিচাৰী সমবায়ৰ পৰাই এক লাখমান টকা পোৱা গ'ল যিটো সোণজিৰিৰ সাধাৰণ মানুহৰ বাবে অভাৱনীয় আছিল । পিছে বুদ্ধিমতী সৰলাই জানিছিল যে মাছ-কাছ ধৰাত নদীকাষৰীয়া মানুহবোৰে কৰি থকা জুলুমৰ পৰা ৰক্ষা পাবলৈ এই মীন সমবায়বোৰ স্থানীয় মানুহবোৰক সন্তোষ্ট কৰিবৰ বাবে তেওঁলোকৰ

অনুষ্ঠানত ইচ্ছা নহ'লেও দান দিবলৈ বাধ্য । কাৰণ তেতিয়াহলে সিহঁতৰ কোটি কোটি বেপাৰ অক্ষত হৈ থকাত সহায় হয় ।

সবলাই কৃষ্টি ভবনটো আৰু ইয়াৰ কাম-কাজ সজীৱ কৰি ৰাখিবলৈ গীত-নৃত্য চৰ্চ্চাৰ কামো চলাই থকাৰ আঁচনি কৰিলে । গতিকে তাই প্ৰস্তাৱ দিলে যে সবলা লিপিকাকে ধৰি আঁহতগুৰিৰ পৰা সোণজিৰিলৈ শিক্ষকতা কৰিবলৈ অহা প্ৰণয়, নুৰুল, নিলয়, অতুলহঁতে ঐনিতম আৰু মিছিং নাচ-গান শিকিব আৰু লগতে তেওঁলোকে মিছিং ডেকা-গাভৰুহঁতক অসমীয়া বিহুগীত নাচ শিকাব । তেতিয়া দুয়োগোষ্ঠীৰ মাজত সাংস্কৃতিক আদান প্ৰদান হ'ব আৰু সবলাহঁতবো বিশেষকৈ মিছিং ন-বোৱাৰী হৈ অহা সবলাৰো মিছিং সংস্কৃতি আয়ত্ব কৰাত সহায় হ'ব ।

নাচ-গানৰ আখৰা কৰাৰ প্ৰস্তাৱটো লবলৈহে পালে । বিহুৱলীয়া মিছিং ডেকা-গাভৰু জাকি মাৰি লাহতী পখিলাৰ দৰে উৰি আহিল । ঢোল-পেঁপা-গগনাই গিৰ্জনি মাৰি উঠিল । ফাগুণ মাহে আটাইকে উলাহত উন্মনা কৰি পেলালে । বহুদিন নিজম পৰি থকা কৃষ্টি ভবনটো যেন সাৰ পাই উঠিল । গান-নাচৰ বীজ তেজতেই নিহিত হৈ থকা জনজাতিৰ ডেকা-গাভৰুহঁত অভাৱৰ তাড়ণাত কিছু স্তিমিত হৈ থাকিলেও এতিয়া সবলাহঁতৰ উদ্যম পাই যেন জীপাল হৈ উঠিল । সবলা লিপিকাহঁতে নাচত পিন্ধিব লগা বিচিত্ৰ ৰঙৰ সমাহাৰে সপোন ৰচা মেখেলা চাদৰ আনি দিলেহি । প্ৰণয় নিলয় অতুল, নুৰুলহঁতকো চুটি ধুতি, ৰঙীন ককাঁলবলৈকে পৰা চোলা আৰু মূৰত মৰা ৰঙীন গামোচাও আনি দিলে । বিশুদ্ধ মিছিং ঢঙত সেই সাজপোছাকবোৰ সিহঁতক পিন্ধায়ো দিলে ।

পোন প্ৰথমে কেইটামান ঐনিতম সূৰ্য্য চিন্তেই সুৰীয়া মাতেৰে গাই সবলাহঁতক সেইবোৰৰ ভাবাৰ্থ অসমীয়াত অতি সৰলভাবে বুজাই দিলে - যাতে ঐনিতমবোৰৰ মৰ্ম্মাৰ্থ বুজি সবলা-লিপিকা নুৰুলহঁতে গাব আৰু সেইবোৰৰ অনুৰূপ নাচিবলৈ শিকাত সহায় হয় -

চোৱা, সবলা নবৌ, লিপিকা আৰু বন্ধুসকল, এইটো হ'ল বেজাৰ প্ৰকাশক ঐনিতম -

আচি চিকুৰ চিকুৰক মিকচি চিকুৰ চিকুৰক
আচি চিকুৰ পৃণয়েপী মিকচি চিকুৰ পৃণপীমা ।।

ইয়াৰ অসমীয়া অৰ্থ হ'ল - পানীৰ জুৰিও জুৰি, চকুৰ পানীও জুৰি,
জুৰি পানী শুকায়, চকুৰ পানী নুশুকায় ।

"এইটো ঐনিতমত অকম হাবিয়াস প্ৰকাশ পাইছে নবৌহঁত" সূৰ্য্যই গাই যায়-

পীক তমানী পীত তাং তমানী
আলবই কামান্নী লাপলুগ্ চুপীবং

অইনম্ কাঃলৃদ্ কাঃবেভ তমাঃনী ।

অৰ্থ হ'ল - কপৌ চৰাইও নহ'লো নাইবা আন চৰাইও নহ'লো
তেনে হোৱাহ'লে মোৰ উৰি যাবলৈ ডেউকা থাকিলহেঁতেন
হে মোৰ প্ৰিয়া! তৃষ্ণাতুৰ নয়নে
তোমাক যথাসময়ত দৰ্শন কৰিব পাৰিলোহেঁতেন ।

"এইটো ঐনিতমত চোৱা নবৌ, প্ৰেয়সীৰ ৰূপলাৱণ্যৰ উন্মাদনা আৰু প্ৰেমিকাৰ দৃষ্টি কটাক্ষত প্ৰেমাস্পদৰ হৃদয় ক্ষত-বিক্ষত হোৱা ভাব প্ৰকাশ পাইছে" -

অইন কাংকান কাঃয়ুম দাগ্
গৌনৌ নীচৰ চৰয়ুম দাগ
অইনক্ বীৰ য়ীমলা কাঃ নাম দৌ
ঙক্কী আচিন ৰকিঃদাগ ।।

অৰ্থ হ'ল - হে প্ৰিয়া, তুমি ইমান ধুনীয়া যে অপলক নয়নেৰে মোৰ চাই থাকিবৰ মন যায় । চাই থাকোতে তোমাৰ দেহৰ পৰা অইন কোনোবা ৰূপৱতী গাভৰুৱে মুহূৰ্ত্তৰ বাবে দেখা দি আকৌ তোমাৰ দেহত লীন হৈ যোৱা যেন অনুভৱ কৰিছোঁ । তোমাৰ দৃষ্টিৰ কটাক্ষত দেহ জৰ্জৰিত ।

"চোৱা লিপিকা আৰু বন্ধুহঁত, এইটো ঐনিতমত প্ৰেমীক-প্ৰেমীকাৰ দুৰতিক্ৰম্য ব্যৱধান প্ৰকাশ পাইছে" -

নক্কৌ অকুম কনৌল ঙক্কী অকুম কেব্দন্চী
চিয়াং আঃনৌ দুংকেলা অইনম কাঃলুদাগ্দ কাঃ পামাং ।

ইয়াৰ অৰ্থ হ'ল - তোমাৰ ঘৰ ইপাৰে, মোৰ ঘৰ সিপাৰে, মাজত চিয়াং নৈ খন থকাৰ বাবে তোমাক চাও বুলিও সময়ত চাব নোৱাৰো ।

"চৰাই হৈ পৰজনমত প্ৰেয়সীৰ সান্নিধ্য লাভৰ কাৰণে কৰা আকাংক্ষাও ঐনিতমত আছে নবৌ" - সূৰ্য্যই তেনে এটা উদাহৰণ দিয়ে -

তুৰদাগচ পাঃমাংগম চিকুৰ দ-চ কাংকুপী
পায়ি পীততাপ্ বালনাঃনা অইননম্ দৌঃব চুকুপী ।

এই ঐনিতমটোৰ অৰ্থ হ'ল - ইহজনমত নাপালেও পৰজনমত পামগৈ
চৰাই চিৰিকটি হৈ তোমাৰ সতে উৰিমগৈ ।

"ঐনিতমত মিছিংসকলৰ প্ৰিয় বৃত্তি বোৱা-কটাৰ বৰ্ণনাইও স্থান পাইছে বন্ধুহঁত" সূৰ্য্যই কৈ গ'ল -

যথা-কাজে আজন গৃকাঃবয় আদিয়েনা তায়েৎতপ
চুঃপাগ আবৃগ ইগেঃলা বিঃবি গাচেং চুমগোঃলা
আলি আঃয়ে পঃৰাগল গৌলেন আ আইয়া বসনাঃ পী ।

ইয়াৰ অৰ্থ হ'ল - ব'ল মোৰ মৰমৰ চেনাই পাহাৰৰ ওপৰলৈ গৈ কপাহৰ খেতি কৰোঁগৈ । কপাহৰ পৰা সূতা কাটি ৰিঃবি গাচেং প্ৰস্তুত কৰিম আৰু সেই কাপোৰ পিন্ধি আলি আয়ে লৃগাং আৰু পঃৰাগ উৎসৱত আমি দুয়ো নিজকে পাহৰি নাচিম । ব'লা মোৰ চেনাই ।

"ঐনিতমত মিছিং ডেকাই মনোমিলা গাভৰু নেপালে সন্ন্যাস হোৱাৰ কথাও প্ৰকাশ কৰিছে"

পাক্‌লি অয়িং দগেঃমাং | য়েপনামচু নাম গেমাং
গৃলুং মাঃনীম লাংগেমাং | আবু বুঃনাম কাংগেঃ মাং ।
লাঃমাঃ পী দুংগেঃলা | চৈনাচিপৌ ইপীবং ।

ঐনিতমটোৰ ভাবাৰ্থ হ'ল - মিঠা আলু নেখাও, পেটৰ অসুখ নকৰাওঁ; ঠিক তেনেকৈ মন নোখোৱা ছোৱালী বিয়া কৰাই দাম্পত্য জীৱনো অসুখী নকৰো লাগে তেনে মনেখোৱা ছোৱালী নেপালে সন্ন্যাসী হৈ ঘৰৰ পৰা ওলাই যাম ।

ঐনিতম যে মিছিং সংস্কৃতিৰ আধাৰ আৰু ভাল ঐনিতম সৃষ্টি হলেহে যে মিছিং সংস্কৃতিয়ে নতুন ৰূপ পাব তাকো স্বয়ং ঐনিতমতেই বৰ্ণনা কৰিছে নবৌ লিপিকা আৰু বন্ধুহঁত" সূৰ্য্যৰ মন্তব্য । যেনে -

আৰ্চী পৃলৃগ পৃলৃগলা আপুন পুলি লেপলায়
মিকচী দৃলৃগ দৃলৃগলা অইঃনিতম মপলায়
গিনমুৰ আচাৰ চাৰমৃলমৃং নীয়ী নীঙান্ ঙান্ এঐ কুনী
নিতম্-যাৰি দৃমৃলমৃং মিছিং কৃষ্টিজাৰয়ীকুনী ।।

ঐনিতমটোৰ ভাবাৰ্থ হ'ল, ফুলৰ পুলিত পানী দি থাকিলেহে ভাল ফুল ফুলিব, মনৰ আবেগ ঢালি অইনিতম গালেহে সুন্দৰ অইঃনিতম ওলাব । ফাগুণৰ পচোৱা মাৰিলেহে গছে নতুন পাত মেলিব । ভাল নিঃতম গীত সৃষ্টি হ'লেহে মিছিং সংস্কৃতিয়েও নতুন ৰূপ পাব ।

মিছিং কৃষ্টিত উন্মনা জনশিল্পী সূৰ্য্য চিন্তেই যেন অইঃনিতম গাই, অৰ্থকে বুজাই ভাগৰি নপৰে । সৰলা লিপিকা প্ৰণয় অতুলহঁতৰো যেন সেইবোৰ শুনি আমনি নেলাগে । জনজাতীয় ভাষা আৰু গীতৰ সুৰ অত্যন্ত কঠিন আৰু উচ্চসুৰীয়া হোৱাত বুজাত আৰু গোৱাত কষ্ট হ'লেও ক্ৰমে সিহঁতে সেইবোৰ আয়ত্ব কৰিব পাৰিব বুলি সিহঁতৰ বিশ্বাস হৈছে । সূৰ্য্যই অৱশ্যে অধিক দীঘলীয়া নকৰি তেওঁৰ শেষ অইঃনিতমৰ উদাহৰণ দি ক'লে -

"ঐনিতম মুখ্যতঃ প্ৰেমৰ গীত হ'লেও এনে গীতত জাতিৰ বিকাশৰ বাসনাওক নিহিত হৈ আছে ।" উদাহৰণ স্বৰূপে এই ফাঁকি অইঃনিতমৰ সূৰ্য্যই উল্লেখ কৰে -

দমৃৰ মৃৰপী মৃৰা দুলায় য়াৰি আপী আৰী দুলায়

চিয়াং আঃনী চিক্‌পী বিবা কায়ী দুপলায় ।
দঞি-পল চাদন-চীকৰ আইমাপ কমনাদনী ।।

এই অইনিতমটোৰ ভাবাৰ্থ এনে - আমাৰ মাতকথা বজ্ৰৰদৰে হওঁক । আমাৰ নাচ বিজুলীৰ দৰে হওঁক । আমাৰ কৰ্মশক্তি চিয়াং নৈৰ দৰে বেগী হওঁক । চন্দ্ৰ-সূৰ্য্য উদয়হ'লে কোনে ঢাকি ৰাখিব পাৰে ? আমাৰ সমাজ সুন্দৰ হ'লে কোনে বেয়া বুলিব পাৰে ?

"সূৰ্য্য, আমাৰ মিছিং জনগোষ্ঠীৰ অইঃনিতম আৰু কৃষ্টিনাচবোৰ অসমীয়া বিহুগীত বনগীত আৰু বিহুনাচতকৈ কোনো গুণেই কম সমৃদ্ধ নহয় । এনে চহকী সংস্কৃতিৰ ঐতিহ্যবহন কৰি অহা জনগোষ্ঠী এটাৰ বোৱাৰী হৈ আহি মই নিশ্চয় গৌৰৱশালী হ'ব পাৰিছোঁ । দেউতাই অতি সঠিকভাবেই মোৰ ভৱিষ্যত নিৰ্ণয় কৰি দিছে । এনে গৌৰৱৰ সুযোগ্যা প্ৰতিভূ মই নিশ্চয় হম ।"

"আমিও নগৰৰ পৰা দূৰৰ এই সোণজিৰিলৈ আহোঁতে হোৱা শংকা আৰু দ্বিধা ক্ৰমে শেষ হৈ গৈছে - সূৰ্য্যদা, সুবিমলদা, অনিলদা আৰু বুকুৰ কুটুম ডেকা-গাভৰুহঁত" লিপিকাইও আত্মীয়তাৰ আবেগেৰে মন্তব্য কৰিলে - "এই ঠাই, এই ঠাইৰ মানুহ, গীত-মাত আৰু ঐতিহ্যক আমি আঁহতগুৰিৰ পৰা অহা সকলে চেষ্টা কৰিম আয়ত্ব কৰিবলৈ । আপোনালোকেও আমাক সহায় কৰিব লাগিব ।"

"যি ঠাইত থকা হয় সেইঠাইৰ মাটিতেই ভৰি গোজিব লাগে বুলি কথা এষাৰ আছে" নুৰুলেও ক'লে, "আমিও তাৰেই অনুগামী বন্ধুহঁত । আমাক মাথোন আপোন কৰি লওক ।"

সৰলা লিপিকা নুৰুল অতুলহঁতক মিছিং অইঃনিতম আৰু কৃষ্টিমূলক নাচবোৰ সূৰ্য্যৰ নেতৃত্বত অনিল চণ্ডী ৰেৱতীহঁতেই আবেলি আবেলি কৃষ্টিভৱনত শিকাবলৈ ললে । সূৰ্য্য, অনিল, লিপিকাইও চণ্ডীৰ-ৰেৱতীহঁতক বিহুগীত আৰু বিহুনাচ শিকোৱা আৰম্ভ কৰিলে । অসমীয়া ভাষা ভালদৰে পঢ়া আৰু বুজা মিছিং ডেকা-গাভৰুহঁতৰ বিহু শিকাত কোনো অসুবিধা নহ'ল । সিহঁতে নানা সভা-সন্মিলন আৰু ৰেডিঅ' টিভিৰ যোগেদি বিহু গীত নাচ আগতেই জানিছে ।

ফলত সৰলাহঁতৰ আগ্ৰহ আৰু উদ্যোগত মিছিং লোক সংস্কৃতি সোণজিৰিত যিদৰে পুনৰুজ্জীত হৈ উঠিল সেইদৰে এক সমন্বয়ীত সংস্কৃতিও গঢ়লৈ উঠিল । সোণজিৰিৰ সংস্কৃতিৰ সোণালী অভিযান এনেদৰেই আৰম্ভ হ'ল ।

# দহ

কৃষ্টিভৱন কমপ্লেক্স নিৰ্ম্মাণৰ কাৰ্য্যত সাংঘাতিক ব্যস্ত থাকি সৰলাই শাৰীৰিক মানসিক ক্লান্তি অনুভৱ কৰিবলৈ আহৰিয়েই পোৱা নাছিল । কৃষ্টিভৱন, পুথিভঁৰাল, শিশুউদ্যান আদিৰ নিৰ্ম্মাণ সম্পূৰ্ণ হোৱাৰ পিছতহে সৰলাই শাৰীৰিকভাবে অসুস্থ হৈ চিকিৎসাৰ বাবে আঁহতগুৰিলৈ যাব লগা হ'ল । সৰলাৰ স্বাস্থ্য কিছু ভাগৰি পৰা দেখিত ক্ৰমে বৃদ্ধ আৰু বৃদ্ধা হ'ব ধৰা পিতৃ-মাতৃ অনিল নিবেদিতা আৰু স্বামী সুবিমল যথেষ্ট ব্যস্ত আৰু চিন্তিত হৈ পৰিল । গতিকেততালিকে নগৰৰ সুখ্যাত চিকিৎসক ডাঃ প্ৰশান্ত দত্তৰ ওচৰলৈ লৈ গ'ল । ডাঃ দত্তই সুদীৰ্ঘ সময় সৰলাক পৰীক্ষা নিৰীক্ষা কৰাৰ পাছত হাঁহি হাঁহি মন্তব্য কৰিলে -

"নাই নাই, কোনো চিন্তা কৰিব লগা নাই । বিশেষ একো কমপ্লেইন নাই । অত্যাধিক পৰিশ্ৰমৰ বাবে মিচেচ সৰলা দলে কিছু ক্লান্ত হৈ পৰিছে । কিছু দীঘলীয়াকৈ বিশ্ৰাম কৰিলেই সকলো ঠিক হৈ যাব । যাবতীয় বিধি ব্যৱস্থা লেখি দিয়া হৈছে ।"

তাৰ পিছত সৰলাক এটা আচুতীয়া কোঠালৈ মাতি ডাঃ দত্তই ডাঙৰকৈ হাঁহি মাৰি ক'লে - "কংগ্ৰেচ্ছ্যুলেশ্যন মিচেচ সৰলা দলে, কংগ্ৰেচ্ছ্যুলেশ্যন । এতিয়া মিঠাই খোৱাব লাগে ।"

ডাঃ দত্তৰ কথা বুজি নেপাই সৰলাই ডাক্তৰৰ ফালে চাই সৰলভাবে সুধিলে -

"কিনো হ'ল ডাঃ দত্ত ? মই একো বুজি পোৱা নাই । কিহৰ বাবে কংগ্ৰেচ্ছ্যুলেশ্যন দিছে ? কিহৰ কাৰনেনো মই মিঠাই খোৱাব লাগে কওকচোন ?"

"এহ এতিয়া নুবুজাৰ ভাও জুৰিছে", ৰহস্যভৰা হাঁহি মাৰি ডাক্তৰ দত্তই উত্তৰ দিলে - "শুনক, আপুনি মানে বুজিছে, ইয়ে কি বোলে, আপুনি মাক হ'বলৈ লৈছে ।"

ডাঃ দত্তই দিয়া সেয়া যেন এটা শুভ বাৰ্ত্তা নহয়, সেয়া যেন এক প্ৰচণ্ড আঘাত । সৰলাই কান্দিবনে হাঁহিব, সুখ পাবনে দুখ পাব একো স্থিৰ কৰিব নোৱাৰিলে । কিয় এনে হ'ল ? কিয় ? তাই এনে ঘটনাৰ বাবে মুঠেই প্ৰস্তুত নাছিলে । ক'ত ভূল হৈ গ'ল সৰলাৰ ? তাইতো কেতিয়াও ইমান অসাৱধান নাছিল । তাই সোণজিৰিলৈ গৈছে কাম কৰিবলৈ, যুঁজ কৰিবলৈ । এতিয়াই এনে সমস্যা সৃষ্টি কৰি তাই গৃহবন্দী হ'লে কেনেকৈ হ'ব ? সোণজিৰিক গঢ় দিবলৈ লোৱা এই বিকাশশীল সময়খিনিত সৰলাই বিৰামহীনভাবে কাম কৰি যাব লাগে । তাইৰ এইখিনি বিবৰ্ত্তনৰ সময়ত জিৰণি লবলৈ আৰু থমকি ৰ'বলৈ অবকাশ ক'ত । নাই নাই, এনে হ'ব নোৱাৰে, কেতিয়াও এনে হ'ব নোৱাৰে । কিবা এটা কৰিব লাগিব । নিশ্চয় কিবা এটা কৰিব লাগিব । এনেদৰে মানসিক দ্বন্দ্বত জৰ্জৰিত হৈ সৰলাৰ দুচকু আত্মগ্লানিৰ চকুলোৰে ভৰি পৰিল ।

এটা সময়ত ভাবি ভাবি সৰলাৰ মনলৈ কিছু সহজভাবো আহে । এফালে

ভাবিচালে ঘটনাটো তেনেই স্বাভাৱিকত আৰু সৌভাগ্যৰেই কথা । কাৰণ বিবাহিত নাৰীৰ মাতৃ হ'বলৈ যোৱাটো নিশ্চয় অতি স্বাভাৱিকত কথা । বিয়াৰ অতবছৰৰ পিছতো সৰলাই মাতৃ হ'ব নোৱাৰাতো বহুতৰে বাবে সন্দেহ-সংশয় আৰু বু বু বা বাৰ ঘটনাতহে পৰিণত হৈছে । সুবিমলৰ মাক-বাপেক অনিৰাম-জেতুকীৰো মনত ছাঁগে তেনে সন্দেহহে জাগিছে । তেওঁলোক আৰু সোণজিৰিৰ বহুতেই ছাঁগে ন-বোৱাৰী সৰলাক বন্ধ্যা বুলিয়েই ভাবিছে । গতিকে সেই ফালৰ পৰা চাবলৈ গলে সৰলাই ইমান চিন্তিত হৈ ব্যাকুল হোৱাৰ যুক্তি থাকিব নেলাগে । তথাপি কিয়জানো তাই সহজ হ'ব পৰা নাই । ইমান সোনকালে মাক হোৱা মানে দেহা ভাগি পৰা আৰু সন্তান ডাঙৰ নোহোৱা পৰ্য্যন্ত গৃহবন্দী হৈ থকা । সৰলাইতো কেতিয়াও ইমান সোনকালে এনে আশা কৰা নাছিল । যেইকি নহওক তাই সুবিমলৰ লগত আলোচনাৰ বাবে সাজু হ'ল ।

সৰলাৰ মনৰ ভয়ানক দ্বন্দ্ব আৰু অধীৰতা উপলব্ধি কৰি গভীৰ সহানুভূতিৰে সুবিমলে ক'লে - "চোৱা বালা, তোমাৰ ইচ্ছা আৰু স্বাধীনতাক কোনো দিনেই মই হস্তক্ষেপ কৰা নাই আৰু ভৱিষ্যতেও নকৰো । কিন্তু এতিয়া অবাঞ্ছিতভাৱেই ঘটনাটো ঘটিল যেতিয়া অধৈৰ্য্য হৈ কি লাভ হ'ব বালা ? গতিকে বাস্তৱতাক মানি লোৱাৰ বাহিৰে গত্যন্তৰ কি কোৱাচোন ?"

"কিন্তু তুমি মোৰ মানসিক অৱস্থাটো এবাৰ কিয় ভাবি নোচোৱা বিমল ?" সুবিমলৰ বুকুত মূৰ গোজি সৰলাই হুকহুকাই কান্দিলে । বহুবছৰৰ পিছত আজিহে যেন তাই বুকুৰ বেদনা ঢালি কান্দিবলৈ সময় আৰু সুযোগ পালে । থুকাথুকি মাতেৰেই সৰু ছোৱালীৰ দৰেই তাই ক'বলৈ ধৰিলে -

"মাতৃ হ'বলৈ কোন নাৰীৰ হাবিয়াস নাই বিমল । এয়া যে সকলো নাৰীৰ সাধনা । তথাপি আজি মই কিয় বিতত হৈছো তুমিতো নুবুজাকৈ থকা নাই সোণটো । মোৰ বাবে যে দেউতাই মোৰ ওপৰত ন্যস্ত কৰা প্ৰত্যাহ্বানটোৱে জীৱনৰ শ্ৰেষ্ঠতম অভিযান । তাত বাধা হ'ব খোজা একোকেই মই সহ্য কৰিব পৰা নাই । সেয়েহে মই ইমান ব্যাকুভাবে অপ্ৰস্তুত হৈছো বিমল ।"

"তোমাৰ মনৰ অৱস্থা মই নুবুজাকৈ থকা নাই বালা মোৰ সোণজনী" সৰলাৰ মোহময়ী দুচকুৰ লোতক মুচি দি সুবিমলে ক'লে, "সন্তান জন্ম আৰু পালন কাৰ্য্যই তোমাৰ অবিৰত অভিযানত প্ৰতিবন্ধক হ'ব পাৰে বুলি ভবা তোমাৰ সন্দেহৰ ভিত্তি থাকিলেও সি সবল প্ৰতিবন্ধক নহ'ব । চোৱা বালা, আমাৰ আই-বোপাই আছে, ভাই-ভনীহঁত আছে, মই আছো আৰু সোণজিৰিৰ গোটেইমখা মানুহ আছে । আমাৰ অনাগত সন্তানটোৰ জন্মদান আৰু দুগ্ধপানৰ বাহিৰে সম্ভৱ সন্তানৰ বাবে তোমাৰ অধিক ব্যস্ততা নাথাকিব । ভাবাচোন, আমাৰ সন্তানটো আটাইৰে আলাসৰ লাডু নয়নৰ মণি, বুকুৰ ধন নহ'বনে ? আমাৰ অনাগত সন্তানটিয়ে ইমান মখা মানুহৰ হাতৰ পৰা তোমাৰ হাতলৈ

অহাৰ সময় পাবনে ? গতিকে তুমি ইমান বিতত হোৱাৰ কাৰণ নাই বুজিছা ।"

"তোমাৰ কথাবোৰ ভিত্তিহীন বুলি উৰাই নিদিওঁ বিমল" সৰলাই সামান্য আশ্বস্ত হৈ ক'লে, "হয়তো তোমাৰ কথাবোৰ সঁচা । তথাপি যে মই মনটোক সম্পূৰ্ণ বুজাব পৰা নাই ।"

"শুনা বালা, তোমাক এটা কথা নকওঁ বুলি থাকিও ক'বলৈ বাধ্য হ'লো" সুবিমলে সৰলাৰ চকুলৈ স্থিৰভাৱে দৃষ্টি দি কলে, "আমাৰ মিছিং জনগোষ্ঠীৰ ঔৰষজাত সন্তানৰ মাতৃ হ'লে আমাৰ মানুহবোৰে তোমাক অধিক আপোনভাবে আদৰি লব বুজিছা । এতিয়ালৈকে তোমাৰ যি যৎ সামান্য গোষ্ঠীগত ব্যৱধান থকা বুলি ভাবি থকা হৈছে সেইখিনিও নোহোৱা হ'ব তুমি সোণজিৰিৰ মাটিৰ সন্তানৰ মাতৃ হ'লে ।"

সুবিমলৰ সৰ্বশেষ যুক্তিত সৰলা সচকিত হৈ পৰিল । হয়তো বৈদিক 'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা' বোলা অবিধাক সোণজিৰি জনজাতি সমাজে নেমানিলেও আৰু জনজাতি সমাজত নাৰীৰ যথেষ্ট স্বতন্ত্ৰতা থাকিলেও মিছিং সমাজো মূলতঃ পুৰুষ প্ৰধান সমাজেই । গতিকে অৱচেতন ভাবে হ'লেও জনজাতিগোষ্ঠীজাত সন্তানৰ মাতৃ হৈহে অজনজাতি নাৰীয়ে জনজাতিলৈ উন্নীত হোৱাত আগুৱাব পাৰে । এনে এক নিঃসহায় অৱস্থাত অৱশ্যে সৰলাই প্ৰতিবাদ কৰাৰ কথা নেভাবিলে । কাৰণ সোণজিৰিলৈ নাৰী স্বাধীনতাৰ বাবে যুঁজিবলৈ তাই অহা নাই । দেশৰ স্বাধীনতাই একোকে নিদিয়া মানুহবোৰৰ মনবোৰক স্বাধীন কৰিবলৈ উদ্দীপিত কৰিবলৈ তাই আহিছে । গতিকে তাই স্তব্ধ হৈ গ'ল । পৰিস্থিতিৰ লগত আপোচ কৰিবলৈ সৰলা বাধ্য হ'ল । আনহাতে তাই চৰম ব্যৱস্থা লবলৈও যে সাজু হব পাৰিব বুলিও কব নোৱাৰে । কাৰণ তাইৰ সম্ভাব্য প্ৰতিবন্ধকতা আঁতৰাবলৈ হলে সৰলাই চৰম পন্থা লব লাগিব । তাইৰ গৰ্ভত তিলতিলকৈ বাঢ়িব ধৰা সুবিমলৰ বীজটোক সৰলাই স্তব্ধ কৰি পেলাব লাগিব । অৰ্থাৎ সৰলাই ভ্ৰূণহত্যা কৰিব লাগিব । অথচ এনে ভয়ানক কাৰ্য্যৰ বাবেও সৰলা প্ৰস্তুত হ'ব নোৱাৰে । তেনে হত্যাৰ মানসিকতা তাইৰ নাই । এতেকে সৰলা সাজু হ'ল । ধীৰ গতিৰে বৃদ্ধি পাব ধৰা গৰ্ভস্থ সন্তানৰ মাতৃ হ'বলৈ ।

এটি সুন্দৰ পুষ্ঠ মৰম লগা শিশুকন্যাৰ মাতৃ হৈ সৰলাই অতি নিৰ্মম ভাবেই লক্ষ্য কৰিলে যে কেচুবাটি সঁচাই জনজাতীয় চেহেৰা বহণ কৰি আহিছে । তাইৰ মুখত সৰলাৰ মুখৰ গঢ়ৰ ভালেখিনি মিল থাকিলেও অন্ততঃ সুবিমলৰ চকুৰ বাদু ওখহা সৰু সৰু চকু দুটাৰ জনজাতীয়তা তাই সঠিকভাবেই বহণ কৰি আহিছে । তদুপৰি সৰলাৰ তুলনাত কেচুবাটিৰ ভোটা নাকটোৱেও সুবিমলৰ ভোটা নাকৰেই গঢ় কাঢ়িয়াই আনিছে । পিছে জন্মযন্ত্ৰণাৰ বক্তক্ষয়েৰে জন্ম দিয়া কেচুবাটিৰ মুখলৈ চাই মাতৃ সৰলা অভিভূত হৈ গ'ল । মাতৃত্বৰ এক গভীৰ প্ৰশান্তিত সৰলা তন্ময় হৈ পৰিল । মাতৃত্বৰ অবিহনে নাৰীৰ জীৱনৰ অসম্পূৰ্ণতাৰ উপলব্ধি সৰলাৰ মনলৈ আহিল । তাই ভবাৰ

দৰে ঘটনাবোৰ নহ'বও পাৰে । সন্তানটো তাইৰ ভৱিষ্যতৰ প্ৰতিবন্ধক নহৈ প্ৰেৰণাওতো হ'ব পাৰে । নাই নাই, সৰলা হয়তো অনাহক ভাবপ্ৰবন আৰু অত্যাধিক চিৰিয়াচ হৈছিল । সুবিমলে ঠিকেই কৈছে যে মাতৃ সৰলা ন-বোৱাৰী সৰলাতকৈ মিছিং সমাজৰ অধিক আত্মীয় হৈ পৰিছে । এতিয়া সৰলা আৰু তাইৰ নৱজাত শিশুটিৰ বাবে কেৱল সুবিমলহঁতৰ ঘৰখনেই নহয় ওচৰ চুবুৰীয়া সকলো লোকেই উবুৰি খাই পৰিছে । সিহঁতহাল যেন এতিয়া মাটিত থলে পৰুৱাই খোৱা, মূৰত থলে ওকনিয়ে খোৱা আৰু ধোঁৱা চাঙত থলে আলান্ধু লগা হেন থবলৈ ঠাই নোহোৱা আদৰৰ ধন ।

কলিৰ পৰা চুপহিমেলা ফুলৰ দৰে মুকুলিত তেজগোৰা তজবজীয়া কন্যা শিশুটিৰ নাম এতিয়া কি থব ? অৱশ্যে যেই কোনো নাম এটা দিলেই চলি যাব পাৰে । নামেনো কি কৰে কামেহে তৰে । তথাপি এই সন্ধিক্ষনত এক মহৎ লক্ষ্যৰ যুগ্মতাত জন্ম হোৱা এই কন্যা শিশুটিৰ নামৰো নিশ্চয় এক অৰ্থপূৰ্ণ বৈশিষ্ট্য থাকিব লাগিব যিটো নামে বহণ কৰিব এক গভীৰ তাৎপৰ্য্য । ইতিমধ্যেই আটায়ে তাইক 'মাইনা' বুলি মাতি আতৌ-পুতৌকৈ মৰম কৰিছেই । গতিকে পোন প্ৰথমে তাইৰ পিতৃৰ লগতেই এই সম্পৰ্কে আলোচনা কৰাৰ প্ৰয়োজন তাই অনুভৱ কৰিলে -

"এতিয়া মাইনাৰ নাম এটা থব লাগে বিমল" সৰলাই আৰম্ভ কৰিলে, "পিতৃৰূপে তোমাৰ ভাবনা কি কোৱাচোন ?"

"নাম এটাৰ ফয়চলা হ'ব পাৰে বালা" সুবিমলে প্ৰসন্ন বদনে ক'লে, "পিছে মাইনাক পাই তোমাৰ মনৰ ডাবৰ আঁতৰিছেনে ? তোমাৰ মুখলৈ চালে পিছে ফৰকাল ভাব এটা পৰিলক্ষিত হয় ।"

"মোৰ মনত এতিয়া সঁচাই কোনো শংকা নাই, তুমি ঠিকেই ধৰিছা বিমল" এক হাস্যবদনে সৰলাই উত্তৰ দিলে - "মাইনাৰ আগমনে মোৰ মনৰ সকলো ডাৱৰ আঁতৰাই দিলে । আৰম্ভনীৰ পৰাই তুমি মোক সাহস আৰু মনোবল দি অহা বাবে তোমাক বহুতো ধন্যবাদ বিমল ।"

"এয়া মই মোৰ কৰ্তব্য আৰু দায়িত্বহে পালন কৰিছো বালা । ইয়াৰ বাবে কোনো কৃতিত্বই মই পাব লগা নাই ।" সুবিমলে স্বাভাৱিক সুৰত ক'লে, "মাইনাৰ নামাকৰণৰ ক্ষেত্ৰত তোমাৰ ইচ্ছাৰ কথাহে মই জানিব খোজো । মইতো সদায় কৈ আহিছো যে তোমাৰ সদিচ্ছাক সৰ্বদাই সন্মান কৰো ।"

"মই কি ভাবো জানা বিমল" সৰলাই গহীনাই ক'লে, "মাইনী মিছিং ছোৱালী । গতিকে তাই নাম মিছিং ঐতিহ্য অনুসৰিয়েই থোৱা হ'ব আৰু ........." সৰলা হঠাৎ বৈ গ'ল ।

"বৈ গলা কিয় বালা ?" সুবিমলে তপৰাই সুধিলে, "আৰু তোমাৰ কি কব লগা আছে মোৰ ওচৰত কিয় দ্বিধা প্ৰকাশ কৰিছা ? তোমাৰ যি ইচ্ছা খোলাভাবেই

কোৱা ।"

"মানে বিমল" সৰলাই কিছু ইতস্থতঃ কৰি ক'লে, "মাইনাজনী কেৱল মিছিং হৈয়েই থাকিব । তাইতো আৰু বেচি কিবা হ'ব লাগিব ।"

"অৰ্থাৎ তাই হ'ব লাগিব মানুহ, সকলো জাতি-গোষ্ঠীৰ উৰ্দ্ধৰ মানুহ নহয় জানো ? তুমি তাকেই কব খোজা নাই জানো বালা ? তাত মোৰ আপত্তি কি থাকিব পাৰে ?" সুবিমলে মন্তব্য কৰিলে ।

"গতিকে তুমি মাইনাৰ বাবে গোষ্ঠীগত ঐতিহ্যৰ নামৰ প্ৰস্তাব কৰা বিমল । পিছৰ ডোখৰ মই যোগ দিম ।" সৰলাই ক'লে, "প্ৰয়োজন হ'লৈ অলপ ভাবি চিন্তি লোৱা ।"

"ভাবিবলৈ আৰু কিটো আছে ?" সুবিমলে লগে লগেই মাইনাৰ নামৰ প্ৰস্তাব দি ক'লে, "তাইৰ নাম হওক উপন্যাস সম্ৰাট ৰজদলৈয়ে অমৰ কৰি যোৱা সেই মিৰি জীয়ৰীৰ নাম - 'পানেই' । এইটো নামেই বহণ কৰিব আমাৰ ঐতিহ্যৰ গৌৰব । তুমি কেনে দেখা বালা ।"

"বৰ ভাল হ'ব বিমল, বৰ বঢ়িয়া হ'ব" আনন্দৰ আবেগেৰে সুবিমলৰ দুহাত সাবতি ধৰি উত্তৰ দিলে, "তোমাৰ এনে সুন্দৰ প্ৰস্তাব মই সমৰ্থন নকৰি পাৰোনে ?"

"পিছে তুমি মাইনীৰ পোছাকী নাম পানেইৰ লগত কি উপাধি সংযোগ কৰাৰ কথা ভাবিছা বালা ?" সুবিমলে সুধে, "আমাৰ মিছিঙৰ 'দলে', তোমালোকৰ আহোমৰ 'গগৈ' নে আন কিবা ?"

"মই পানেইক মিছিঙো কৰিব খোজা নাই আহোমো কৰিব খোজা নাই বিমল" সৰলাই উত্তৰত কয়, "মই তাইক আৰু বৃহৎ কৰিব খুজিছো ।"

"কিনো বৃহৎ কৰিব খুজিছা নোকোৱা কিয় ?" সুবিমলে ঘপৰাই প্ৰশ্ন কৰে ।

"ভাৰতী বুজিছা, তাই হ'ব পানেই ভাৰতী । অৰ্থাৎ মিছিং-আহোম হৈও মাইনী সৰ্বভাৰতীয়", সৰলাই সুবিমলৰ প্ৰতিতীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি কয়, "তুমি কেনে দেখা বিমল ? আমাৰ ঘৰখনে চুবুৰীটোৱে আৰু সোণজিৰিয়ে বেয়া পাব নেকি ? নাই মানি নলব নেকি ?"

"মোৰ কোনো আপত্তি নাই বালা" সুবিমলে হাঁহি মাৰি উত্তৰ দিয়ে, "তোমাৰ প্ৰভাৱে মোকো বিশালতা প্ৰদান কৰিছে জানা বালা । মৱোতো বিশ্বসাহিত্যৰ পথিক । আমাৰ ঘৰ-চুবুৰী আৰু সোণজিৰিৰ মানুহে অৱশ্যে প্ৰথমে কথাটো বুজি নাপাই কিছু আপত্তি কৰিব । কিন্তু ভালদৰে সহজ সৰলকৈ বুজালে তেওঁলোকৰ নিশ্চয় আপত্তি নেথাকিব । তদুপৰি ঘৰত আৰু অঞ্চলত মাইনাক পানেই বুলি জানিয়েই আমাৰ মানুহবোৰ সন্তুষ্ট হ'ব । উপাধিটো কেৱল লেখিত কাৰ্য্যত মুখ্যতহে ব্যৱহাৰ হ'ব বাবে তেওঁলোকে তালৈ ভ্ৰূক্ষেপেই নকৰিব । সদায় অথবা সঘনে শুনি থাকিলে

সকলোৰে বাবে আমাৰ মাইনীৰ পানেই ভাৰতী বোলা নামটো সকলোৰেই বাবে সহজো হৈ পৰিব ।"

বচ এটা গভীৰ অৰ্থবহ তাৎপৰ্য্যপূৰ্ণ আৰু বৈশিষ্ট্যবাহক নাম মাইনাৰ বাবে পক্কা হৈ গ'ল । অনিৰাম, জেতুকী, চণ্ডীৰাম, ৰেৱতী, সূৰ্য্য, অনিলইঁত আটায়ে মানি ললে । ডাঙৰ হলেহে মাইনাৰ বাবে পোছাকী নামৰ চলন্তি হ'ব । এতিয়া সকলোৰে মুখত কেৱল মাইনা মাইনা মাইনা । ঝুলনাত লৈ যেতিয়া সৰলাই গায় - "আমাৰে মাইনা শুবহে, বাৰীতে বগৰি ৰুবহে বাৰীতে বগৰি পকি সৰিব মাইনায়ে বুটলি খাব" বুলি, অথবা "শিয়ালী এ নাহিবি ৰাতি, তোৰে কানে কাটি লগাম বাতি বুলি তেতিয়া অনিৰামে আৰম্ভ কৰে মিছিং নিচুকণি গীত -

আকোঙৱা কাপৃপঃয়ক পীক্-কাউবী দীঃমাঃদা
দৌঃ য়েমূল কাবলাংকা আঁমদং ।
ঙক্কীনা আকোঃ মীচীঃ কব পাতঃনী,
পানীদীম্ পালৃক্ক লৃগৃবিয়ী,
পামাঃকী পামাংকী চীঃ কচিন্ পামাংকী
চীঃকমী পালৃগৃদীম পায়েনী
আকোংকী আনীঃদী অকঃলপ গৃকাঃনী
বুৰি আই পূৰকল গৃকাঙীঅ... ।
পূৰণী পূৰতকা তৃণনী তৃতকা
গাচৌমী গাচোম্পী চুমতকা ।

অৰ্থ - (আমাৰ মইনা নেকান্দিবা - কপৌ চৰাই উৰা নাই - উৰিলে কান্দিবা দেই । আমাৰে মইনাক কোনেনো মাৰিলে - মাৰোতাক আমিও মাৰিম দেই । মাৰা নাই, মাৰা নাই কোনোও মাৰা নাই - এতিয়া কাকনো মাৰিবলৈ যাওঁ । মাইনাৰ মাক ক'লৈনো গ'ল ? লেতেকু পাৰিবলৈ গ'ল । ছিঙাই ছিঙিব বুটলাই বুটলিব - টোপোলাই টোপোলাই নিবহে ।)

মাইনীক কোলাত লৈ আইতাক জেতুকীয়ে গায় -

ঙলূককী লত্তাচ কম্বাংঙী আমৃংক
জাৰকৃবলা জাৰবাবলা দুং
ঙলূককী আকৃঃবৃ অকুমী আৰাঃচ
তেতকুবী তেতলাপৃপী দুং
আদিয়ে তায়েঃ তী টিপুনী পুনদঃপী
বিবকুবী বিৱৰাঃ দীদুঙী... ।

অৰ্থ - (আমাৰ চোতালাত কম্বং ফুল এজুপি - লহপহকৈ ফুলিএ আছে -

আমাৰে মইনা ঘৰৰে ভিতৰত ইকাটি-সিকাটি কৰি আছেহি বহি । পাহাৰৰ ওপৰত চিপুন ফুল ফুলিছে - বতাহত হালিছে জালিছে ঐ - নিছিঙিবি নিছিঙিবি কোনেও নিছিঙিবি মাইনাই চাই থাকিব হেনো ।)

চণ্ডীৰামেও মাইনীক কান্ধত লৈ গাই যায় -

মেঃ মউৱা মেঃ মউৱা মিঃ মিঔতকা
মিঃ মি ঔ মাঃ মূল মেন্দাৰি গাম্পৌকী নম্
ঙলোককী মোঃ মউবৃ মিঃ মি ঔ দুঃ বং
মেন্দাৰি গৃআঙী য়েবং আয় আয়... ।

অৰ্থ - (আমাৰে মাইনী শোৱা হে - নোশোলে মেকুৰীয়ে খাব হে তোক - আমাৰে মাজনী শোলেহে - মেকুৰী নাহিবি এই চেই চেই ।)

মাইনীক চুমা খাই খাই ৰেৱতীয়েও নিচুকনি গীত গায় -

পঃল আবাংয়ে দঃএঃ লুঃচায়ে
বি কিৰি কতা গৌম তাকয়ে
কাঃকৈবৃ পাঃচাকদ বাৰিয়ী বীলাঙী
নামাতিয়ে নামঙী বিয়েনী
ই ই ই ই আঁ

অৰ্থ - (জোনটি পশ্চিম আকাশত মাৰ যাব, বেলিটি পূব আকাশত উদয় হ'ব, সৰু মোমায়ে কান্ধত লৈ অনা পকা কঠালটো গোন্ধে আমোল মোলাইছে । আমাৰ মইনাই তাক গুণ্ডি গুণ্ডি খাই টোপনি যাব হেঃ হেঃ হেঃ হেঃ ।)

মাইনীকলৈ ঘৰখনত, চুবুৰীত, আনকি অঞ্চলটোতে হোৱা আদৰৰ ব্যস্ততাত সৰলাৰ এনেহে অৱস্থা হ'ল যে তাই গাখীৰৰ টনটননীত নিৰুপায় হৈ মাইনাক বিচাৰি নেপায় হায়ৰাণ হ'ব লগা হ'ল । মাইনায়েও ইকোলাৰ পৰা সিকোলালৈ গৈ মাটিত পৰিবলৈ বা কান্দিবলৈকে সময় নোপোৱা হ'ল । তাতে তাইক যিয়ে য'তে পায় গাখীৰ লুঠুৰী পিঠা আদি খুৱাই পেট ভৰাই ৰখাত দীৰ্ঘ সময়ৰলৈকে মাকৰ গাখীৰ আৰু পৰিচৰ্যাও নোহোৱাকৈ চলা হ'ল ।

সৰলাই বুজিলে যে স্বাভাৱিক সাংসাৰীক কামৰ মাজেদিয়েই জীৱন সংগ্ৰাম চলোৱা সম্ভৱ আৰু আপোন সংসাৰীক কৰ্ম্মপথৰ প্ৰতিবন্ধক বুলি ভবা উচিচত নহয় । এনে এক বাস্তৱ সত্যৰ উপলব্ধিৰে সৰলা বেচ অভিজ্ঞ হ'ল ।

# এঘাৰ

এক দশক নৌহওঁতেই সোণজিৰি কৃষ্টিভৱন, পুথিভঁৰাল, শিশুউদ্যান কমপ্লেক্স নিৰ্ম্মাণ কাৰ্য্য সম্পূৰ্ণ হৈ গ'ল । সৰলা, লিপিকা, ৰবীন, নুৰুল, অতুলহঁতৰো মিছিং ভাষা শিকা, ঐনিতম, আনোনিতম, কাবানকে ধৰি বিভিন্ন মিছিং গীত আৰু হৰেকৰকমৰ মিছিং লোকনৃত্য আয়ত্ব কৰাও সম্পূৰ্ণ হ'ল । লগতে অনিল, সূৰ্য্য, চণ্ডীৰাম, ৰেৱতীৰো অসমীয়া বিহুগীত-নাচ আদি শিকা আৰু আয়ত্ব কৰিবলৈ একো বাকী নেথাকিল । এতিয়া আলি আয়ে লৃগাং, পৰাগ বা নৰাছিগা আৰু সোণজিৰিৰ বাহিৰে-ভিতৰে মিছিং চঃমান (কৃষ্টি) প্ৰদৰ্শন কৰাত লিপিকা, নুৰুলহঁতে আঁহতগুৰিকে ধৰি সোণজিৰিৰ বাহিৰৰ অমিছিং প্ৰধান ঠাইত বিহুগীত-নাচ প্ৰদৰ্শন আৰু প্ৰতিযোগিতা কৰি প্ৰশংসা আৰু পুৰস্কাৰ পাব পৰা হ'ল । অধ্যাপক সুবিমল দলে যেনিবা মিছিং-মিপাক সাংস্কৃতিক অনুষ্ঠানবোৰৰ সূত্ৰধাৰ অথবা জোৰা সাঁকোৰৰূপে কাম কৰাত ব্যস্ত হ'ল । তেওঁ অৱশ্যে জনজাতি অজনজাতিৰ লোক সংস্কৃতি আৰু আধুনিক সংস্কৃতিৰ সমন্বয় সাধনাৰ তাত্বিক ৰূপেই ভূমিকা পালন কৰিব লগা হ'ল ।

সোণজিৰিৰ আধুনিক শিক্ষাৰ সফলতম দিনটো সেইদিনা আহিল । যিদিনা চৰকাৰে সোণজিৰিৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ক প্ৰাদেশীকৰণ কৰি সম্পূৰ্ণ মঞ্জুৰী প্ৰদান কৰিলে । সেইদিনটোত সোণজিৰিৰ গাৱেঁ ঘৰে অনন্দৰ উজান উঠিল । চাঙে চাঙে পঃৰ (গাহৰি) আৰু আপঙৰ ভোজন চলিল । মৰঙে মৰঙে মুনিহ তিৰোতা, আনকি বুঢ়া-বুঢ়ীহঁতেও তাত যোগ দিলে । মৰঙৰ তলৰ গাহৰি ছাগলী কুকুৰাইও যেন খাবলৈ পাই ঘেক্ ঘেক্ কেক্ কেক্ কৰি আনন্দত ৰাউচি জুৰিলে ।

লুইতত নাও বায় বায় সোৱণশিৰিত সাঁতুৰি নাডুৰি সোণজিৰিৰ ডেকা-গাভৰুৱে ৰং ৰহইচ কৰিলে । সোণজিৰিত ডাঙৰ স্কুল হ'ল । সিহঁতে চিএৰি চিএৰি যেন বাবা ব্ৰহ্মপুত্ৰ, মা অবনৰি, ভগ্নীহঁত চামপৰা-কচ়া-চাৰিকড়ীয়া দাংধৰাক শুনাব । সিহঁতক যেন কব - "ঐ নদী কুটুমহঁত তহঁত আমাৰ প্ৰথম কুটুম - মা-বাপ-ভাই-ভনী, তহঁতে আমাৰ ভাল খবৰ বোকোচাত বুকি লৈ যাব । আমাৰতো বাহিৰৰ আধুনিক জগতৰ ডাঙৰ মাত খবকৈ পঠোৱা আৰু দূৰলৈ খবৰ পঠোৱা যাদুমন্ত্ৰবোৰ নাই । তহঁতেই সোঁতত খৰকৈ দূৰদূৰণিলৈ আমাৰ ভালখবৰটো কঢ়িয়াই লৈ গৈ ক গৈ যা-যে সোণজিৰি আকাশৰ ক'লা ডাৱৰ আঁতৰিছে, ধুমুহাৰ গৰ্জন নোহোৱাকৈ আৰু ফৈচাৰ আপদীয়া কুৰলী দূৰলৈ গৈছে । সোণজিৰিলৈ পোহৰ আহিছে । বিজুলীৰ চমকনিৰ দৰে যৰকাল পোহৰ । সোণজিৰিৰ মানুহৰ চকু মেল খাইছে । চৰকাৰে আৰু নগৰৰ বাবুহঁতে গম পাইছে । সোণজিৰিৰ কুহুমবুলীয়া বেলিটো আৰু এতিয়া ক'লা মেঘে ঢাকি ৰাখিব নোৱাৰে । লুইত সোৱণশিৰিৰ ওপৰৰ বেলিয়ে ফেঁহুজালি দিছে । লুইতৰ শুকুলা বালি

আৰু অৱনবীৰ ফুলাম কঁহৰাই বতাহত নাচিবাগি যেন আমাৰ শুভ দিনত তামচা কৰিছে। আকাশত ইনাই বিনাই কুৰুবাজনীয়ে সোণজিৰিৰ দুখৰ দিনৰ শেষ দিনৰ বিননি জুৰিছে। বতাহত হালিজালি ঝাউবন আৰু গঙাচিলনীবোৰে যেন আনন্দত তামচা কৰিছে।

সুবিমল সৰলা লিপিকা ৰবীন নুৰুল অতুল বদনহঁতে সোণজিৰিৰ উলাহ আনন্দত নিজেও অভিভূত হৈ পৰিছে। সোণজিৰিত উচ্চ শিক্ষানুষ্ঠান এটাই পূৰ্ণৰূপ পালে। সিহঁতৰ ত্যাগ আৰু শ্ৰমে পূৰ্ণতা পালে। অখিল গগৈৰ দ্বাৰা আৰোপিত এটা নতুন স্বপ্নই সৰলা আৰু সিহঁতৰ যোগেদি বাস্তৱ ৰূপ পালে। অৱশ্যে জীৱনৰ এটা সংস্থানো পালে। পিছে সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পূৰ্ণতাৰ বাবে কৰা সৰলাৰ পিতৃ অখিল গগৈ, স্বামী সুবিমল দলে, শিল্পী সূৰ্য্য চিন্তে আপোন সোণসাৰুৱা মাটি দান কৰা ঘাঁচীৰাম গাম আৰু সোণজিৰিৰ নিঃস্বাৰ্থী ৰাইজ এই সকলহে প্ৰকৃত কৃতিত্ব আৰু যশস্যাৰ পাত্ৰ। এই সকল প্ৰকৃত স্ৰষ্টা আৰু দ্ৰষ্টাৰ ওচৰতহে তেওঁলোক চিৰঋণী হ'ব লাগে। গতিকে তেওঁলোকক যে উমাল অভিনন্দন আৰু আন্তৰিক আদৰণী জনাব লাগে এই সাৰুৱা কথাটো সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী সকলে সৰ্বান্তকৰণে অনুভৱ কৰিলে।

পিছে তেওঁলোকে এনেদৰে জল্পনা কল্পনা কৰি থাকোতেই ঘাঁচীৰাম গামে নি মৰঙতেই বৰ ভোজ পাতিলে। বৃদ্ধৰ কিযে ফুৰ্ত্তি। মুখখন পকা থেকেৰাৰ দৰেই হৈ থাকিলেও দেহৰ জৰাত্বৰ ভৰত নিজে উঠি লৰি ফুৰিব নোৱৰা শতায়ুৰ বৃদ্ধজনৰ গালেও যেন অকাল যৌৱন। কুৰি কুৰি আপঙৰ কলহ আৰু কেৰাহীভৰা গাহৰি মঙহেৰে গামৰ মূৰং ভৰি পৰিল। ইফালে গোটেই গাওঁখনে খাব পৰাকৈ ভোজভাতবো যোগাৰ কৰিলে। গামৰ আনন্দ আৰু সন্তোষ্টি দেখি সৰলাহঁত সঁচাই স্তম্ভিত হ'ল। এই দেখাত অঁকৰা অভং অজ্ঞযেন লগা শতায়ু বৃদ্ধজনৰ দেহমনৰ ক'ত লুকাই আছে অন্তৰোৰ মনৰ প্ৰাচুৰ্য্য ? কেনেকৈ তেওঁ সিৰে সিৰে উপলব্ধি কৰিছে শিক্ষাৰ প্ৰমূল্য ? এই অনাখৰী অৰ্থবহ আধুনিক জীৱন আৰু জগতৰ পৰা ওৰে জীৱন বিচ্ছিন্ন থূলন্তৰ বৃদ্ধজনৰ মনলৈ কেনেকৈ আহিল আন্ধাৰৰ পৰা পোহৰলৈ আৰু অজ্ঞানৰ পৰা জ্ঞানলৈ যোৱা জ্যোতিৰ সন্ধান ?

সৰলা, লিপিকাহঁত এনেদৰে ভাৱনাত অভিভূত হৈ থাকোতেই আপং পৰ আৰু ভাতৰ ব্যৱস্থা হৈ গ'ল আৰু গামৰ মূৰঙৰ বাকৰিত আৰম্ভ হ'ল ডেকা-গাভৰুহঁতৰ উত্তাল চঃমান। লগে লগেই জনদিয়েক ডেকা-গাভৰুৰ গাত ভেজা দি আনন্দত আত্মহাৰা ঘাঁচীৰাম গামে সৰলা লিপিকাকে ধৰি সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সকলো শিক্ষক-শিক্ষয়িত্ৰীকেই একো একোখন বিৰি গাচেঙেৰে আদৰণি জনাই গলগলীয়া ভঙা ভঙা মাতেৰে কৈ গ'ল মূৰঙৰ ভঁৰাৰ ওপৰতে লেপেটা কাঢ়ি বহি -

"বাপু-আইহঁত ঐ, মই অঁকৰা-অজলা-অভং মানুহটোৱে কি কম! মোৰ মনত জগা ফুৰ্ত্তিৰ কথাবোৰ তহঁতক কেনেকৈ মই খুলি কম! মোৰ সিমানবোৰ ভাষা নাই নহয়। মইতো আৰু বেচিদিন নেবাচো। মোৰ মনে কৈছে মোৰ আয়ুস টুটি আহিছে। মইনো আৰু কিমান দিন বাচি থাকিম। পাঁচকুৰি বছৰ পালো। কিমানেনো অতবয়স পাইছে। জীৱনত পাপ কৰা নাই হ'বলা। সকলোৱে ভালৰ বাবেহে পৰাখিনি কৰিলো। তহঁতিও তাকে কৰিবি ঔ বোপাই-আইহঁত। মই তহঁতক এইখিনিহে কব পাৰো। আমাৰ এই পিছপৰা সোণজিৰিখন আৰু অঁকৰা মানুহখিনিৰ বাবে তহঁতে চবেই যি পাৰ কৰিবিহঁক। এইযে ডাঙৰ স্কুলখন আমাৰ ঠাইত হ'ল আৰু মইযে তাৰ বাবে মাটি একন দিব পাৰিলো এইয়ে মোৰ সুখ বাপু-আইহঁত এয়ে মোৰ মৰণতো শান্তি!"

এইখিনি কথা বুকুফালি কৈয়েই আবেগ আনন্দত অধীৰ বৃদ্ধ গাম ঘাঁচীৰাম মজিয়াত ঢলি পৰিল। আটাইয়ে হুৱা-দুৱাকৈ গৈ বৃদ্ধ গামক আথে-বেথে দাণ্ডি ধৰিলে। সকলোৱে চকু পানীৰে ভৰি পৰিল। ঠোকাঠুকি কান্দোনো শুনা গ'ল। বৃদ্ধ গামে চকুমেলি চাই সকলোকে নিৰ্ভয় প্ৰদান কৰি ক'লে -

"চিন্তা নকৰিবিহঁক ঔ, মই বাচি আছো নমৰো।"

গাম ঘাঁচীৰাম ককাৰ চৰম জৰাত্ব দেখি সৰলা অনিলহঁতে বুজি পালে যে পলম কৰা উচিত নহ'ব। ইফালে আঁহতগুৰিৰ পৰাও সেই চৰম দুখৰ বাতৰিটো পালে যে সৰলা আৰু আঁহতগুৰিৰ পিতৃ আৰু সোণজিৰিৰ স্বপ্নদাতা অখিল গগৈও দুৰাৰোগ্য ৰোগত আক্ৰান্ত। এই মৰ্ম্মান্তিক বাৰ্ত্তাটো পাই সমগ্ৰ সোণজিৰিয়েই মৰ্ম্মাহঁত হৈ পৰিল। গাম ককা বাৰু স্বাভাৱিক জৰাত্বত মৃত্যুমুখী! কিন্তু অখিল ককা? অশীতিপৰ হ'লেও তেখেত দেখোন স্বাস্থ্যপাতি ভালেই আছিল। তেখেতেও শতায়ু পাব বুলি সকলোৱে দৃঢ়বিশ্বাস আছিল। পিছে এই অতি ভাল মানুহজনৰ বাৰু কিয় এই আপদীয়া ৰোগটো হ'ব লাগে। তেখেতেতো কোনো পাপ কৰা নাই। ওৱে জীৱন কেৱল আনৰ কুশল মঙ্গলৰে পূণ্যকামহে কৰিলে। পাপীবোৰৰহে নৰকলৈ যাবলৈ এনে অচিনৰোগ হ'ব লাগে। তেন্তে দণ্ডি-পলৰ কোনো বিচাৰ নাই নেকি? প্ৰকৃতিৰ ৰহস্য নুবুজা সোণজিৰিৰ অজলা মানুহবোৰে গভীৰ দুখেৰে এনেদৰে ভাবি ওপৰৱালাকহে দোষাৰোপ কৰিলে। ইফালে সেই বুকুভগা খবৰটো পাই ঘাঁচীৰাম গামে কান্দি কান্দি ক'লে -

"সৰু মিতা অখিল। তেওঁৰো এনেদশা হ'ল। মোতকৈ সৰু তই মোতকৈ আগেয়ে নমৰিবি ভাই। অ' দণ্ডি-পল তেওঁৰ আওমৰণ চাবলৈ মোক জীয়াই নেৰাখিবি।" বৃদ্ধ গামে ওপৰলৈ হাত মেলি প্ৰাৰ্থনা জনালে।

গতিকে অলপো পলম নকৰি সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী সকলে ৰাইজৰ লগত মিলি বিদ্যালয়ৰ বিজয় উৎসৱ আৰু পিতৃপিতামহৰ

আদৰণি অনুষ্ঠানৰ আয়োজন কৰিলে ।

"অখিল গঁগে দেউতা, গামককা, সুবিমলদাদা আৰু সূৰ্য্যভাইৰ লগতে নিবেদিতা আইতাকো সম্বৰ্দ্ধনা জনাওঁ আপোনালোকে কি কয় ?" অধ্যক্ষ অনিল পেগুৱে প্ৰস্তাব কৰিলে ।

"নাই নাই, মা এনেয়ে দেউতাৰ লগত আহিব" সৰলাই আপত্তি কৰি ক'লে, "মাক কিয় সম্বৰ্দ্ধনা জনাব লাগে ? তেওঁৰতো বিদ্যালয় নিৰ্মাণত প্ৰত্যক্ষ ভূমিকা নাই । মানুহে বা কি বুলি কব ।"

"এনেবোৰ আপত্তি আমি নুশুনো" প্ৰায় সকলোৱেই চিঞৰি উঠিল, "পুৰুষৰ সকলো মহৎ নিৰ্ম্মাণৰ অন্তৰালত এগৰাকী মহীয়সী নাৰী থকাৰ দৰে অখিল ককা আৰু সৰলাৰ স্বপ্ন কল্পনাকো প্ৰতিপালন কৰাত নিবেদিতা আইতাৰ মহতী ভূমিকা আছে । এতেকে তেখেতৰ ভূমিকা কিয় নহ'ব ? তেখেতৰ পৰোক্ষ প্ৰত্যক্ষ ভূমিকা আছে ।"

অবশেষত সৰলাৰ কোনো আপত্তি নৰজিল । অধ্যক্ষ অনিলৰ প্ৰস্তাব মতেই পাঁচগৰাকী পিতৃ-মাতৃৰ উষ্ণ সম্বৰ্দ্ধনাৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল ।

সোণজিৰি বিদ্যালয়ৰ বিজয়োৎসৱ আৰু সম্বৰ্দ্ধনা অনুষ্ঠানৰ উদ্যোক্তা সকলৰ মাজত আৰু এটা সমস্যাই দেখা দিলে জৰাগ্ৰস্ত ঘাঁচীৰাম গাম, ৰোগাগ্ৰস্ত অখিল গঁগে আৰু তেখেতৰ শোকাতুৰা পত্নী নিবেদিতাক আনন্দ উচ্ছ্বৰ চঃমানেৰে সম্বৰ্দ্ধনা জনাবনে গুৰুগম্ভীৰ কৰুণ পৰিবেশত সম্বৰ্দ্ধনা জ্ঞাপন কৰিব । আটাইৰে মাজত উভয়পক্ষত বহুতো যুক্তি প্ৰতিযুক্তিৰ বিনিময় চলিল । কেৱল সৰলাই নীৰবে নিৰপেক্ষ হৈ থাকিল । তাই বাকী সতীৰ্থসকলকেই এই ক্ষেত্ৰত ভাবিচিন্তি সিদ্ধান্ত লবলৈ এৰি দিলে, আপোন পিতৃ-মাতৃৰ কথা হোৱা বাবে তাই কোনো ভূমিকা নললে ।

বহুতো যুক্তিতৰ্কৰ শেষত সৰ্বসম্মত সিদ্ধান্ত হ'ল এনে এটা বিজয় উৎসৱ কৰুণাৰে ভৰাই তোলাতো সঠিক নহ'ব । গাম আৰু অখিল ককা ক্ৰমে জৰাগ্ৰস্ত আৰু ৰোগাক্ৰান্ত হ'লেও আৰু নিবেদিতা আইতাৰ মনত দুখ থাকিলেও তেখেতলোক মন আৰু প্ৰেৰণাৰে অসাধাৰণ আৰু অপৰাজেয় লোক । গতিকে তেখেতসকলক আনন্দ উলাহেৰেই সম্বৰ্দ্ধনা জনোৱাটো বিধেয় ।

সম্বৰ্দ্ধিত হ'ব লগা পিতামহদ্বয়ৰ জৰা আৰু ৰোগগ্ৰস্তালৈ লক্ষ্য কৰি বিজয় উৎসৱৰ সাংস্কৃতিক কাৰ্য্যসূচী অতি চমুকৈ প্ৰদৰ্শনৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল । এটা বৈশিষ্ট্যপূৰ্ণ কাৰ্য্যসূচীয়েই মাথোন গ্ৰহণ কৰা হ'ল । সেয়া হ'ল লিপিকা-ৰবীন-বাপাই-নুৰুলহঁতৰ নেতৃত্বত মিছিং চঃমান প্ৰদৰ্শন আৰু সূৰ্য্য-অনিল-চণ্ডী-ৰেৱতীহঁতৰ নেতৃত্বত অসমীয়া বিহুগীত-নাচ প্ৰদৰ্শন । তাৰ পিছত পাঁচ গৰাকী পিতৃকে সশ্ৰদ্ধ সম্ভাষণ জনাই তেওঁলোকৰ আশীৰ্বাদ লোৱা হ'ব আৰু অৱশেষত প্ৰীতি ভোজনেৰে অনুষ্ঠান সামৰা

হ'ব । এতেকে এক আনন্দ বিষাদৰ আবেগ-অনুভূতিৰে উৎসৱৰ তোৰণ সভামণ্ডপ আৰু মঞ্চ নিৰ্ম্মাণ কাৰ্য্য আৰম্ভ কৰা হ'ল । সমগ্ৰ সোণজিৰিৰ ৰাইজ নিৰ্ম্মাণ কাৰ্য্যত জপিয়াই পৰিল । যেয়ে য'তে যি পালে প্ৰয়োজনমতে আনি বিভিন্ন সামগ্ৰী যোগান ধৰিলে । শিল্পী সূৰ্য্য চিন্তেই মিছিং আৰু অসমীয়া কৃষ্টিৰ কাৰুকাৰ্য্যৰে তোৰণ সভামণ্ডপ আৰু মঞ্চকলাৰ আৰ্হি তৈয়াৰ কৰি দিলে । নগৰৰ পৰা উচ্চগ্ৰামৰ শব্দযন্ত্ৰ আৰু বিজুলী যোগানৰ জেনেৰেটৰো আনি উৎসৱটোৰ সৌন্দৰ্য্য আৰু গাম্ভীৰ্য্য বৃদ্ধি কৰিলে ।

যথা সময়ত এখন কোমল সৰু গাড়ীত আঁহতগুৰিৰ পৰা সোণজিৰিলৈ কেচা লুংলুঙীয়া বাটেৰে অতি মন্থৰ গতিৰে কষ্ট নোপোৱাকৈ আলফুলকৈ আনি অখিল গগৈক পত্নী নিবেদিতাৰ সৈতে মঞ্চৰ কোমল আসনত বহুৱা হ'ল । ৰুগ্ন দেউতাকক দেখি সৰলাৰ বুকু ভাগি গ'ল । তাইৰ সৰু ছোৱালীৰ দৰে শোক শোকাই কান্দি দিবলৈ মন গ'ল । পিছে সৰলাই যেনেতেনে নিজকে নিয়ন্ত্ৰণ কৰিলে । কাৰণ তাইৰ কান্দোনত কেৱল মাক-দেউতাকেই নহয় স্বামী সুবিমলকে ধৰি সকলোৱেই ভাগি পৰিব । সোণজিৰিৰ সকলোৱে জানে, জানে তাইৰ পিতৃ-মাতৃয়েও যে সৰলা স্থিতপ্ৰজ্ঞা, অসম্ভৱ ধৈৰ্য্যশীলা । পথাৰৰ মাজৰ নিসঙ্গ বটবৃক্ষৰ দৰে প্ৰচণ্ড ধুমুহা বতাহতো নিশ্চল-নিষ্ফলা । সেই সৰলাও যদি বিচলিত হৈ শোকত ভাগি পৰে তেন্তে আনলোকৰ বাবে ধৈৰ্য্য ধৰিবলৈ দেখোন ঠায়েই নেথাকিব । নাই নাই, তাই নোৱাৰে, তাই গোটেই পৰিবেশটো ক্ৰন্দসী কৰি পেলাব নোৱাৰে, তাই আত্মসংযম কৰিব ।

মঞ্চত পত্নীৰ কাষত উপস্থিত পিতৃৰ কাষতে লেপেটিকাঢ়ি বহি সৰলাই বিষাদবদনে লক্ষ্য কৰিলে । অশীতিপৰ বৃদ্ধদেউতাক কেন্সাৰৰ চেঁপাত শুকাই ক্ষীনাই জঁকাহেন হৈ পৰিছে । তাই জানে যে দেউতাকৰ দুৰাৰোগ্য ব্লাডকেন্সাৰ । জানিলে আপোনাসকল ভাগি পৰিব বুলি ভাবিয়েই এই ভয়ানক সত্যটো ৰাজহুৱাকৈ সদৰি কৰা হোৱা নাই । তাই লক্ষ্য কৰিলে যে আসন্ন নিশ্চিত মৃত্যু আৰু ভয়ংকৰ ৰোগৰ অসহ্য যন্ত্ৰণাইও যেন মানুহজনক বিচলিত কৰিব পৰা নাই । এই ধৈৰ্য্য সহিষ্ণুতা আৰু প্ৰজ্ঞাৰ প্ৰতিভূ মহৎলোকজনে যেন সকলোবোৰ জীৱনৰ অৱধাৰিত পৰিণত বুলিয়েই মানি লৈছে । তেওঁৰ যেন জীৱনৰ শেষ পৰিণতিলৈ দৈহিক মানসিক জ্যোতি নিৰ্গত হ'ব লাগিছে । যিজন মানুহে কোনোদিনেই প্ৰাত্যহিক নিঃস্বতাৰে আক্ৰান্ত হোৱা নাই সেইজন মহৎ লোকৰ উচ্চতাৰ জ্যোতি মৃত্যুৱেও কাঢ়ি নিব নোৱাৰে । সৰলাই মাতৃ নিবেদিতালৈ লক্ষ্য কৰি দেখিলে যে সত্তৰোৰ্দ্ধৰ বৃদ্ধা হ'লেও মাতৃৰ দেহৰ সৌষ্ঠৱ আৰু মুখৰ শ্ৰী ম্লান পৰা নাই । পিতৃদেৱতাৰ কাষত স্থিৰভাবে থকা মাতৃক তাইৰ দেৱী যেন লাগিল ।

ইতিমধ্যে গাম খাঁচীৰাম ককাক ৰেৱতী-লিপিকাইহঁতে ধৰি ধৰি আনি মঞ্চৰ কোমল আসনত অখিল-নিবেদিতাৰ কাষত বহুৱাই দিলেহি । পকামূৰীয়া বৃদ্ধজনে

অখিল গগৈৰ হাত দুখন জোৰেৰে সাবটি কঁপা কঁপা মাতেৰে ক'লে -

"সৰু মিতা, তই ভাল হবি । দগ্রিঙ-পলৰে আশীৰ্বাদ কৰিব ।"

গাম ঘাঁচীৰাম ককাৰৰ ডাঙৰ ডাঙৰ বহল বহল চকুদুটাৰ পৰা জৰজৰকৈ চকুপানী দুগালে বাগৰি আহি অখিল গগৈৰ দুহাত ধুৱাই দিলেহি । অখিল গগৈয়ে বৃদ্ধগামৰ সেই পবিত্ৰ অশ্ৰুৰ স্পৰ্শত কৰ্কটৰোগৰ অসহ্য যন্ত্ৰণাৰ মাজতো যেন সমাহিত শান্তি অনুভব কৰিলে । গভীৰ অনুভবেৰে তেওঁ চমুকৈ উত্তৰ দি ক'লে -

"গামককাই, ভয় নকৰিবি । মই নমৰো নহয় । মৰিলেও মোৰ শেষ সপোনটোৱে সোণজিৰিতেই জীপ লৈ থাকিব ।" গামককাই অখিল গগৈয়ে কোৱা সপোনটোৰ অৰ্থ বুজি নেপালেও স্বাভাবিক অনুভূতিৰে কিবা এটা বুজি পাই অখিল গগৈৰ হাত দুখন এৰি দি হাঁচতিৰে চকুলো মুচি ললে ।

মিছিং চঃমানৰ বাবে সাজু হোৱাৰ সময়তে মনৰ দুখতে সৰলাই গান-নাচত যোগ নিদিয়াৰ কথা কোৱাত এটা জটিল সমস্যাই দেখা দিলে । কাৰণ সৰলাৰ অবিহনে লিপিকাইও চঃমানত যোগ দিয়াত অসুবিধা হোৱাৰ কথা কোৱাত হয় কাৰ্য্যসূচীটো বাদ দিব লগা হোৱা অথবা বৈশিষ্ট্যহীনভাবে মিছিং ডেকা-গাভৰুৱেই কাৰ্য্যসূচীটো চলাব লগা হোৱা অৱস্থা এটা হোৱাত ঘোষিত কাৰ্য্যসূচী বদলাব লগা হ'ব । কাৰ্য্যসূচীৰ আৰম্ভ কিয় ইমান পলমকৈ হৈছে তাৰ খবৰলৈ ঘটনাটো আনকি অখিল গগৈৰ কানতো পৰাত গগৈয়ে কন্যা সৰলাক মাতি আনি বুজালে -

"তই কিয় ইমান দুখ কৰিছ আই । কগ্নবৃদ্ধ হ'লেও মোৰ ভিতৰৰ সংস্কৃতিপ্ৰিয় সত্বাটো শুকাই যোৱা নাই নহয় । সজীৱ হৈয়ে আছে । জীয়াই থকালৈকে পৃথিৱীৰ নান্দনীক সৌন্দৰ্য্য উপভোগ কৰি যাব লাগে আই । মোৰ ভিতৰৰ সাংস্কৃতিক সত্বাটো মৰি যোৱাহ'লে মই এই কগ্নদেহেৰে ইয়ালৈ নাহিলোহেঁতেন । যা আই, তই চঃমানত যোগদান কৰগৈ । সোণজিৰিৰ মাটিৰ থলুৱা কৃষ্টি-সংস্কৃতিৰ লগত তই একীভূতহৈ যোৱা স্বচক্ষে দেখিলেহে মই তৃপ্তি আৰু শান্তি পাম আই ।"

ইয়াৰ পিছত আৰু সৰলাই চঃমানত যোগদিয়াৰ ক্ষেত্ৰত কোনো আপত্তি নকৰিলে । এটি সন্তানৰ মাতৃ হ'লেও তাইৰ গাভৰু যেন কেচা দেহ আৰু মধুৰ কণ্ঠ সুন্দৰ নাচ-গানৰ বাবে উপযোগী হৈ আছে । ফলত সৰলা লিপিকা সুবিমলহঁতৰ মনোমোহা নিখুত আৰু উলাহ জগোৱা মিছিং চঃমানে সভা জিনি পেলালে । সৰলা সুবিমলৰ কন্যা ৫/৬ বছৰীয়া শিশু পানেইয়েও চঃমানত যোগ দি নাচ-গানৰ সুষমা বৃদ্ধি কৰিলে । তদনুৰূপ বসন্তৰ উত্তাল আবেগ উলাহেৰে সূৰ্য্য অনিল চণ্ডী ৰেৱতীহঁতেও প্ৰদৰ্শন কৰা বিহুগীত আৰু বিহুনাচে সভামণ্ডপ ৰজনজনাই পেলালে । ডেকা-গাভৰু আৰু আদহীয়া মুনিহ-তিৰোতাসকলৰ কথা বাদেই আৰু জৰাগ্ৰস্ত গাম ঘাঁচীৰাম, ৰোগাগ্ৰস্ত অখিল ককা আৰু বয়সস্থা নিবেদিতাৰ দেহ-মনও যেন ক্ষন্তেকলৈ

যৌৱনকাললৈ উভতি গ'ল ।

সাংস্কৃতিক কাৰ্য্যসূচীৰ পিছত সম্বৰ্দ্ধনাৰ কাৰ্য্যসূচী আৰম্ভ হ'ল । ৰূপৰ শৰাই, মিছিং ৰিবি গাচেং আৰু গালোক, অসমীয়া পাটৰ চাদৰ, ফুলাম গামোছা আৰু বেতৰ ৰঙীন টুপীৰে সম্বৰ্দ্ধনা কাৰ্য্যসূচী আৰম্ভ হ'ল । প্ৰথমে সৰলাই গামককাক আৰু তাৰ পিছত লিপিকাই অখিল ককাক সম্বৰ্দ্ধনা জনাই ভৰিত পৰি সেৱা কৰিলে । সমগ্ৰ সভাঘৰ হাততালি আৰু হৰ্ষধ্বনিৰে মুখৰীত হৈ পৰিল । কিছুমান তেলেখোৱা ডেকাই "গামককা - জিন্দাবাদ, অখিলককা জিন্দাবাদ" বুলি উচ্চস্বৰে ধ্বনিও দিলে । ক্ষন্তেকলৈ কাৰোৰে মাত কোনেও নুশুনা হৈ পৰিল । দুই পিতামহৰ উষ্ণ আদৰণিৰ পিছত অধ্যক্ষ অনিল দলেই মাতৃ নিবেদিতাক বিষয় শিক্ষক ৰবীন আৰু নুৰুলে ক্ৰমে সুবিমল আৰু সূৰ্য্যক হাৰ্দিক সম্বৰ্দ্ধনা জনালে ।

মূৰত টুপি গাত গালোক ৰিবি গাচেং পিন্ধি কান্ধত পাটৰ চাদৰ আৰু ডিঙিত ফুলাম গামোছালৈ আৰু সন্মুখত ৰূপৰ শৰাই লৈ গাম আৰু অখিল ককাই দুৱাষাৰমান কবলৈ সাজু হ'ল । এয়াই যে দুয়োৰে জীৱনৰ শেষ ৰাজহুৱা কথা তাকো তেওঁলোকে বুজি পালে ।

"মাষ্টৰ-মাষ্টৰণীহঁত আৰু বুকুৰ কুটুমহঁত" কঁপা কঁপা ভগা ভগা মাতেৰে গাম ককাই আৰম্ভ কৰিলে, "মই তহঁতক আৰু বহুদিন দেখিবলৈ নেপাম । কিন্তু তহঁতক আৰু তহঁতৰ ভাল কামবোৰ মৰিলেও মনেৰে দেখি থাকিম । তহঁতে খালি ভাল কথা ভাবিবি আৰু ভাল কাম কৰিবি । সোণজিৰিক ভাল পাবি । লুইতখনক ভাল পাবি, মৰম দিবি অ'বনৰিক, চামপৰাক, কড়া-চাৰিকড়ীয়াক । তহঁত পেটকুলি ভাটৌ নহবি । ৰাইজখনৰ আৰু সোণজিৰিৰ কথা ভাবিবি । দগ্ৰিপল'য়ে তহঁতক সহায় কৰিব বোৱাৰী সৰলা আৰু জী লিপিকাহঁতৰ অহিত নিচিন্তিবি । সিহঁতমখা সোণজিৰিলৈ লখিমীহে আহিছে । সিহঁতৰ অহিত চিন্তিলে তহঁতৰো মঙ্গল নহ'ব কুটুমহঁত । তহঁত কুশলে থাক বাপু-আইহঁত, তহঁতৰ মঙ্গল হওঁক । মই মৰিলে মোৰ কবৰৰ ওপৰত সোণজিৰিৰ মাটিৰ ওপৰত সোণজিৰিৰ এই ওখ মাটি এচপৰা দিবি । মোৰ মৰমৰ এই মাটিক দেহতলৈ আৰু তহঁত কুটুমহঁতক মনতলৈ মই শান্তিৰে শুই থাকিম । তহঁতে দুখ নকৰিবি, বেজাৰো নকৰিবি । চবৰলৈক বুকুৰ চেনেহ যাচি মই বহিলো অ' কুটুমহঁত, দেহাই দেখোন নসহে ।"

গাম ঘাঁচীৰাম ককাৰ আবেগভৰা আশীষ উপদেশৰ চমু ভাষণ সকলোৱে অশ্ৰুবিগলিত নেত্ৰেৰে শতায়ুবৃদ্ধজনলৈ দৃষ্টি নিক্ষেপ শুনি গ'ল । সভাঘৰ এক নিস্তব্ধতাই ছানি পেলালে ।

"সোণজিৰিৰ বুকুৰ আপোন ৰাইজ" অখিল গগৈয়ে দুৰ্বল কঁপা কঁপা কণ্ঠেৰে আৰম্ভ কৰিলে, "সম্ভৱ সোণজিৰিৰ মৰম লবলৈ শেষবাৰলৈ আহিলো । এই অকৃত্ৰিম

মৰম লৈয়েই মই আঁহতগুৰিলৈ ঘূৰি যাম । দুৰাৰোগ্য জীৱনত অন্তিমলক্ষন গনিলেও মোৰ কোনো দুখ আক্ষেপ বেজাৰ নাই । উন্নত চিকিৎসাৰ বাবে ভেলোৰ বা মাদ্ৰাজলৈ নিব খুজিলেও মই যাব খোজা নাই । কাৰণ মোৰ জীৱনৰ কাম প্ৰায় সম্পূৰ্ণ কৰাৰ পিছত আৰু অধিক দিন এটা নিষ্কৰ্মা আৰু সৃষ্টিহীন জীৱনলৈ মই জীয়াই থাকিব খোজা নাই । মোৰ জীৱন সফল বুলি মই সন্তোষ্টি লাভ কৰিব খোজা নাই । তথাপি মোৰ জীৱনত দেউতাৰ সপোন আঁহতগুৰিত বাস্তৱ কৰিলো । মোৰ সপোন মোৰ কন্যা সৰলাই সোনজিৰিত বাস্তৱায়িত কৰিবলৈ আৰম্ভ কৰিছে । সেয়ে মই সুখী আৰু সুখেৰেই মই এই পৃথিৱীৰ পৰা মেলানি মাগিবলৈ ওলাইছো । মোৰ এটা উপদেশ যে জীৱন এক অবিৰাম অভিযান, অবিৰত প্ৰত্যাহ্বানৰ অভিযান । মনত সুস্বপ্ন আৰু সৃষ্টি কল্পনা থাকিলে এই অভিযান কেতিয়াও বিফল নহয় । মোৰ চাৰিকুৰিৰো ওপৰ বছৰৰ জীৱন সংগ্ৰামৰ এয়েই বাস্তৱ অভিজ্ঞতা ।এতেকে সোণজিৰিৰ শিক্ষা সংস্কৃতি যাতায়াত যোগাযোগ চিকিৎসা আদিৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে আপোনালোকে অবিৰত সংগ্ৰাম চলাই যাওক । মোৰ শুভেচ্ছা আৰু আশীৰ্বাদ সদায়েই থাকিব ।"

থৰকবৰককৈ অখিল গঁগে বহি পৰাৰ লগে লগেই সমগ্ৰ সভাঘৰতেই উচুপনিৰ শব্দ শুনা গ'ল যেন সোণজিৰিয়ে বিবেকৰ পিতৃক অকালতে হেৰুৱাবলৈ গৈছে ।

এইবাৰ নিবেদিতা গঁগে অশ্ৰুভৰা নেত্ৰে থিয় হৈ ভিজা মাতেৰে কবলৈ ধৰিলে-

"মোৰ নিজাকৈ কবলৈ একো নাই বন্ধুহঁত । কাৰণ মই নিজাকৈ একো কৰা নাই । কেৱল স্বামীক সহযোগিতা দিয়া আৰু জীক সাহস দিয়াৰ বাহিৰে তথাপি আপোনালোকে মোৰ মাজতো কিবা দেখি মোকো আন্তৰিক সম্বৰ্দ্ধনা জনোৱাৰ বাবে কব খুজিছো যে মাতৃ সকলেই হ'ল জাতি গঢ়োতা । সেয়ে সকলো নাৰীয়েই মাতৃ-পত্নী-ভগ্নীৰূপে আপোন স্বামী-পুত্ৰ ভাতৃসকলক সৎ উপদেশ আৰু মানব প্ৰেমীক হিচাপে গঢ়ি তুলিবলৈ চেষ্টা কৰক । তেতিয়া দেখিব আমাৰ সমাজ আৰু ঠাইখন সুন্দৰ হৈ পৰিব ।"

অবশেষত সুবিমলে থিয় হৈ ক'লে - "মই আৰু সূৰ্য্যই ৰাইজৰ আদৰ্শৰ আদৰ নেওচিব নোৱাৰি সম্বৰ্দ্ধনাৰ বাবে আমাক দিয়া মৰমৰ সম্পদখিনি আমি দুয়োৰে সোণজিৰি কৃষ্টি কৌবাগুলৈ (সভালৈ) দান কৰিছোঁ ।" লগে লগেই সভাগৃহত সমৰ্থনৰ হৰ্ষধ্বনি উঠিল ।

"লগতে আমাৰ পিতামহ গাম আৰু অখিল ককা, নিবেদিতা আইতা আৰু সোণজিৰিৰ ৰাইজক আজি ৰাজহুৱাভাবে জনাব খুজিছোঁ যে" সূৰ্য্যই কৈ গ'ল "ইতিমধ্যে এম. এ. পাছ কৰি অহা চণ্ডীৰাম আৰু ৰেৱতীৰ উদ্যোগত, সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু ৰাইজৰ সহযোগত সোণজিৰি স্নাতক কলেজ আৰম্ভ কৰা হ'ব । তদুপৰি সোণজিৰিৰ পথ-বিজুলি, টেলিফোন, চিকিৎসালয় আদিৰ বাবে এখন সোণজিৰি উন্নয়ন কমিটিয়েও গঠন কৰা হ'ব ।"

ৰাইজৰ হৰ্ষধ্বনি আৰু গাম-অখিল-নিবেদিতাৰ সন্তোষ্টিৰে সভাৰ সামৰণি পৰে ।

# বাৰ

সোণজিৰি কলেজ স্থাপনৰ সম্পৰ্কে আলোচনা কৰিবলৈ আঁহতগুৰিলৈ গ'ল চণ্ডীৰাম, নুৰুল, সূৰ্য্য, লিপিকা আৰু ৰেৱতী। অধ্যক্ষ অনিল পেগুক এই ক্ষেত্ৰত বিশেষ উৎসাহিত হোৱা যেন নেলাগিল। তেওঁৰ স্নাতকোত্তৰ ডিগ্ৰী নোহোৱা বাবেই হ'বলা এক হীনাম্মিকাভাব জাগিল। তদুপৰি সোণজিৰি উচ্চতৰ শিক্ষা প্ৰশাসকৰূপে অতদিনে থাকি এতিয়া কলেজ হ'লে তেওঁৰ অৱস্থান স্খলিত হ'ব বুলি ভাবিও অধ্যক্ষ অনিল পেগুৰ মনত পৰোক্ষভাবে হ'লেও হয়তো ঈৰ্ষা জাগিল। পিছে সৰলা সূৰ্য্য, লিপিকা আৰু নতুনকৈ এম. এ. পাছ কৰি অহা চণ্ডীৰাম, ৰেৱতীহঁতৰ উচ্ছাকাঙ্খাৰ সপোনটোনো ইয়াতেই থমকি ৰ'বনে ? গতিকে সোণজিৰিত কলেজ পতাৰ সিহঁতৰ আকাঙ্খাক কোনোনে স্তব্ধ কৰিব পাৰিব। অধ্যক্ষ অনিল পেগুকে ধৰি ৰবীন, বদন ৰূপাই আদি স্নাতকোত্তৰ ডিগ্ৰী নোহোৱা সহ-শিক্ষক সকলে কলেজ পতাত বিশেষ উদ্যোগ লব নিবিচাৰিলেও বিশ্ববিদ্যালয়ৰ উচ্চতম ডিগ্ৰীধাৰী সকলে অতি জৰুৰীভাবেই বিচাৰিলে। সেয়ে আঁহতগুৰি কলেজ আৰু সেই কলেজৰ জ্যেষ্ঠ অধ্যাপক সোণজিৰিৰে সুবিমল দলেৰ পৰা কলেজ পতাৰ বাবে লগা যাৱতীয় নঠিপত্ৰ আৰু খা-খবৰবোৰ সিহঁতে সংগ্ৰহ কৰিলে। পানেই ক্ৰমে ডাঙৰ হৈ আহিব ধৰাত তাইৰ প্ৰতি কিছু চকু দিব লগা হোৱাত সৰলাক সিহঁতে আঁহতগুৰি অথবা অন্যান্য দূৰণিৰ ঠাইলৈ যাব লগা হ'লে অপৰিহাৰ্য্য কাৰণ নেথাকিলে লগত যোৱাৰ পৰা প্ৰায়েই ৰেহাই দিয়া হ'ল।

সোণজিৰিলৈ উভতিবলৈ যথেষ্ট সময় থকাত চণ্ডীৰামে বন্ধু এজনক লগ কৰিবলৈ যোৱাত সূৰ্য্য, লিপিকা আৰু নুৰুল-ৰেৱতীহঁতে বহুদিনৰ মূৰত চিনেমা চোৱাৰ কথা ভাবিলে। কাৰণ গধুলি হ'লে সিহঁতে সৰুগাড়ী এখন ভাৰা কৰি সোণজিৰিলৈ উলটি যাব পাৰিব। চিনেমা ঘৰত আৱলীলাক্ৰমেই নুৰুল-ৰেৱতী আৰু সূৰ্য্য-লিপিকা লগালগি আসনত বহিল। বহুদিনৰ সঙ্গ লাভ আৰু একেলগে নাচি বাগি ঐনিতম বিহু গায় আৰু চংমানত গা ঢালি দি সিহঁতৰ মনবোৰো ক্ৰমে ওচৰ চাপি আহিবলৈ ধৰিলে। যৌৱনৰ উতলা বাই সিহঁতৰ মন উৰাই নিয়াৰ উপক্ৰম কৰিলে। সূৰ্য্যৰ মাজৰ শিল্পীপ্ৰাণত নৃত্যপতিয়সী লিপিকা লিপিত খাই পৰিল আৰু নুৰুলৰ সবল পৌৰুষৰ মাজত লাহতী পখিলি ৰেৱতীও সোমাই পৰিল।

কি চিনেমা চাবলৈ সিহঁত চিনেমা ঘৰত সোমাইছিল সেইটোৰ প্ৰতি সূৰ্য্যহঁতৰ ভ্ৰূক্ষেপ নাছিল। ছবিখন ভালনে বেয়া আছিল সেয়াও সিহঁতৰ বিচাৰ্য্য বিষয় নাছিল। সিহঁতে মাথোন এটা সুযোগৰ অপেক্ষাত আছিল, নিৰিবিলি সান্নিধ্যৰ সুযোগৰ অপেক্ষাত আছিল আজি হঠাৎ চণ্ডীৰামে সিহঁতক এৰি বন্ধুক লগ ধৰিবলৈ যোৱাৰ কথা কলতেই সিহঁতে এই সুযোগটো গ্ৰহণ কৰিলে। তাৰ আগৰলৈকে নুৰুলহঁতে তেনে কথা ভবাই

নাছিল । চণ্ডীৰাম আঁতৰি যোৱাতহে সিহঁতৰ মনত চিনেমা চোৱাৰ ভাব খেলি গ'ল । লগে লগেই যেনিবা চাৰিওটাৰ মনতেই টেলিপেথিক সংযোগহে ঘটি গ'ল । প্ৰেমৰ অলীয়ে যেন চাৰিওজনৰ বুকুত ভোনভোনাই গ'ল । ডেকা-গাভৰুৰ বুকুৰ প্ৰেমৰ বতৰা আপোনা আপুনিয়েই ইজনে সিজনৰ বুকুলৈ তড়িৎ গতিৰে সৰবৰাহ হৈ গ'ল ।

চিনেমাৰ পৰ্দাত কি চলিছিল সূৰ্য্য লিপিকা নুৰুল ৰেৱতীৰ মনত বিশেষভাৱে সেইবোৰৰ প্ৰতি আকৰ্ষণ নাছিল । সিহঁতৰ মুখ্য আকৰ্ষণ আছিল পৰস্পৰে নিকট সঙ্গ লাভ আৰু উভয়ে-উভয়ক কাষতলৈ মনত ৰঙীন কল্পনাৰ কাৰেং সজাত । চিনেমাৰ পৰ্দাত অৱশ্যে প্ৰেম আৰু ৰোমান্সৰ দৃশ্যই দোলাদি গ'লে সূৰ্য্যই লিপিকাৰ সোঁহতখন নিজৰ হাতলৈ গভীৰ আবেগেৰে হেঁচি ধৰে আৰু নুৰুলে ৰেৱতীৰ বাহুত মূৰটো ভৰ দি দিয়ে । বচঃ সিমানেই সিহঁতৰ সঙ্গসুখৰ তৃপ্তি আৰু প্ৰেম উপলব্ধিৰ চৰম প্ৰাপ্তি । আঢৈ ঘণ্টা সময় সেয়ে সিহঁতৰ বৰ চুটি যেন লাগিল যেন মাথোন আঢ়ৈ মিনিটহে । প্ৰেমে একেনুৱাই সহজে মন জুৰায় ।

কেতিয়াবা আবেলি সূৰ্য্য আৰু লিপিকা লুইতত সূৰ্য্যাস্তৰ মনোৰম দৃশ্য উপভোগ কৰিবলৈ ওলাই যায় । অস্তাচলৰ পৰা অহা লুইতত ডুব যাব ধৰা সূৰুযৰ হেঙুলী কিৰণ পৰি লিপিকাৰ লাৱনী মুখখন উজ্বলি উঠে । ৰিবৃৰিব্ মলয়াত উৰি যোৱা লিপিকাৰ অবিন্যস্ত চুলিৰ পৰা ভাহি অহা মধুৰ সুবাসত শিল্পী সূৰ্য্য উন্মনা হৈ পৰে । সূৰ্য্যই দীঘলকৈ ৰখা জুটুলা চুলিবোৰ আউলি বাউলি হৈ পৰিল । লিপিকাৰ লিহিৰি আঙুলিৰে চুলিবোৰ শৃংখলীত কৰি দিয়ে । লুইতৰ কাষেই কনীপৰা বগী ঢকে ঢকী যালিত খোজে খোজ মিলাই গৈ দুয়ো ঝাউবনৰ লহিউওৱা ছাঁত বহি পৰে । সূৰ্য্যই গুণগুণাই গুৱলা মাতেৰে ঐনিতঃম গাই যায় -

বগপ্ পৰগ্ অঃলাংকো দলুঃয়েল দলাংকো
দঃলুং আজন জনলাংকা কাঃ লুয়েমৃল কাঃলাংকো ।।

অৰ্থ - (মতা কুকুৰা পুহিবা, মন গলেই খাবা আৰু গাৱঁৰ গাভৰুৰ লগত পিৰিতি কৰিবা, চাবৰ মন গলেই চাবা)

"আপুনি ঠিকেই গাইছে সূৰ্য্যদা" লিপিকাই তীৰ্য্যক সুৰত ক'লে, "গাৱঁৰ গাভৰুৰ লগতেই পিৰিতি কৰা উচিত । আমাৰ দৰে বহিৰাগতৰ লগত মুখচুপতি কৰাহে ভাল ।"

"কিযে কোৱা লিপি" সূৰ্য্যই লিপিকাৰ ফালে চাই হাঁহি মাৰি ক'লে, "তুমি বাৰু এতিয়া বহিৰাগত হৈ আছানে ? তুমি দেখোন ইতিমধ্যেই সোণজিৰিৰ লগত মিলি আপোন হৈ গ'লা । গতিকে তোমাৰ লগত ...।"

"গতিকে মোৰ লগত মানেনো কি সূৰ্য্যদা ?" লিপিকাই ভৃপৰাই সুধিলে, "কৈ গ'লাযে"

"তোমাৰ লগত মানে" সূৰ্য্যই কিছু ঘেৰঘেৰাই উত্তৰ দিলে, "অৰ্থাৎ তোমাৰ দৰে গাৱঁৰ গাভৰুৰ লগত....।"

"পিৰিতি কৰাৰ কথা কৈছে নহয় সূৰ্য্যদা ?" সূৰ্য্যৰ আধৰুৱা কথা সম্পূৰ্ণ কৰি দি লিপিকাই প্ৰতি প্ৰশ্ন কৰি কয়, "তাকেনো নকয় কিয় ? পোনে পোনে কৈ দিলেই হয় ।"

"এহ্, পোনে পোনেনো কৈ দিওঁ কেনেকৈ ?" সূৰ্য্যই দুষ্টামীৰ সুৰত ক'লে, "তুমি হ'লা এম. এ. পাছ প্ৰফেচাৰ, ভদ্ৰঘৰৰ ছোৱালী আৰু মই হ'লো গানবলীয়া এটা ভিকহু জনজাতি ডেকা"

"তেনেকৈ কিয় কয় সূৰ্য্যদা ?" লিপিকাই অভিমান কৰি কয়, "তেনেদৰে ক'লে মই হ'লে গুছিযাম ।অতদিনে তেনেহ'লে সেইখিনিহে বুজি পালে ।" লিপিকাৰ দুচকুৰ পৰা ওলোৱা চকুলো অন্তগামী সুৰুযৰ আলোকত জ্বলীয়া মুকুতাৰ দৰে তিৰবিৰাই উঠিল । সূৰ্য্যই বোমালেৰে মুচি দি মৰমেৰে ক'লে -

"ধেৎ আঁকৰি ছোৱালী, ধেমালি কৰিবও নেপায়নে ? একেবাৰে সৰু ছোৱালীৰ দৰে যে চকু ঢুলঢুলীয়া কৰি পেলালা । দুখ দিলো যদি বেয়া নেপাবা । আগলৈ এনেদৰে নকওঁ বাৰু ।"

"শুনক সূৰ্য্যদা" লিপিকাই সূৰ্য্যৰ বুকুত সোমাই আবেগেৰে ক'লে, "আপোনাৰ শিল্পী মনটোক বৰ ভাল পাওঁ । আপোনাৰ সেই আলসুৱা শিল্পীসত্বাটোক জীয়াই ৰাখিবলৈ মই সকলো দিম সূৰ্য্যদা । আপুনি মাথোন লুইতৰ শুকান বালিৰ দৰে কঠোৱা নহ'ব । এটি আলফুলীয়া ঐনিঃতমৰ দৰে আপুনি সুকোমল হৈ থাকিব । মই মোৰ প্ৰেম ভালপোৱা হৃদয় সকলো দি আপোনাৰ শিল্পীপ্ৰাণক জীপাল কৰি ৰাখিম ।"

"মইনো কিমানৰ শিল্পী নেজানো চেনেহী লিপি", সূৰ্য্যই আবেগেৰে কৈ যায়, "তুমি, সুবিমলদা আৰু সৰলা নবৌৱেহে মোৰ মাজত বহুত কিবা দেখা পায়, শৈশৱৰ পৰাই কৈশোৰ পাৰহৈ ডেকাকালত ভৰি দি ঢোলটো, পেঁপাটো-গগনাটো ঐনিঃতম আৰু পুথিভঁৰালটো এইবোৰকেই প্ৰাণভৰি ভাল পালো । এইবোৰৰ মাজতেই জীৱন কটাই আহিলো ।"

"এইবোৰক বৰ ভাল পাই নহয় মোৰ সোণটো", সূৰ্য্যৰ বুকুৰ পৰা ওলাই লিপিকাই সূৰ্য্যৰ চকুলৈ তীক্ষ্ণ দৃষ্টিৰে চাই সুৰীয়া মাতেৰে সুধিলে, "মোতকৈও বেচিকৈ ভাল পাই নহয়নে ?"

"নাই নাই লিপি, মোৰ সোণজনী, তেনেকৈ নকবা", সূৰ্য্যই লিপিকাৰ মুখত ধৰি বাধা দি কয়, "এতিয়া মোৰ বাবে মোৰ ঢোলটো, পেঁপাটো আৰু ঐনিঃতমবোৰ তোমাৰ লগত একাকাৰ হৈ গৈছে । মই এতিয়া তোমালোক আটাইবোৰকে সমানেই আদৰ কৰো, প্ৰাণেৰে ভাল পাওঁ । মোৰ চিন্তাধাৰা ভাবনা আৰু সাধনা এতিয়া

তোমালোকৰ মাজতেই নিহিত হৈ আছে ।"

"সূৰ্য্যদা, আমি যেন সকলোবোৰ এক হৈ থাকো এয়েই মোৰ আন্তৰিক কামনা ।"

দুয়োৰে অচিন চৰাইৰ মাত শুনি প্ৰেমত বিভোৰ ডেকা-গাভৰুহালৰ সম্বিৎ ঘূৰি আহে যে অস্তমিত সূৰ্য্যক ঢাকি পেলোৱা দীঘল দীঘল ছাঁবোৰে ভিৰাকৰ দৰে হৈ সিহঁতক ইঙ্গিত দিছে ঘৰলৈ ঘূৰি যাবলৈ ।"

অ'বনৰিৰ বুকুৰ পৰা অহা হঁয়কলী আৰু গঙাচিলনীৰ মাতে নুৰুল আৰু ৰেৱতীকো মাতে । অ'বনৰিৰ পাৰত ফুলি থকা শুকুলা কঁহুৱাবোৰেও হালিজালি হাতমেলি কৰে সিহঁতক আহ্বান । সিহঁতে নদী, পখি আৰু কহুঁৱানীৰ আহ্বানত নগৈ নোৱাৰে । সেয়ে দুয়ো গৈ কহুঁৱাৰ তলত বহি পৰে । ৰেৱতীয়ে দুষ্টালী কৰি গাই -

তোমালৈ চাওঁতে গুমৰাগ নাচোতে
খুচিলে খহুৱা ফুলে,
তোমাৰ মনে গলে মোৰ মনে গলে
কি কৰিব অজাতি কুলে ।

"গুমৰাগ নচা বুলিলেনো কি বুজোৱা হয় ?" নুৰুলে সুধে, "তোমালোকে যে বাৰে বাৰে গুমৰাগ, আমৰাগ পঃৰাগ আদি শব্দৰ কথা উল্লেখ কৰি থাকা ।"

"গুমৰাগ হ'ল নুৰুলদা" ৰেৱতীয়ে উত্তৰ দিয়ে, "মিছিং সকলৰ কৃষি উৎসৱ আলি আয়ে লৃগাঙৰ বিহু নৃত্য গীতৰ অনুষ্ঠানৰ নাম । আমৰাগ হ'ল মিছিং সমাজে ভাদ-আহিন মাহত আহুধান চপাই মেলি আজৰি সময়খিনিত গাওঁ, ঘৰ, ওচৰ চুবুৰীয়া আৰু মিটিৰ কুটুমৰ লগত আপং-ভাত-মাছ-মঙহ আদিৰে এসাজ খাই ফুৰ্ত্তি-ফাৰ্ত্তা কৰা উৎসৱৰ সময় । পঃৰাগৰ অৰ্থ হ'ল নৱাছিগা বিহু । আমৰাগৰ সময়তে উলিয়াই দিয়ে জীয়ৰীসকল, মিটিৰ কুটুম ভাই বন্ধুসকলক নিয়মমতে আমন্ত্ৰণ কৰি ভোজ-ভাত খুউৱা উৎসৱ ।"

"সেইখিনি বুজিলো বাৰু ৰেৱতী" নুৰুলে পুনৰ সুধে, "আমাৰ বিহুগীতত অজাতি কুলৰ উৰ্দ্ধত মিলনৰ উদাৰ আহ্বান জনালেও বাস্তৱত সেয়া সম্ভৱ জানো কোৱাচোন ?"

"তাৰ মানে আপুনি কি বুজাব খুজিছে নুৰুলদা ?" ৰেৱতীয়ে তপৰাই সুধে ।

"মানে মই কেৱল অমিছিং অজাতিয়েই নহয় ৰেৱতী" নুৰুলে কিন্তু কিন্তু ইতস্ততঃ কৰি ক'লে, "মই হ'লো বিধৰ্ম্মীও । এনে ক্ষেত্ৰত মোৰ লগত হোৱা তোমাৰ সম্পৰ্কক সোণজিৰিৰ সমাজে সহজে লবনে ?"

"সোণজিৰি সমাজৰ আওপুৰণি ৰীতিৰ বাবে ভয় খাই থাকিলেই হ'বনে ?" ৰেৱতীয়ে প্ৰত্যাক্ষ প্ৰতি প্ৰশ্ন কৰি ক'লে, "তেনে বক্ষনশীল সমাজক পৰিবৰ্ত্তন কৰাৰ

ব্যৱস্থাও কৰিব লাগিব । সৰলা নবৌহঁতে সোণজিৰিত তাৰেই সূচনা কৰিছেহি । জাত-পাত ধৰ্ম্ম-সম্প্ৰদায়ৰ বিভেদ নোহোৱা এখন কেৱল মানুহৰ সমাজৰ গঢ় দিব লাগিব । আপুনি মমেইহ সোণজিৰিৰ এনে মানবীয় পৰিবৰ্ত্তনৰ প্ৰথম হোতা হ'ব লাগিব ।"

"এইটো এটা তাত্বিক কথাহে ৰেৱতী" নুৰুলে পুনৰ কয়, "বাস্তৱ ক্ষেত্ৰত ই মুঠেই সহজ নহ'ব বুজিছা ।"

"মই সেইবোৰ বুজি নাপাও নুৰুলদা" নুৰুলৰ সৌহতখন তাইৰ বুকুত হেঁচি ধৰি ৰেৱতীয়ে আবেগেৰে ক'লে, "চাওকচোন মোৰ বুকুৰ ভাষা বুজিবলৈ । কি পাইছে তাত ?"

"সঁচা কথা ৰেৱতী" নুৰুলেও ৰেৱতীৰ বুকুত হেঁচি ধৰি কয়, "বুকুৱে বুকুৰ ভাষাহে বুজে, ধৰ্ম্ম-সম্প্ৰদায়, জাত-পাতৰ নহয় । তথাপি সমাজৰ এইযে কৌটিকলীয়া বান্ধোন । তাক জানো সহজে উলাই কৰিব পাৰিবা ?"

"নোৱাৰি বুলি ময়ো জানো নুৰুলদা, মোৰ বুকুৰ বহনা" ৰেৱতীয়ে পুনৰ কয়. "তথাপি আমি সদায় তেনে অন্ধ নীতিৰ বলি হৈ থাকিব নোৱাৰো । সৰলা নবৌ আৰু সুবিমলদাইঁতে এখন নতুন সমাজৰ সপোন দেখিছে । আমাৰ চণ্ডীদাইও সেই সপোনৰেই পৰ্‌খেদিছে । আমি আহক, সেই সপোনৰেই ৰূপকাৰ হওঁ ।"

"ময়ো আশাবাদী, ৰেৱী, মোৰ কনেংজনী" নুৰুলেও সাহস বান্ধি কয়, "আমাৰ বুকুৰ পবিত্ৰ আবেদন নিশ্চয় আমাৰ পুৰণি সমাজৰ কঠিন বৰফ গলাব ।"

নুৰুল আৰু ৰেৱতী দলে নামৰ ভিন্নধৰ্ম্মী আৰু ভিন্ন সম্প্ৰদায়ৰ ডেকা-গাভৰুহালে পবিত্ৰ প্ৰেমৰ আবেগেৰে উৰ্দ্ধবাহুৰে সূৰ্য্যদেৱতাক প্ৰাৰ্থনা কৰিলে ।

তীক্ষ্ণ দৃষ্টিৰে সৰলা আৰু সুবিমলেও নুৰুল-ৰেৱতী আৰু সূৰ্য্য-লিপিকাৰ প্ৰেমৰ বান্ধোনৰ কথা বুজি পায় । এইক্ষেত্ৰত সিহঁতৰ কোনো আপত্তিও নাই । এনে উচ্চ শিক্ষিত পৈনত বয়সৰ ডেকা-গাভৰুৰ মাজত প্ৰেমৰ বান্ধোন গঢ়ি উঠাতো তেনেই স্বাভাবিক । প্ৰেম অন্ধ বুলি সিহঁতে মানি নললেও সোণজিৰিৰ দৰে নিভাঁজ সমাজত প্ৰেম যে স্বতস্ফুৰ্ত্তভাবেই জাগি উঠে সেই কথা সিহঁতে বুজি পায় । সিহঁতৰ প্ৰেম প্ৰাক বিবাহকালীন নহ'লেও বিবাহ পৰবৰ্ত্তীকালৰ প্ৰেমৰ পৰাই প্ৰেম যে কেনে আবেগ অন্ধ সেই কথাৰ সামান্যতম হ'লেও সৰলা সুবিমলে অনুভৱ কৰিব পাৰে । গতিকে এই প্ৰেমিক যুগলৰ প্ৰেমাবেগ শুকান যুক্তিৰে যাচাই নকৰি স্বতস্ফুৰ্ত্ততাৰ ভিত্তিতেই বিবেচনা কৰিলে ।

তথাপি সৰলাই সিহঁতক সময়োচিত সতৰ্কবানী শুনোৱাতো উচিত বুলি বিবেচনা কৰিলে । সেয়ে তাই সিহঁতৰ লগত অকলেই এই সম্পৰ্কত আলোচনা কৰিব বিচাৰিলে । কাৰণ জ্যেষ্ঠ সুবিমলৰ আগত লজ্জাবোধত সিহঁত নিশ্চয় সহজ

আৰু মুক্ত হ'ব নোৱাৰিব । অন্যথাই প্ৰেমৰ অজ্ঞতাত কিবা ভুল কৰিলে অথবা অপ্ৰত্যাশিত ঘটনা ঘটালে সবলাইঁতৰ লক্ষ্য উদ্দেশ্যত বিঘিনি ঘটিব । কাৰণ ৰেৱতী হ'ল তাইৰ নিজৰ ননদ আৰু লিপিকা আৰু নুৰুল হ'ল আঁহতগুৰিৰ পৰা অনা সবলাৰ নিজা সতীৰ্থ সহকৰ্ম্মী । সূৰ্য্যৰ কথা বাৰু তাই নেভাবিলেই । এতেকে এওঁলোকৰ সকলো কামকাজেই সবলাইঁতৰ সোণজিৰিৰ প্ৰগতি প্ৰক্ৰিয়াৰ লগত অবিচ্ছিন্ন আৰু অভিন্ন । এনেক্ষেত্ৰত তেওঁলোকক নিয়ন্ত্ৰণ কৰা পথদান কৰা তাইৰো কৰ্ত্তব্য । সূৰ্য্যৰ কথাও অৱশ্যে সবলাই নেভাবিলে নহ'ব । কাৰণ সূৰ্য্য হ'ল সোণজিৰিৰ শিল্প সংস্কৃতিৰ অনন্য প্ৰতিভা । তেওঁ হ'ল সোণজিৰিৰ সুন্দৰৰ সাধক । তেওঁকো অবাটে যাবলৈ দিব নোৱাৰি ।

কৃষ্টি ভৱনৰ বৈঠকী সূৰ্য্য-নুৰুল-লিপিকা আৰু ৰেৱতী আহি লজ্জাত অৱনত হৈ বহি থকাৰ অবস্থাতেই সবলাই অতি গহীন গম্ভীৰ সুৰত আৰম্ভ কৰিলে -

"তোমালোকৰ প্ৰণয় সম্পৰ্কৰ কথা ময়ো জানিব পাৰিছো । কস্তুৰিৰ জন্ম হ'লেই মৃগনাভিৰ সুগোন্ধ আপোনা আপুনিয়েই মলমলাই যোৱাৰ দৰে ফুল ফুলিলে ফুলৰ সুবাস বতাহে কঢ়িয়াই নিয়াৰ দৰে আৰু বৰষুণ পালেই ফাগুণত বিৰিষে কুঁহিপাত মেলাৰ দৰেই তোমালোকৰ চালচলন, কামকাজ, আচৰণ আৰু চকুমুখৰ অঙ্গী-ভঙ্গীত তোমালোকৰ ইজনৰ প্ৰতি সিজনৰ আকৰ্ষণ বিশেষভাবে প্ৰকাশ পাইছে । এই কথা কেৱল মোৰেই নহয়, সুবিমল, অনিল আৰু প্ৰায়বোৰ সচেতন মানুহৰেই দৃষ্টিগোচৰ হৈছে । তোমালোকে জনা উচিত যে উট চৰাইয়ে বালিত মুৰ গুজি নিজকে লোকোওৱা বুলি ভাবিও লোকোৱাব নোৱাৰাৰ দৰে প্ৰেমৰ প্ৰবাহো গোপনে বাখিব পৰা নেযায় । বহুতৰে মাজৰ দুটিৰহে বিশেষ মিলামিচা চিৰদিন লোক চক্ষুৰ অন্তৰালত থাকিব নোৱাৰে । গতিকে তোমালোকক এই সন্দৰ্ভত মই কিছু কথা কব খুজিছোঁ ।"

"তোমালোকৰ মাজত গঢ়ি উঠা প্ৰণয়ভাব ডেকা-গাভৰুৰ বাবে তেনেই স্বাভাবিক কথা । ইয়াত কোনো লজ্জা বা আশ্চৰ্য্যৰ কথাও নাই । সেয়ে মই আৰু সুবিমলে কথাটো সহজেই লৈছো যদিও আমাৰ ঘৰখন আৰু সোণজিৰিৰ বহুতেই কথাটো সহজে লব পৰা নাই । এতিয়া কথা হ'ল তোমালোক উচ্চশিক্ষিত আৰু পৈনত বয়সৰ ডেকা-গাভৰুহঁতে প্ৰেমক কিমান দায়িত্বশীলতাৰে গ্ৰহণ কৰা তাৰ ওপৰতেই তোমালোক, আমাৰ আৰু সোণজিৰিৰ বহুকথাই নিৰ্ভৰ কৰে । প্ৰেমক যদি কেৱল সন্তীয়া আবেগ আৰু তৰল দৈহিক সম্ভোগৰ সামগ্ৰীৰূপে অন্ধভাবে লোৱা তেন্তে পৰিণতি সিটে বিপৰীত হ'ব পাৰে । কাৰণ প্ৰেম কেৱল দৈহিক ভাবালুতাৰ প্ৰকাশ নহয় ।"

"প্ৰেম দৈহিক মানসিকো আৰু পাৰ্থিব আৰু স্বৰ্গীয়ও । প্ৰেম উভয় উপাদানৰ সুসমন্বয়ীত নিৰ্য্যাস । সেয়ে প্ৰকৃত প্ৰেমে যিদৰে দৈহিক আকৰ্ষণ বৃদ্ধি কৰে সেইদৰে

আত্মিক আবেদনো বৃদ্ধি কৰে । গতিকে কেৱল দৈহিক উপভোগৰ আহিলাৰূপে নহয় আত্মিক মিলনৰো আহিলাৰূপে গ্ৰহণ কৰিব লাগে । প্ৰেম কেৱল ৰোমাণ্টিক আবেগো নহয় । ই ব্যক্তিজীৱনৰ বিলাসো নহয় । ইয়াৰ এটা সামাজিক আৰু সৃজনীশীল দিশো আছে । প্ৰেম সেয়ে হ'ব লাগে ব্যক্তিজীৱনৰ প্ৰেৰণা আৰু সামাজিক জীৱনৰ উদ্দীপনা । বেজবৰুৱাৰ সেই ৰোমাণ্টিক উচ্ছ্বাসে 'প্ৰেমত ফুলিছে শতদল - প্ৰেমত ঘূৰিছে ভূমণ্ডল' নহয়, টলষ্টয়ৰ বাণী 'মানুহ প্ৰেমেৰেহে জীয়াই থাকে' হে আমাৰ পাথেয় হ'ব লাগে । এতেকে ই হ'ব লাগে জীয়াই থকাৰ প্ৰেৰণা । ই বিচ্ছেদ হ'লেই জীৱনৰ পৰা পলায়ন কৰা আত্মহত্যা কৰাৰ অন্ধতা হ'ব নেলাগে । বৰঞ্চ প্ৰেম হ'ব লাগে সৃষ্টি-স্বপ্ন আৰু সংগ্ৰামৰ অনুপ্ৰেৰণা আৰু সেয়ে ই জীৱন আৰু জগতক জগাই তোলাৰ হাতিয়াৰ ।"

"এইখিনি কথাৰে মই তোমালোকৰ প্ৰেমবঞ্চিত জীৱনত ধৈৰ্য্য, সংযম, সহিষ্ণুতা, দূৰদৰ্শীতা প্ৰদৰ্শন কৰি নিজৰ আৰু সমাজৰ মঙ্গল সাধনত প্ৰয়োগ কৰিবা বুলি মই সৰ্বান্তকৰণে তোমালোকৰ প্ৰেমৰ সফলতা আৰু পৰিপূৰ্ণতা বিচাৰো । লগতে এই সকিয়নিও দিব খোজো যে আজিৰ সোণজিৰিৰ প্ৰেমৰ পথ অতি সুগম হৈ থকা নাই । বৰঞ্চ ই ক্ৰমে জটিল, কুটিল আৰু পঙ্কিল হৈ পৰিছে । গতিকে গোলাপী পথেৰে নহয় কণ্টকাকীৰ্ণ পথেৰেহে তোমালোকে বাট বুলিব লাগিব ।"

"মই তোমালোকৰ পৰা কোনো প্ৰতিজ্ঞা বা প্ৰতিশ্ৰুতি নিবিচাৰো ।" সৰলাই চাৰিওৰে ফালে তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি সামৰণি মাৰিলে - "তেনে কিবা বিচাৰিবা দিও লাভ নাই । মই মাথোন এইক্ষেত্ৰত তোমালোকৰ গভীৰ দায়িত্ব আৰু কৰ্ত্তব্যবোধহে বিচাৰিছো ।"

সুদীৰ্ঘ সময় গম্ভীৰ নিস্তব্ধতাৰে আৰু গভীৰ মনোযোগেৰে সৰলাৰ কথা শুনি উভয়ৰে উপলব্ধি হ'ল যেন সৰলাই কোনোবা দেবদূতী হৈ সিহঁতক সকিয়নি দিছে ।

সোণজিৰিত পুনৰ এখন বিশাল ৰাজহুৱা সভা পাতিব লগা হ'ল । এতিয়া আৰু সোণজিৰিত ৰাইজক সমবেত কৰিবলৈ বিশেষ শ্ৰম আৰু সময়ৰ প্ৰয়োজন নহয় । কাৰণ সোণজিৰিবাসী এতিয়া সচেতন হৈছে আৰু সৰলাইঁতৰ নেতৃত্বৰ ওপৰত ৰাইজৰ আস্থা আৰু বিশ্বাস বৃদ্ধি পাইছে । অৱশ্যে সুবিমল-সৰলাইঁতে কিছু অসহায়ো অনুভৱ কৰিছে । কাৰণ পূৰ্বতে ককা ঘাঁচীৰাম গাম আৰু পিতৃ অখিল গঁগেইঁতে সাহস-সুদোপদেশ আৰু সুপথদান কৰিছিল । এতিয়া অগাপিচাকৈ আঁহতগুৰি আৰু সোণজিৰিক কন্দুৱাই পিতৃ অখিল গঁগে আৰু ঘাঁচীৰাম ককাৰ মৃত্যু হোৱাত এক নিঃসহায় ভাবে সৰলাইঁতক মন ছানি ধৰিছেহি । তথাপি সৰলাইঁততো বৈ থাকিব নোৱাৰে । স্তব্ধ হৈতো যাব নোৱাৰে সিহঁতৰ অবিৰত যাত্ৰা । পিতৃ আৰু ককাৰ আদৰ্শ স্মৃতি আৰু যুগমীয়া নিদৰ্শনেৰেই সিহঁত দৃঢ়-সাহসী অনুপ্ৰেৰীত আৰু পথনিৰ্দ্দেশিত হ'ব লাগিব ।

গতিকে সোণজিৰিৰ প্ৰথমখন ডিগ্ৰী কলেজ স্থাপন আৰু উন্নয়ন কমিটি গঠন কৰিবলৈ সিহঁতে ৰাজহুৱা সভাখন আহ্বান কৰিছে ।

ইফালে অধ্যক্ষ অনিল পেগু আৰু সহশিক্ষক ৰবীন, ৰূপাইহঁতৰ পৰাও এনে উদ্যোগৰ প্ৰতি বিশেষ সহাৰি পাব পৰা নাই । সিহঁত যেন এইক্ষেত্ৰত তেনেই নিস্পৃহ । প্ৰত্যক্ষভাৱে কলেজ পতা আৰু উন্নয়ন কমিটি গঠন কৰাৰ প্ৰয়াসত সিহঁতে বাধা প্ৰদান অথবা নিৰুৎসাহদান নকৰিলেও অনিলহঁতৰ নিৰুদ্বেগ চিন্তলৈ লক্ষ্য কৰিলেই চতুৰ সৰলা আৰু সুবিমলে কিছু সন্দেহ কৰিবলৈ বাধ্য হৈছে । কলেজৰ অধ্যাপক হোৱাৰ শিক্ষাগত অৰ্হতা নোহোৱাত আৰু সোণজিৰিৰ নেতৃত্বৰ পৰা অপসাৰিত হোৱাৰ এক হীনাম্মিকভাৱে যেন সিহঁতক দ্বিধাগ্ৰস্ত কৰি তুলিছে । গতিকে ৰাইজৰ আগ্ৰহ উৎসাহক প্ৰত্যক্ষভাৱে বাধা দিব নোৱাৰি আৰু নিজেও হীনাম্মিকতাত অনাগ্ৰহী আৰু উৎকণ্ঠাহীন হৈ পৰা দেখা গৈছে । হয়তো সিহঁতে ৰাজহুৱা সভা এৰাইও চলিব পাৰে ।

দশকজোৰা সোণজিৰিৰ জীৱনত সৰলাই প্ৰথমবাৰৰ বাবে নীৰৱ মতভেদ আৰু নিষ্ক্ৰীয় প্ৰতিৰোধৰ সন্মুখীন হ'ব লগা হৈছে । গতিকে সৰলাই সামান্যভাৱে হ'লেও থমকি ৰ'ব লগা হৈছে । তাই জানে যে সমাজ গঠনৰ পথ সুগম নহয়, বৰঞ্চ দুৰ্গমহে পদে পদে বিপদ সমাগত । দেউতাক অখিল গঁগেয়েও আঁহতগুৰি নিৰ্ম্মাণৰ পথত কেৱল বে-ইজ্জতেই নহয় শাৰীৰিক ভাৱে আক্ৰান্ত আনকি সাময়িকভাৱে আঁহতগুৰিৰ পৰা বিতড়িতো হ'ব লগা হৈছিল । তথাপি অকথ্য গঞ্জনা আৰু অসহ্য নিৰ্য্যাতন সহ্য কৰিও অসীম ধৈৰ্য্য আৰু সাহসেৰে আঁহতগুৰি নিৰ্ম্মাণত অৱশেষত জয়ী হৈ সফল হ'ব পাৰিছিল । অৱশ্যে ইমান সোনকালেই, সোণজিৰি উন্নয়নৰ পাতনি মেলাতেই বাধাৰ সৃষ্টি হ'ব পাৰে বুলি সৰালাইহঁতে ভাবিবই পৰা নাছিল । তাতে বাধাৰ দুৰ্ভাৱনা আহিছে সোণজিৰিৰ শিক্ষিত থলুৱা ভূমিপুত্ৰ জনদিয়েকৰ পৰাই । সিহঁতৰ প্ৰতিবন্ধকতা নিশ্চয় কঠিন হ'ব যদিহে সিহঁতে তেনে কৰে । তথাপি অনিলহঁত যে সোণজিৰিৰ প্ৰগতিক বাধাস্বৰূপ হৈ থিয় দিবই তাৰো কোনো ইয়ত্বা নাই । সৰলাৰ সন্দেহ আৰু দুৰ্ভাৱনা অমূলক হ'ব পাৰে ।

সেইবুলি সৰলাইহঁত স্তব্ধ হৈ যাব নোৱাৰে সন্মুখৰ বাধাৰ প্ৰাচীৰৰ বিপদ গনি । সিহঁতে যেইকোনো প্ৰকাৰে বাধা নেওচি অগ্ৰসৰ হ'বই লাগিব । গতিকে পথত যি বিঘিনি আহে আহক সিহঁত আগবাঢ়িবই লাগিব । সৰলাইহঁতৰ লগত সুবিমল, চণ্ডী, ৰেৱতী, সূৰ্য্য আছে, সোণজিৰিৰ ৰাইজমখা আছে, লুইত-অ'কনৰি, চামপৰা, ডাংধৰা, কঢ়া, চাৰিকড়ীয়া আদি নদীমাতৃ আছে, সোণজিৰিৰ ভৱিষ্যতৰ ৰঙা সূৰ্য্য আছে । সেইবোৰেই সৰলাইহঁতৰ অমোঘ সমল আৰু সেউজ বুনিয়াদ । সোণজিৰিৰ ভৱিষ্যতে সিহঁতক হাত বাউল দি মাতি আছে । সেই আকুল আহ্বানে সৰলাইহঁতক উন্মনা কৰিছে । সৰলাইহঁত যাবই লাগিব, আগলৈ মাথোন আগলৈ ।

সময়মতেই সোণজিৰিৰ কৃষ্টিভৱনৰ বাকৰিত হাজাৰ হাজাৰ মানুহ সমবেত হ'ল । সৰলাইঁতে কৰা সন্দেহ সঁচা প্ৰমাণিত হ'ল । অনিল, ৰবীন, বদন, ৰূপাইহঁত হাজাৰ মানুহৰ মাজত সভাঘৰৰ পিছৰফালে বহি থাকিল । বহু অনুৰোধ কৰিও সিহঁতক সভাৰ মঞ্চলৈ আনিব পৰা নহ'ল । মাথোঁন বাৰে বাৰে সভাৰ উদ্যোক্তাসকলৰ অনুনয় বিনোনয় প্ৰত্যাখান কৰি ক'লে, “হ'ব হ'বচোন, আমি ইয়াত থাকিলেই হ'ব । তোমালোকেই সভাখন চলোৱাচোন” বুলি । ফলত ৰাজহুৱা সভাখনৰ সভাপতিৰ দায়িত্ব অধ্যক্ষ অনিল পেগুক দিয়াৰ সৰলাইঁতৰ প্ৰস্তাৱো অনিলে সবিনয়ে প্ৰত্যাখান কৰিলে । গতিকে পিচুৱাই যোৱাৰ সময় আৰু অৱকাশ নোহোৱাৰ সময়ত সৰলা সুবিমল সূৰ্য্যহঁতে থাউকতে আলোচনা কৰি তৎকালীন সিদ্ধান্ত ললে । কাৰণ আৰম্ভনীতে কিছু নিৰুৎসাহজনক পৰিস্থিতিৰ সৃষ্টি হ'লেও সিহঁত হতাশ আৰু নিৰস্ত্ৰ হ'ব নোৱাৰে ।

ৰাজহুৱা সভাখন কিছু জটিল হ'ব পাৰে বুলি ভাবিয়েই যেই কোনো পৰিস্থিতিকেই চম্ভালীব পৰাকৈ অধ্যাপক সুবিমল দলেকেই সভাপতিৰ দায়িত্ব দিয়া হ'ল । সভাপতি সুবিমলে সভাৰ গুৰুত্বলৈ লক্ষ্য কৰি ৰাইজক অংশগ্ৰহণ কৰিবলৈ আহ্বান জনাই সভা পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰিলে । সুবিমলে সভাপতিত্ব কৰা বাবে একে পৰিয়ালৰে সৰলা, চণ্ডীৰাম অথবা ৰেৱতীয়ে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰাতো বিসদৃশ হ'ব পাৰে বুলি ভাবি সূৰ্য্য চিন্তেকেই সভাৰ উদ্দেশ্য কোৱাৰ দায়িত্ব দিয়া হ'ল । কাৰণ অনিল, বদন, ৰবীনহঁত ৰূপাইহঁতৰ সন্দেহজনক ভূমিকাৰ প্ৰতি লক্ষ্য ৰাখি সভাৰ প্ৰতিটো পদক্ষেপ সাৱধানে আৰু সুচিন্তিতভাবে আগবঢ়াই নিয়াৰ কথা উদোক্তাসকলে চিন্তা কৰিলে -

শিল্পী সূৰ্য্য চিন্তেই অতি আবেগ মিশ্ৰিত মধুৰ কণ্ঠেৰে আৰম্ভ কৰিলে -

শ্ৰদ্ধেয় ৰাইজ,

“যুগ যুগ পিচ পৰি আন্ধাৰত ডুবি থকা সোণজিৰিত উচ্চতৰ মাধ্যমিক বিদ্যালয় সম্পূৰ্ণ কৰিব পাৰি লুইতৰ বুকুলৈ প্ৰথম পোহৰৰ ৰেঙণি আনিব পাৰিছোঁ । কিন্তু সোণজিৰিৰ আন্ধাৰ দূৰ কৰিবলৈ এতিয়াও বহুদূৰ বাকী । আধুনিক সভ্য নগৰ এখনে পাব লগা একোকেই আমি পোৱা নাই । উচ্চ শিক্ষাৰ ব্যৱস্থাও সোণজিৰিত এতিয়াও হোৱা নাই । কলেজ পঢ়িবলৈ সোণজিৰিৰ ল'ৰা-ছোৱালীয়ে এতিয়াও আঁহতগুৰি অথবা বাহিৰৰ অন্যান্য ঠাইলৈ গৈ কষ্ট কৰিব লগা হৈছে আৰু অনাহক ধন খৰছ কৰিব লগা হৈছে । আগেয়ে স্থানীয় উচ্চ শিক্ষিত ল'ৰা-ছোৱালী নাছিল, এতিয়া হৈছে । তাতে আমাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ এম. এ. পাছ শিক্ষক-শিক্ষয়িত্ৰী সকলো আছে । আমাৰ সোণজিৰি অঞ্চলৰ পৰা কলেজ পঢ়িব পৰা ল'ৰা-ছোৱালীও যথেষ্ট

ওলাইছে । গতিকে এতিয়া সোণজিৰিত কলেজ পাতিব পৰা হৈছে আৰু কলেজ এখনৰ বৰ প্ৰয়োজনো হৈছে । আমাৰ উচ্চ শিক্ষিত সমাজে সোণজিৰিত কলেজ এখন পতাৰ ইচ্ছা, সাহস আৰু আগ্ৰহো কৰিছে । সেইবাবেই শ্ৰদ্ধেয় ৰাইজ, আপোনালোকৰ মতামত আৰু সিদ্ধান্ত বিচাৰি এই ৰাজহুৱা সভাখন পতা হৈছে । এতেকে আমাৰ ঠাইত এখন কলেজ পাতিবলৈ হ'লে তাৰ বাবে এখন কলেজ পৰিচালনা সমিতি গঠনো আপোনালোকে কৰি দিব লাগিব ।"

"দ্বিতীয়তে ৰাইজ", সূৰ্য্যই কণ্ঠস্বৰ সামান্য নৰম কৰি কৈ গ'ল, "সোণজিৰিৰ সকলো দিশৰ উন্নতি কৰিবলৈ হ'লে আমি চৰকাৰী আৰু বেচৰকাৰী বিভিন্ন মন্ত্ৰীবিষয়া অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত যোগাযোগ কৰিব লাগিব আৰু আমাৰ অভাৱ-অভিযোগবোৰ পূৰণৰ বাবে দাবী-বিক্ষোভ আন্দোলন আদিও কৰিব লাগিব । তাৰবাবে কাৰ্য্যসূচী নিৰ্ম্মাণ কৰা, বিভিন্ন ক্ষেত্ৰত বিধি-ব্যৱস্থা কৰা আৰু ৰাইজক নেতৃত্ব দিয়াৰ বাবে এখন অতি অভিজ্ঞ দক্ষ আৰু সুযোগ্য উন্নয়ন কমিটিৰো অতীব প্ৰয়োজন । সেই বিষয়েও আজিৰ সভাত বিশদ আলোচনা কৰিব লাগিব । আপোনালোকে আমাৰ যোগ্যলোক সকলকলৈ এখন সবল উন্নয়ন কমিটি আজিৰ সভাতেই গঠন কৰিব লাগিব । এনেবোৰ অতিগুৰুত্বপূৰ্ণ কাম কৰাৰ সময় আহি পৰিছে । পলম কৰাৰ সময় নাই । গতিকে কলেজ আৰু উন্নয়ন কমিটি পতাৰ আলোচনা কৰাই হ'ল আজিৰ ৰাজহুৱা সভাৰ মুখ্য উদ্দেশ্য ।"

সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি সূৰ্য্য চিন্তেবহুৰ পিছতেই সভাপতি সুবিমলে উপস্থিত ৰাইজৰ পৰা মতামত প্ৰকাশ কৰিবলৈ আহ্বান জনালে । সমজুৱাৰ ফালৰ পৰা অন্যলোকে কবলৈ উঠাৰ আগতেই সৰলাই সমবেত ৰাইজক অধিক ভালকৈ বুজাবলৈ চেষ্টা কৰিলে-মাননীয় সভাপতি আৰু শ্ৰদ্ধেয় ৰাইজ,

"উদ্দেশ্য ব্যাখ্যাত সূৰ্য্য চিন্তেই সোণজিৰিত ঘৰতেই কম খৰছতেই সহজতে বি. এ. পাছ্ কৰিব পৰাকৈ এখন কলেজৰযে বৰ প্ৰয়োজন হৈছে সেই বিষয়ে বহলাই কৈছেই । মই মাথোঁন কব খুজিছো যে বাহিৰৰ সমাজখন বহুত আগবাঢ়ি যোৱাৰ সময়ত আমিও বহি থকা উচিত নহয় । আমাৰ ইয়ালৈ নগৰৰ পৰা সকলো সময়তে গাড়ী-ঘোঁৰা চলিব পৰাকৈ এটা আহল-বহল পকা ৰাস্তা নাই । ইয়াত এখন ভাল ডাক্তৰখানা নাই । লুইত অ'বনৰিত দিনে-নিশাই পানী বৈ থাকিলেও আমাৰ বাবে বিশুদ্ধ খোৱাপানীৰ ব্যৱস্থা নাই । আমাৰ সোণজিৰিত বিজুলী বাতিৰ ব্যৱস্থা নাই, টেলিফোন, টেলিগ্ৰাফৰ ব্যৱস্থা নাই আৰু কোনো এটা বিভাগৰ অফিছ ঘৰো নাই । আমাৰ ইয়াত সৰু সুৰা কাৰখানা আৰু ব্যৱসায় বাণিজ্যও নাই । গতিকে আমাৰ এমুঠি শিক্ষিত ল'ৰাৰ বাবে চাকৰিতো নায়েই আনকি অনাখৰী মানুহখিনিৰ বাবে হাজিৰা কাম এটাও পাবলৈ নাই । ইফালে ব্ৰহ্মপুত্ৰ-সোৱণশিৰি, কড়া, চামপৰা, ডাংধৰা,

চাৰিকড়ীয়া নৈ আমাৰ মাতৃস্বৰূপা হ'লেও বৰ বৰষুণ দিলেই আৰু বাৰিষা আহিলেই সিহঁতে মা-কালী চামুণ্ডাৰ ৰূপ ধৰে আৰু সোণজিৰি গাওঁ, ঘৰ, মৰং ভাঙি উটাই আমাক জুৰুলা কৰে। অথচ এই নদীবোৰক বান্ধি বশ কৰি আমাৰ নদীয়াল মানুহবোৰক নিৰাপদে ৰাখিবলৈ মথাউৰি নিৰ্ম্মাণো কৰা নাই। আনকি এই নৈবোৰত নিৰাপদে ফুৰিবলৈ আৰু বাৰিষা বানৰ পৰা ৰক্ষা পাবলৈ আমাক ভাল নাৱৰ ব্যৱস্থাও কৰি দিয়া নাই। গতিকে আমি জাগি উঠিবৰ হ'ল। আজিৰ সভাতে এখন শক্তিশালী উন্নয়ন কমিটি গঠন কৰি আমি আজিৰ পৰাই উঠি পৰি লাগিবৰ হ'ল। গতিকে আপোনালোকে সোণজিৰিত কলেজ আৰু উন্নত কমিটি আজি পাতে নে নেপাতে এতিয়াই কওক?"

এনেদৰে উদাত্তকণ্ঠেৰে সৰলাই তাইৰ বক্তব্য সামৰাৰ লগে লগেই চাৰিওফালৰ পৰা প্ৰচণ্ড হাততালিৰ সমৰ্থনেৰে সৰব ধ্বনি উঠিল - "আমাক কলেজ লাগে। আমাক উন্নত কমিটি লাগে - আজিয়েই - আজিৰ এই সভাতেই।"

ৰাইজৰ এনে গিৰজনি মৰা সমৰ্থনৰ মাজতেই সভাপতি সুবিমলে সমজুৱাৰ মাজৰ পৰা মতামত প্ৰকাশ কৰিবলৈ আহ্বান জনালে। পিছে ৰাইজৰ ফালৰ পৰা মাথোন বাৰে বাৰে দাবীহে আহিল - "আমাক কলেজ লাগে। আমাক উন্নয়ন কমিটি লাগে। অধিক আলোচনাৰ কোনো প্ৰয়োজন নাই" বুলি। তথাপি সভাপতিয়ে ৰাইজৰ তৰফৰ পৰা বক্তব্য ৰাখিবলৈ পুনঃ পুনঃ আহ্বান জনোৱাত অৱশেষত অধ্যক্ষ অনিল পেগু ধীৰে ধীৰে ৰাইজৰ মাজৰ পৰা উঠি আহি অতি গহীন অথচ নৰম কণ্ঠেৰে ক'বলৈ আৰম্ভ কৰিলে -

মাননীয় সভাপতি মহাশয় আৰু শ্ৰদ্ধেয় ৰাইজ,

মোৰ বিশেষ ক'বলৈ নাই আৰু মোৰ ক'বলৈ ইচ্ছাও নাছিল। তথাপি সভাপতি ডাঙৰীয়াই বাৰে বাৰে ক'বলৈ কোৱাতহে এয়া থিয় হ'লো। ইতিমধ্যে আপোনালোকক সকলোখিনি কোৱা হৈছে। আমাৰ সোণজিৰিত কলেজ এখন লগাৰ কথা কোনেও অস্বীকাৰ নকৰে। সোণজিৰিৰ উন্নয়নৰ বাবে যে এখন কমিটিৰো যে প্ৰয়োজন সেই কথাও সঁচা। পিছে কথা হ'ল আমাৰ দৰে ইমান পিছপৰা, দুখীয়া আৰু বানে ধোৱা অঞ্চলত এতিয়াই জানো কলেজৰ দৰে ডাঙৰ অনুষ্ঠান এটা পতাৰ সামৰ্থ আৰু অৱস্থা হৈছে। কাৰণ কলেজ পাতিবৰ বাবে বহুত ধন-সাহস আৰু শক্তি লাগে। ইফালে উন্নয়ন কমিটিৰ দৰে ইমান গুৰুত্বপূৰ্ণ আৰু দায়িত্বশীল কমিটি ইমান খৰধৰকৈ পতাটো জানো উচিত হ'ব? তাৰ বাবে অধিক আলোচনা বিলোচনা আৰু চিন্তাভাবনাৰ বাবে সময়ৰ প্ৰয়োজন নহ'ব জানো?? মোৰ কোনো আপত্তি নাই। মাথোন আপোনালোকক এবাৰ দকৈ ভাবি চাবলৈ অনুৰোধ কৰিছোঁ ৰাইজ। তথাপি আপোনালোকে যি ভাল দেখে কৰক ৰাইজ।"

অধ্যক্ষ অনিল পেগুৰ কথা শেষ নহওতেই সমজুৱাৰ পৰা প্ৰতিবাদ আহিল -

"নহয় নহয়, আজিয়েই সিদ্ধান্ত লব লাগে । পলম কৰিব নোৱাৰি ।"

"শ্ৰদ্ধেয় ৰাইজ" অধ্যক্ষ অনিল পেগুৰ বক্তব্যৰ পৰোক্ষ ইংগিত বুলিব পাৰি চণ্ডীৰামে মাত লগালে, "কলেজ পাতিবলৈ আপোনালোকৰ ইচ্ছা হ'লে টকা-পইছা, ঘৰ-দুৱাৰ আদিলৈ ভয় কৰিব নালাগে । সদ্যহতে কৃষ্টিভৱনতেই আমি শ্ৰেণীবোৰ বহুৱাই পাঠদান কৰিব পাৰো । মই সিদিনা আঁহতগুৰিৰ বন্ধু এজনৰ পৰা তেওঁৰ নামত কলেজ বিল্ডিং এটা দান পোৱাৰ প্ৰতিশ্ৰুতি পাই আহিছো । আমি কলেজ আৰম্ভ কৰিলেই তেওঁৰ দানেৰে কলেজৰ স্থায়ীঘৰ পকাকৈ বনাব পাৰিম । আমাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী সকলোৱে অবৈতনিকভাবে পাঠদান কৰি দিয়াৰ প্ৰতিশ্ৰুতি দিছে । মই, ৰেৱতী আৰু আমাৰ এম. এ. পাছ ল'ৰা-ছোৱালী কেইটাইও বিনাবেতনে কলেজত পাঠদান কৰি দিম । কলেজৰ বাবে আমি ৰাজহুৱা পুঁজি সংগ্ৰহ কৰিম চৰকাৰৰ জনজাতীয় উন্নয়ন পুঁজিৰ পৰাও সাহাৰ্য্য দিয়াৰ বিভাগীয় মন্ত্ৰী মহাশয়ে কথা দিছে । গতিকে ৰাইজৰ ইচ্ছা আগ্ৰহ আৰু সমৰ্থন হ'লে সোণজিৰি ডিগ্ৰী কলেজ খোলাত মই ভাবো ভয় কৰিব লগা একো নাই ।"

চণ্ডীৰামৰ কথা শেষ হোৱাৰ লগে লগেই সভাত সৰ্বসন্মতিক্ৰমে সোণজিৰি ডিগ্ৰী কলেজ স্থাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয় । অনিল, বদন, ৰবীনহঁতে ৰাইজৰ প্ৰচণ্ড সমৰ্থনৰ সন্মুখত নীৰবে থকাৰ বাহিৰে উপায় নেপালে । অনিল পেগুৱে অৱশ্যে আগতীয়াকৈ ক'লে -

"ৰাইজ সকল,

আপোনালোকে সোণজিৰি কলেজ আৰু উন্নয়ন কমিটি পাতিব খুজিছে পাতক । আমাৰ তাত কব লগা নাই । কিন্তু আমাক যাতে সেইবোৰৰ কোনো দায়িত্ব নিদিয়ে তাক হ'লে আগতীয়াকৈ কৈ থলো । কাৰণ তেনে দায়িত্ব লোৱাৰ শক্তি সামৰ্থ আৰু সময় আমাৰ নাই । তেনে দায়িত্বৰ বাবে সুযোগ্যলোক সোণজিৰিত আছে ।"

অধ্যক্ষ অনিল পেগুৱে 'আমাক' বুলি কাক কাক বুজাইছে আৰু 'সুযোগ্যলোক' বুলিনো কাক কাক বুজাইছে সেই কথাও সচেতন সকলে নুবুজাকৈ নেথাকিল । গতিকে বহুতো আলোচনা বিলোচনা কৰি সৰ্বসন্মতিক্ৰমে অধ্যাপক সুবিমল দলেক সভাপতি আৰু শিল্পী সূৰ্য্য চিন্তে সম্পাদকৰূপে লৈ সোণজিৰি ডিগ্ৰী কলেজৰ এখন পৰিচালনা কমিটি গঠন কৰিলে । ৰাজহুৱা সভাই সৰ্বসন্মতিক্ৰমে সবলা দলে গগৈক সোণজিৰি কলেজৰ অবৈতনিক অধ্যক্ষাৰ দায়িত্ব লবলৈও অনুৰোধ কৰিলে ।

সোণজিৰি কলেজ স্থাপনৰ সমস্যাটো সমাধান হোৱাৰ পিছত ৰাজহুৱা সভাৰ সভাপতি অধ্যাপক সুবিমল দলেই সোণজিৰি উন্নয়ন কমিটি গঠনৰ আলোচনাৰ বাবে আহ্বান জনাই ক'লে -

"শ্ৰদ্ধেয় ৰাইজ, সোণজিৰি উন্নয়ন কমিটি গঠন কৰাৰ বিষয়ত আপোনালোকে

সকলোৱেই একমত প্ৰকাশ কৰিছেই । আনকি অধ্যক্ষ অনিল পেগুও তেওঁৰ সহকৰ্মীসকলৰ সৈতে এই সন্দৰ্ভত একমত হৈছে । এতিয়া প্ৰশ্নটো আহিছে যে কমিটিখন এতিয়াই গঠন কৰা হওকনে পিছলৈ ভাবিচিন্তি গঠন কৰা হ'ব । এইক্ষেত্ৰত প্ৰশ্ন এটা আহে যে সোণজিৰিৰ সকলো যোগ্যলোক আজিৰ সভাত উপস্থিত আছে নাই । যদি আছে তেন্তে বিষয়টো আজিয়েই আলোচনা কৰি এটা সৰ্বসন্মত সিদ্ধান্ত লব পৰা যায় আৰু যদি কোনোবা যোগ্যলোক এই সভালৈ আহিবলৈ বাকী থাকিল তেন্তে নিশ্চয় বিষয়টো পিছলৈ থব পৰা যায় । অন্যথাই অনাহক সময় আৰু শক্তি অপচয় কৰাৰ কোনো হেতু নেথাকিব ।"

"এই প্ৰশ্নটোৰ উত্তৰ অধ্যক্ষ অনিল পেগুচাৰ আৰু তেখেতৰ সঙ্গী চাৰ সকলৰ পৰাই আমি বিচাৰো সভাপতি মহাশয়", ৰেৱতীয়ে কৌশলেৰে প্ৰস্তাবটো ডাঙি ধৰে, "কাৰণ তেখেতসকলেহে বিষয়টো পিছুওৱাৰ মত প্ৰকাশ কৰিছে । গতিকে চাৰ সকলৰ পৰাই আমি সমস্যাটো সমাধানৰ এটা পৰামৰ্শ বিচাৰো ।"

গতিকে সভাপতি মহাশয়ে এই বিষয়ত মন্তব্য প্ৰকাশ কৰিবলৈ অধ্যক্ষ অনিল পেগু আৰু তেওঁৰ সঙ্গী সকলক বাৰে বাৰে আহ্বান জনালে । পিছে অনিল পেগুইঁতেনো কি উত্তৰ দিয়ে । সভাত দেখোন সোণজিৰিৰ সকলো জনা-বুজা মুখিয়াল যোগ্যলোক উপস্থিত আছেই । সভাত উপস্থিত নথকা কাৰ নামনো তেওঁলোকে উল্লেখ কৰিব, যাৰ লগত অধিক আলোচনা বিলোচনা আৰু চিন্তা ভাবনা কৰিবলৈ থাকিব পাৰে । ফলত তেওঁলোকৰ তলমূৰ কৰি নীৰবে থকাৰ বাহিৰে গত্যান্তৰ নহ'ল । অধ্যক্ষ অনিল পেগুহঁতৰ এনে মৌনভাত সভাত উপস্থিত ৰাইজৰ একাংশই চিএঞৰ চিএঞৰি ক'লে -

"আমাৰ চাৰহঁত এতিয়া কিয় নিমাত ? তাৰ মানে সোণজিৰিৰ সকলো যোগ্য মানুহেই আজিৰ সভাত উপস্থিত আছে । সেয়ে হ'লে পলম কৰাৰ কি অৰ্থ আছে । গতিকে এই সভাতে আজিয়েই আমাৰ উন্নয়ন কমিটিখন পাতিব লাগে যাতে কালিলৈৰ পৰাই কাম আৰম্ভ কৰিব পাৰে ।"

তাৰপিছত আৰু বিষয়ত অধিক আলোচনাৰ প্ৰয়োজন নহ'ল । অনিল পেগুহঁতৰ মৌনতাইও সোণজিৰি উন্নয়ন কমিটি গঠনৰ সপক্ষে সন্মতি প্ৰকাশ স্বৰূপেই হ'ল । ফলত অনেক আলোচনা পৰ্য্যালোচনা কৰি সৰ্বসন্মতিক্ৰমে সবলা দলে গগৈক সভানেত্ৰী আৰু শিল্পী সূৰ্য্য চিন্তেক সম্পাদকৰূপে লৈ এখন সবল সোণজিৰি উন্নয়ন কমিটি গঠন কৰা হ'ল ।

"ৰাইজ, সকলো গধুৰ দায়িত্ব মোৰ মূৰতেই জাপি নিদিব" সূৰ্য্য চিন্তেই আপত্তি কৰি ক'লে, "মই হ'লো এটা অভং গান-নাচ বলীয়া মানুহ । ইমানবোৰ গুৰুদায়িত্ব পালন কৰিবলৈ মোৰ শক্তি-সামৰ্থ আৰু সময় ক'ত । গতিকে ৰাইজ দুটা সম্পাদক পদৰ এটাৰ পৰা মোক ৰেহাই দিয়ক ।"

"তুমি আপত্তি নকৰিবা সূৰ্য্য", সৰলাই অনুৰোধৰ সুৰত ক'লে, "অধ্যক্ষ অনিল পেগুৱে দায়িত্ব নোলোৱাত তোমাৰ বাহিৰে এনেবোৰ দায়িত্ব লবলৈ দ্বিতীয়জন লোক সোণজিৰিত কোন আছে কোৱাচোন ? আমিবোৰ গোটেই সোণজিৰিখনেই তোমাৰ লগত আছো নহয় । তাতে শিক্ষা-সংস্কৃতি আৰু সমাজৰ কাম কৰিবলৈ এটা শিল্পীসুলভ মন লাগে ঠিক তোমাৰ দৰে । যান্ত্ৰিক আৰু অনুভূতিহীন নেতৃত্বই সমাজক আকৰ্ষণ কৰিব নোৱাৰে ।"

তাৰ পিছত সবলাই সূৰ্য্যৰ কাষ চাপি বহইচ কৰি কানে কানে ফুচফুচাই ক'লে-

"হেৰা ভোদা ডেকা ল'ৰা, তোমাৰ অৰ্দ্ধেক দায়িত্ব ল'বলৈ লিপিকাজনী আছেই দেখোন । তাই ছাগে আজি আনন্দত আত্মহাৰা হৈছে ।"

সাতে পাচে সূৰ্য্যৰ কোনো আপত্তিয়েই গ্ৰাহ্য নহ'ল । সোণজিৰি উন্নয়ন কমিটিৰ গঠন কাৰ্য্য সম্পূৰ্ণ হোৱাত কমিটিৰ সভানেত্ৰী সৰলা দলে গগৈক লগে লগেই সোণজিৰি উন্নয়নৰ আশু কাৰ্য্যসূচী ৰাজহুৱা সভাতেই ঘোষনা কৰিলে -

"সভাপতি মহাশয় আৰু মাননীয় ৰাইজ,

সোণজিৰি উন্নয়নৰ বাবে আজিৰ সভাতেই আগন্তুক আশুকাৰ্য্যসূচী ৰাজহুৱাভাবেই ঘোষনা কৰিলো যাতে তৎকালেই আপোনালোকৰ সহায় সহযোগ আমি তৎপৰভাবে লাগি যাব পাৰো"

১। আঁহতগুৰিৰ পৰা সোণজিৰিলৈ এই এশ কিঃ মিঃটাৰ দৈৰ্ঘ্যৰ পথটো আহল বহল ওখ আৰু পকীকৈ নিৰ্ম্মাণ কৰা । এইক্ষেত্ৰত চৰকাৰৰ পুঁজিৰ অভাৱ হ'লে বিশ্ববেংক আৰু অইল ইণ্ডিয়াৰ সাহাৰ্য্য বিচৰা হ'ব ।

২। সোণজিৰিত চাৰ্কুল বিষয়া আৰু খণ্ড বিষয়াৰ শাখা অফিচ স্থাপন ।

৩। সোণজিৰিত স্বাস্থ্য আৰু চিকিৎসা কেন্দ্ৰ স্থাপন কৰা মানুহ আৰু গৰু উভয়ৰে ।

৪। সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ত হাইস্কুল শিক্ষান্ত পৰীক্ষা আৰু উচ্চতৰ মাধ্যমিক পৰীক্ষাৰ কেন্দ্ৰৰ মঞ্জুৰী প্ৰদান ।

৫। ব্ৰহ্মপুত্ৰ-সোৱণশিৰি-চামপৰা-চাৰিকড়িয়া-কড়া-ডাংধৰা আদি নদী নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰা আৰু বানপানী গৰাখহনীয়া ৰোধৰ ব্যৱস্থা কৰা ।

৬। সোণজিৰিলৈ বিজুলী বাত্তি, টেলিফোন আৰু টেলিগ্ৰাফ ব্যৱস্থাৰ সংযোগ কৰা ।

৭। সোণজিৰি ৰাইজৰ মাটিৰ ম্যাদীপট্টা দিয়াৰ ব্যৱস্থা কৰা ।

৮। সোণজিৰিত বিশুদ্ধ খোৱাপানী যোগানৰ ব্যৱস্থা কৰা ।

৯। সোণজিৰিলৈ সকলো যানবাহন সকলো ঋতুতে চলাচল কৰোৱাৰ ব্যৱস্থা কৰা ।

১০। সোণজিৰিৰ বানপীড়িত গৰীব ৰাইজক অত্যাৱশ্যকীয় সামগ্ৰী সস্তীয়া আৰু সুলভ মূল্যত যোগান ধৰা।

"ৰাইজ সকল, এই দহ দফীয়া দাবীলৈয়ে আমি হ্ৰস্ব আৰু দীৰ্ঘম্যাদী দাবী আন্দোলন, বিক্ষোভ আদি আৰম্ভ কৰো আহক।" সৰলাৰ প্ৰস্তাৱ সভাৰ সকলো মানুহেই প্ৰবল কৰধ্বনি আৰু হৰ্ষোল্লাসেৰে সমৰ্থন কৰি হাতে কামে লাগি যাবলৈ প্ৰতিজ্ঞা কৰিলে।

ৰাজহুৱা সভাৰ সফল সামৰণিৰ পিছত সৰলা, সুবিমল, নুৰুল, চণ্ডীৰাম, লিপিকা চণ্ডীৰাহঁত সুখী হ'ল যদিও সিহঁতৰ যে দায়িত্বও বাঢ়িল সেই কথাও বুজি পালে। সিহঁতে জানে যে কামবোৰ সহজ নহয় অতি জটিল। তথাপি সেইবোৰ কৰি যোৱাৰ অহৰহ প্ৰয়াস কৰি যাবই লাগিব। বহু সময়ত কামৰ সফলতাতকৈ যে সফলতাৰ বাবে কৰা অন্তহীন প্ৰয়াসহে যে অধিক মধুৰ সেইকথাও সিহঁতে উপলব্ধি কৰে। সিহঁতৰ ওপৰতেই সমগ্ৰ সোণজিৰিবাসীয়েই অতি আশাৰে চাই আছে। সিহঁতে আহ্বান জনালেই এই সহজ সৰল মানুহবোৰ সিহঁতৰ লগত জপিয়াই পৰিব। কাৰণ এই হোজা চিধা-চিধা মানুহবোৰে ফাঁকি ফুকা অথবা বেঁকা-বেঁকী কথা বুজি নাপায়। সেয়ে সৰলাহঁতে তেওঁলোকৰ আশা কিছুহ'লেও পূৰাব নোৱাৰিলে এই মানুহবোৰ নিশ্চয় হতাশ হ'ব আৰু সৰলা-সুবিমল-সূৰ্য্যৰ দৰে নেতাবোৰৰ নেতৃত্বৰ ওপৰত তেওঁলোকে আস্থা আৰু বিশ্বাসক হেৰোৱাই পেলাব। নাই নাই, তেনে হ'বলৈ কেতিয়াও দিব নোৱাৰি। যেই কোনো প্ৰকাৰে তেওঁলোকৰ আশাৰ সহাৰি জনাবই লাগিব।

ইফালে অধ্যক্ষ অনিল পেগুহঁতেও সোণজিৰি কলেজ আৰু উন্নয়ন কমিটিৰ বিৰুদ্ধ পক্ষত প্ৰকাৰান্তৰে হ'লেও অৱস্থান লব সেইকথাও সিহঁতৰ কথা কাণ্ড আৰু চাল-চলনৰ পৰাই সৰলাহঁতে বুজিব পাৰিলে। কলেজ পৰিচালনা আৰু উন্নয়ন কমিটি গঠন আৰু ১০ দফীয়া দাবী ঘোষনাৰ সময়তেই সিহঁতৰ মুখত এক ধৰণৰ তাচ্ছিল্যভাব সৰলাহঁতে লক্ষ্য কৰিলে। সিহঁতৰ যেন সৰলাহঁতৰ কথাকাণ্ডবোৰক তৰল-উচ্ছাস বুলিয়েই ভাবি লৈছে।

"এৰা, সিহঁতে যেনেদৰে ভাবে ভাবক। বিৰোধীতা কৰিলেও কৰক। ভেণ্ডুচালী কৰিলেও কৰক", সৰলাই দৃঢ়তাৰে ভাবিলে - "এৰা, ছাগলীয়েনো কি পাত নেখায়, অজজনেনো কি কথা নকয়। এই সকলোবোৰ অতিক্ৰমী সৰলাহঁতে বাট বুলিবই লাগিব। এৰা, আন্ধাৰ নহ'লেনো দিনটো কেনেকৈ উজ্বলিব! বাধা নহ'লেনো যাত্ৰাৰ মহত্ব ক'ত থাকিব। সংগ্ৰাম নহ'লে সফলতাৰ কৃতিত্ব ক'ত থাকিব আৰু কেতিয়াবা ব্যৰ্থতা ও সফলতাৰ সপোন হ'ব পাৰে, যেনেকৈ কেতিয়াও অভিশাপেও আশীৰ্বাদৰ ৰূপ লব পাৰে।"

গতিকে সৰলাই সাহসেৰে শিৰ উচ্চ কৰি ৰখাৰ প্ৰতিজ্ঞা কৰিলে।

# ধৈৰ্য্য

মাথোন কেইবছৰ মানৰ কথা । সোণজিৰি উন্নয়ন কমিটিৰ নিৰন্তৰ প্ৰচেষ্টা আন্দোলন বিক্ষোভ আদিত সোণজিৰিৰ হাজাৰ হাজাৰ মানুহে স্বতস্ফুৰ্ত্তভাবে যোগদিয়াৰ ফলত সোণজিৰিৰ সৰ্বাঙ্গীন উন্নতি সম্ভৱ হৈ পৰিল । চৰকাৰে আৰু বহুতো বেচৰকাৰী সামাজিক শৈক্ষিক-সাংস্কৃতিক অনুষ্ঠানে সোণজিৰিৰ প্ৰতি দৃষ্টি দিবলৈ বাধ্য হ'ল । ব্ৰহ্মপুত্ৰ-সোৱণশিৰি আৰু চামপৰা নদীৰ সঙ্গম স্থলত যে সোণজিৰি নামৰ এক বিশাল বালিময় আৰু জলাহ অঞ্চল আছে এতিয়াহে যেন বৰ্হিজগতৰ দৃষ্টিগোচৰ হ'ল । এই নদী অৱবাহিকাৰ দুৰ্গমভূমিত যে লাখৰ অধিক মানুহে বাস কৰে এই কথা যেন এতিয়াহে পোহৰলৈ আহিল । সোণজিৰিৰ এই মিছিং জনজাতি মানুহবোৰে যে আধুনিক সভ্যতাৰ পৰা বঞ্চিত হৈ পাণ্ডৱ বৰ্জ্জিত জীৱন যাপন কৰিছে এতিয়াহে যেন চৰকাৰ আৰু বৰ্হিজগতৰ চকুত পৰিল । মানুহৰ দৰে জীয়াই থকা আৰু সভ্যজীৱনৰ প্ৰতি হাবিয়াস কৰা এই অনগ্ৰসৰ আৰু সভ্যজগতৰ মানুহৰ কানত পৰিল । এই দুৰ্গ মানুহবোৰৰ যন্ত্ৰণাৰ আৰ্ত্তনাদ, ব্যাকুল চিঞৰ আৰু ক্ৰোধৰ আৰ্তধ্বনি লুইত-অ'কনৰি অতিক্ৰমী বৰ্হিজগতৰ ইথাৰত কঁপনি তুলিলে ।

সেইবুলি ঘোকুট সোণজিৰিৰ চিৎকাৰে সিমান সহজে বাহিৰৰ বৰীৰ পৃথিবীক স্পৰ্শ কৰিব পাৰা নাছিল । তেওঁলোকৰ প্ৰাৰ্থনা আবেদন কাকুতি মিনতি প্ৰথমে নিৰ্ম্মম ভাবে প্ৰত্যাখিত হৈছিল । সোণজিৰিৰ মানুহৰ চিঞৰ আৰু ক্ৰন্দন এসময়ত পাষাণ শিলত ঠেকেচা খাই মাথোন নিস্ফল প্ৰতিধ্বনিত পৰ্য্যবসিত হৈছিল । তেওঁৰ দাবী-আন্দোলন-বিক্ষোভবোৰৰ প্ৰতি প্ৰথমে চৰকাৰ আৰু ভদ্ৰসমাজে ভ্ৰূকুটিৰে তাচ্ছিল্য কৰিছিল । কৈছিল নিৰ্ম্মম ভাষাৰে অথবা ঠাৰে টিয়াঁৰে যে তেওঁলোকৰ আবেদন মাথোন বৃথা আস্ফালন অথবা অৰণ্যত ৰোদন বুলিহে । স্পষ্টভাবে কৈ দিছিল যে ভাল ভাল ঘোঁৰাই নেপায় ঘাঁহ ভুৰা ঘোঁৰাই বিচাৰে মাহ বুলি । তথাপিও সোণজিৰিবাসী ক্ষান্ত নোহোৱাত তেওঁলোকক দেখুৱা হৈছিল পুলিচ, মিলিটেৰী, গ্ৰেপ্তাৰ, জেইল, নিৰ্য্যাতন আদিৰ ভয় ভাবুকী আৰু সবলা, লিপিকা, নুৰুল আদিৰ চাকৰি খোৱাৰ ভীতি ।

পিছে একোতেই ভয় খোৱা নাছিল সোণজিৰিৰ সংগ্ৰামী বাইজক । সোণজিৰিৰ ৰাইজ উদ্বুদ্ধ হৈছিল আপোন ঠাই আৰু মানুহৰ অমোঘ প্ৰেমেৰে । তেওঁলোক উদ্দীপিত হৈছিল আপোন জীৱন তথা মাতৃভূমিৰ উন্নতিৰ স্বপ্নৰ বাণীৰে । তেওঁলোকক বুজাই দিয়া হৈছিল যে মানুহৰ অনগ্ৰসৰতাৰ বাবে ঈশ্বৰ-দেৱতা-দগ্ৰিপল জগৰীয়া নহয় । জগৰীয়া নিজেই আৰু আমাৰ সমাজখন । গতিকে সোণজিৰিৰ উন্নতি সাধন কৰিবলৈও কোনোবা দেৱতা-ঈশ্বৰ স্বৰ্গৰ পৰা নামি নাহে । বৰঞ্চ মানুহ নিজেই স্ৰষ্টা-ঈশ্বৰ । মানুহেই নিজৰ ভাগ্য নিয়ন্তা । মানুহেই সাজে আৰু মানুহেই ভাঙে । গতিকে মানুহেই

ভঙা-গঢ়াৰ খনিকৰ । এইযে লুইত, অ'কনৰি, চামপৰা আদি নদীবোৰ । সিহঁতেই সাজিছে বালিঘৰ, ভাঙিছে নদীচৰ । সিহঁতেই গজাইছে শুকুলা কঁহুৱা সেউজ ঝাউবন । মানুহো নদীৰ দৰে মানুহেই ভাঙিছে সভ্যতাৰ বুনিয়াদ । গতিকে এনে এক বস্তুনিষ্ঠ বাস্তববাদী দৃষ্টিভঙ্গীৰেই সোণজিৰি বাসীক বুজাই দিয়া হ'ল যে তেওঁলোকবো এখন দেশ আৰু এটা চৰকাৰ আছে আৰু তেওঁলোকৰ বাবেও এখন বিশাল সভ্যজগত আছে । তেওঁলোকে নদীৰ মাছ, পথাৰৰ শইচ আৰু কষ্টোপাৰ্জ্জিত ধনেৰে চৰকাৰক ৰাজহ দিছে আৰু বাহিৰৰ জগতকো খোৱাইছে । সেইদৰে চৰকাৰ আৰু বাহিৰৰ জগতখনাবো তেওঁলোকৰ প্ৰতি দায়িত্ব আৰু কৰ্ত্তব্য আছে । কিন্তু চৰকাৰ আৰু বাহিৰৰ ৰাইজে আনৰ বাবে স্বেচ্ছাই কাম নকৰে । কেচুৱাই কান্দিলেহে মাকৰ গাখীৰ পোৱাৰ দৰে তেওঁলোকৰ ওচৰতো কান্দিলেহে আনে প্ৰাপ্যখিনি পায় । পিছে চৰকাৰৰ ছাল গঁড়ৰ দৰে ডাঠ । সহজে নিবিন্ধে । সেইবাবেই চৰকাৰক টলাবলৈ কঠোৰ সংগ্ৰাম কৰিব লাগিব । তেতিয়াহে চৰকাৰ বাহাদুৰী ওখ পৰ্ব্বতৰ পৰা নামি আহি ৰাইজৰ খবৰ লবলৈ বাধ্য হয় । অৰ্থাৎ আবেদন-নিবেদন-আন্দোলন-বিক্ষোভ আদিৰ দ্বাৰা চৰকাৰক বাধ্য কৰিব লাগিব ।

সৰলা, সুবিমল, সূৰ্য্য, লিপিকাহঁতৰ এনে সহজ-সৰল আৰু বাস্তবাদী কথা সোণজিৰিৰ গোটেই ৰাইজে বুজিব পাৰিছিল আৰু তেওঁলোক পতিয়নো গৈছিল । তেওঁলোকক হনুমানে লঙ্কা দাহ কৰি সাতোখন সাগৰত জুবুৰিখাইও নেগুৰৰ জুই নুমাব নোৱাৰি নিজে জিভাবে চেলেকিহে নেগুৰৰ জুই নুমোৱাৰ ৰামায়ণৰ কাহিনী কৈয়ো বুজো ৱা হ'ল যে হনুমানৰ দৰে সোণজিৰিৰ মানুহৰ সমস্যা তেওঁলোকে নিজেই সমাধান কৰিব লাগিব । তেওঁলোকক শ্ৰীকৃষ্ণৰ বাণীও শুনোৱা হ'ল যে যি নিজক সহায় কৰে ভগবানেও তেওঁকহে সহায় কৰে বোলা কথাষাৰ ।

ফলত সোণজিৰি উন্নয়ন কমিটিৰ নেতৃত্বত নিষ্ঠাৰে চলোৱা দীৰ্ঘদিনীয়া কঠোৰ আন্দোলন চৰকাৰে আৰু ৰাজনৈতিক নেতাসকলে নানা চলাহী আৰু বুদ্ধি সন্ধি কৰি, লোভ-লালসা, প্ৰলোভন জগাই, নানা বিভাজনবাদী কাৰচাজী চলাই, আনকি পুলিচ মেলেটেৰী লগাইও ভঙ্গ কৰিব নোৱাৰিলে । সোণজিৰিৰ সৰল হোজা সৎ মানুহবোৰে অঁকৰা মৈত উঠিলে ননমাৰ দৰে এবাৰ আন্দোলনত নমাৰ পিছত আৰু চৰকাৰে আন্দোলনৰ পৰা বিচ্যুত কৰিব নোৱাৰিলে । মানুহবোৰে শ মাইল দূৰ খোজ কাঢ়িবলৈ, দিনে নিশাই অনশন বিক্ষোভত বহিবলৈ দীৰ্ঘদিনৰ বাবে ঘৰদুৱাৰ এৰি যাবলৈ চৰকাৰী কাৰ্য্যালয় আৰু নেতাৰ বাসভৱনত অহৰ্নিশে অৱস্থান ধৰ্ম্মঘট কৰিবলৈ, আনকি জেইল জৰিমনা ভৰিবলৈও কুণ্ঠাবোধ নকৰিলে ।

অৱশ্যে আন্দোলনৰ এই দীঘলীয়া কালছোৱাত অধ্যক্ষ অনিল পেগু আৰু তেওঁৰ অনুচৰ ৰবীন-বদন-ৰূপাই আদি সহশিক্ষক আৰু কিছু ডেকা-গাভৰু অতি নীৰৱ আৰু নিষ্ক্ৰিয়ভাবে আন্দোলনৰ পৰা বিচ্ছিন্ন হৈ থকা দেখা গ'ল । আন্দোলনৰ বিৰোধীতা কৰাৰ সাহস সিহঁতে গোটাব নোৱাৰিলে সাহসৰ অভাৱত । আন্দোলনৰ প্ৰচণ্ড জোঁৱাৰৰ

বিপক্ষে দেখদেখকৈ ওলাই গ'লে যে সিহঁত আন্দোলনকাৰী সকলৰ বোৰত পবিব সেই কথাও সেই শিয়ান মাষ্টৰহঁতে বুজি পাইছিল । তদুপৰি সোণজিৰি উন্নয়নৰ সঠিক আৰু সময়োচিত দাবীবোৰ সমালোচনা কৰাৰ সামান্য সুবুদ্ধাও সিহঁতে বিচাৰিলে । ইফালে দাবীবোৰ ন্যায়সঙ্গত আৰু যথোচিত বুলি বুজি পালে অনিলহঁতে কেৱল ব্যক্তিগত ঈৰ্ষা আৰু অভিমানৰ বাবেই সেই দাবীবোৰ পূৰোৱাৰ সঠিক আন্দোলনটোত যোগ দিবও নোৱাৰিলে ।

ইফালে সৰলাইঁতেও অনিলহঁতৰ আন্দোলন অনীহাৰ ভাব বুজি পাইও সিহঁতৰ লগত যাতে কোনোধৰণৰ বৈৰীতা সৃষ্টি নহয় তাৰ বাবে সকলোকে সাৱধান কৰি দিলে । কাৰণ সংগ্ৰামত যি সকলক সঙ্গী অথবা সমৰ্থকৰূপে নেপায় সেই সকলক অন্ততঃ নিৰপেক্ষ অথবা আন্দোলনৰ বিৰোধীতা কৰিব নোৱাৰকৈ ৰখাটোৱেই হ'ল যুদ্ধৰ লেলিনীয় কৌশল । গতিকে সৰলাইঁতে বাৰে বাৰে অনিলহঁতক আন্দোলনত অংশগ্ৰহণ কৰিবলৈ আহ্বান জনাইছিল আৰু সিহঁতে আন্দোলনত যোগ নিদিয়াৰ বাবে বাৰে বাৰে সবিনয়ে দুখ প্ৰকাশ কৰিছিল । সৰলাইঁতৰ তেনে চতুৰ কৌশলে কামো দিছিল । কাৰণ তেনে চতুৰ আৰু সুক্ষ্ম কৌশলৰ ফলত অনিলহঁতৰ লগৰ ভালেখিনি ডেকা-গাভৰুৱে ক্ৰমে আন্দোলনত যোগ দিবলৈ লৈছিল । তেনে সফলতাত সৰলাইঁত আনন্দিত হৈছিল ।

অৱশেষত যেনিবা সোণজিৰি বাইজৰ দীৰ্ঘদিনীয়া বিৰামহীন আন্দোলনৰ ফলশ্ৰুতিত সোণজিৰিৰ উন্নয়নৰ দাবীবোৰ পূৰণ কৰিবলৈ চৰকাৰ বাধ্য হ'ল । এই সন্দৰ্ভত আনকি আঁহতগুৰিকে ধৰি বিভিন্ন অঞ্চলৰ সচেতন সংগঠনবোৰেও চৰকাৰক হেঁচা দিলে । গতিকে ঠাই এখনলৈ সভ্যতাৰ পোহৰ কঢ়িয়াই নিয়া প্ৰথম আহিলা যাতায়াত আৰু যোগাযোগৰ সুব্যৱস্থা সোণজিৰিলৈ কৰিবলৈও চৰকাৰ বাধ্য হ'ল ।

ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰে বিশ্বৱেংক আৰু অইল ইণ্ডিয়াৰ সহযোগত আঁহতগুৰিৰ কেন্দ্ৰৰ পৰা এটা আহল-বহল ওখ আৰু সকলো ঋতুতে যাতায়ত আৰু যোগাযোগ চলাব পৰাকৈ পকা ৰাস্তা নিৰ্ম্মাণৰ ব্যৱস্থা কৰিলে ।

সোণজিৰি ডিগ্ৰী কলেজলৈও সাহাৰ্য্য প্ৰদান কৰা হ'ল আৰু সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ত হাইস্কুল শিক্ষান্ত আৰু উচ্চতৰ মাধ্যমিক পৰ্য্যায়ৰ চূড়ান্ত পৰীক্ষাৰ কেন্দ্ৰও মঞ্জুৰ কৰা হ'ল ।

সোণজিৰিত মানুহ আৰু পশুৰ বাবে স্বাস্থ্য আৰু চিকিৎসা কেন্দ্ৰ পতা হ'ল ।

প্ৰশাসন আৰু উন্নয়নৰ সুচলতাৰ বাবে সোণজিৰিত চাৰ্কুল অফিচ আৰু উন্নয়ন খণ্ড অফিচৰ শাখা কাৰ্য্যালয় স্থাপন কৰা হ'ল ।

সোণজিৰিত বিশুদ্ধ খোৱা পানী যোগানৰ বাবে লঘু আৰু গভীৰ নলীনাদ দিয়াৰ ব্যৱস্থা কৰা হ'ল ।

সোণজিৰিৰ মাটি দখলকাৰীৰ নাৰ্য্যদাবী অনুসৰি জৰীপ কৰা আৰু পট্টা দিয়াৰ ব্যৱস্থা চালু কৰা হ'ল ।

স্থানীয় ৰাইজক বেহাই দানৰ অৰ্থে সোণজিৰিত সুলভ আৰু সস্তীয়া মূল্যৰ সমবায় দোকান আৰু বিক্ৰী কেন্দ্ৰ পতা হ'ল ।

সোণজিৰিলৈ পকী ৰাস্তা নিৰ্ম্মাণৰ লগে লগেই বিভিন্ন যানবাহন চলাচল কৰিবলৈ ললে আৰু ৰাস্তাৰ দুয়োকাষে খুঁটা পুতি বিজুলীবাতি আৰু টেলিফোন টেলিগ্ৰাফৰ যোগাযোগো সোণজিৰিলৈ স্থাপন কৰা হ'ল ।

আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটানাটো হ'ল যে ব্ৰহ্মপুত্ৰ, সোৱণশিৰি, চামপৰা, কচ়া-চাড়িকৰীয়া আৰু দাংধৰা আদি নদীৰ বানপানী আৰু গৰাখহনীয়া স্থায়ীভাবে ৰোধ কৰিবলৈ কেন্দ্ৰীয় চৰকাৰে বিশ্ববেংকৰ পৰা ৫০ কোটি টকাৰ ঋণ মঞ্জুৰ কৰি ব্ৰহ্মপুত্ৰ বান নিয়ন্ত্ৰণ বোৰ্ডক কাৰ্য্যকৰী কৰিবলৈ দায়িত্ব দিলে ।

সোণজিৰি উন্নয়ন কমিটিৰ প্ৰায়বোৰ দাবীয়েই এনেদৰে একলেখীয়া যাদুৰ দৰে ক্ৰমে পূৰণ হ'ব বুলি আন্দোলনৰ নেতৃত্ব বহণকাৰী স্বয়ং সৰলা আৰু সূৰ্য্যহঁতেই ভাবিব পৰা নাছিল । তেওঁলোকে দুই চাৰিটা দাবীহে মাথোন কাৰ্য্যকৰী হ'ব বুলি ভাবিছিল । আঁহতগুৰিৰ সাধাৰণ ৰাইজৰো প্ৰত্যাশা কম-বেচি তেনেকুৱাই আছিল । অনিল, ৰবীন, বদনহঁতেতো মুঠেই বিশ্বাস কৰা নাছিল । সিহঁতে ভাবিছিল যে ক'তনো ইমানবোৰ দাবী পূৰণ হ'ব । ভাবিছিল যে সৰলা, সূৰ্য্যহঁতৰো তেনে কোনো যাদু ভেল্কী নাই আৰু চৰকাৰৰ হাততো এনেবোৰ কঠিন দাবী পূৰাবলৈ আল্লাউদ্দিনৰ যাদু চাকি অথবা কামধেনু গাইজনী নাই বুলি । সিহঁতে ভাবিছিল যে উন্নয়ন কমিটি বিফল হ'ব আৰু আশাত বাউল ৰাইজমখা ঠোঁট-মুখ চেলেকি ঘূৰি আহিব । তেতিয়াহ'লে সিহঁতে ৰং চাবলৈ ভাল পাব আৰু উন্নয়ন কমিটিখনো অনাস্থাৰ সন্মুখীন হ'ব আৰু সোণজিৰিত সিহঁতে মুখ দেখুৱাব নোৱাৰিব ।

পিছে সংস্কৃত শ্লোক কোৱাৰ দৰে যে খেনুৱে দুখ বিচাৰিও তেওঁ সুখ পাব পাৰে বুলি - সেইদৰে সোণজিৰিলৈ অনিল-বদনহঁতে সৰলা-বিমলহঁতৰ বিফলতা বিচাৰোতে সোণজিৰিলৈ অভাৱনীয় সফলতাহে আহিল । গতিকে কোনেও একো নকলেও সিহঁতে নিজেই লাজত শিৰ অৱনত কৰিলে । অৱশ্যে সৰলাহঁত আনন্দত উৰুলিকৃত নহ'ল । কাৰণ এয়া সোণজিৰিৰ ৰাইজৰহে বিজয়, সৰলাহঁতৰ নহয় আৰু ৰাইজে ঐক্যবদ্ধভাৱে শুদ্ধপথত সংগ্ৰাম কৰিলে কেতিয়াও বিফল নহয় । সেয়া হ'ল ইতিহাসৰে অমোঘ পৰিণতি ভাগ্যৰ অলৌকিক বলত নহয় ।

তথাপি সোণজিৰিৰ উদিত আৰু উত্থিত ডেকা-গাভৰু মখাৰ উৎসাহত সিহঁতে আন্দোলনৰ বিজয়োৎসৱ পাতিবলৈ বাধ্য হ'ল য'ত লিপিকা চণ্ডীৰাম ৰেৱতী নুৰুলহঁতে ৰাইজক অভিনন্দন জনালে । সৰলা সুবিমল সূৰ্য্যহঁত সিহঁতৰ নিৰৱসঙ্গী হৈয়ে থাকিল । কাৰণ অভিজ্ঞতাৰ পৈনতাৰে সৰলাহঁতে জানে যে সফলতাৰ আনন্দত উত্তাৱল হোৱা আৰু বিফলতাৰ হতাশত ভাগি পৰা অপৈনতাৰহে লক্ষ্যন । তদুপৰি এয়া মাথোন সোণজিৰিৰ নতুন জীৱনৰ আৰম্ভনীৰ আৰম্ভনীহে, চৰম পৰিণতিৰ লক্ষন । এনে শুভ আৰম্ভনী অৰ্দ্ধসফলতা স্বৰূপ হ'লেও তাৰ মেৰু বিভাজন হোৱাৰ সম্ভাৱনাও নোহোৱা

নহয় । গতিকে ইয়াক কিছু নিস্পৃহ আৰু নিৰাবেগভাবে লব পৰাতোৱেই মঙ্গল ।

সোণজিৰি কৃষ্টিভৱন সংলগ্ন পুথিভঁৰালত ব্যস্ত থকা সূৰ্য্যচিন্তৰ কাষ চাপি লিপিকাই সুধিলে -

"সোণজিৰি কলেজ আৰু উন্নয়ন কমিটিৰ সম্পাদক হিচাপে আন্দোলনৰ নেতৃত্ব দি অতদিনে ব্যস্ত থাকি আপুনি ক্লান্ত হৈ পৰা নাইনে সূৰ্য্যদা ? আপোনাৰ জিৰণিৰ প্ৰয়োজন নাই জানো ?"

"কিনো জিৰণি লবাহে লিপি ?" সূৰ্য্যই ব্যস্ততাৰে উত্তৰ দিলে, "মোৰ বাবে জিৰণিৰ আনন্দতকৈ কামৰ আনন্দহে বেচি মূল্যবান জানা লিপি । অৱশ্যে গান-নাচ কৰিবলৈ সময় নেপাই কিছু অশান্তি পাইছো ।"

"এইদৰে বেমাৰী হৈ নেযাবনে সূৰ্য্যদা ?" লিপিকাই বেজাৰমনেৰে সুধিলে, "অতিপাত শ্ৰম কৰা ভাল নহয় ।"

"হ'ব হ'ব দিয়া লিপি" সূৰ্য্যই ধেমালিৰ সুৰত ক'লে, "তোমাৰ সেই বেজাৰত ৰঙা পৰা লাৱণী মুখখন দেখিলেই দেখোন মোৰ দুখভাগৰ নোহোৱা হৈ যায় । আজৰি সময়নো কেলেই সোণজনী ।"

"ধেৎ দুষ্ট ক'ৰবাৰ" সূৰ্য্যই গালত টোকোৰিয়াই দিয়াত লিপিকাই হাঁহি মাৰি ইয়াকি মাৰিলে ।

ইফালে কৃষ্টিভৱনৰ বাকৰিৰ আঁহত গছজোপাৰ তলত ছাঁলৈ শোভাযাত্ৰাৰ পতাকা আৰু ফেষ্টুনবোৰ সামৰি থকা ৰেৱতীক জোকাই নুৰুলে খুচ মাৰি মন্তব্য কৰিলে-

"আন্দোলনত লাগি লাগি আমাৰ মূলাগাভৰুৰে পতাকা-ফেষ্টুনৰ বাহিৰে আনকথা পাহৰিয়েই গ'ল নেকি ? হেৰা, সকলোৰে একাল বুলি কথা এটা নাইনে ?"

"অ' নুৰুলদা" ৰেৱতীয়ে চকু পেন্দুৰা কৰি উত্তৰ দিলে, "মই বাৰু মূলা গাভৰু হৈ হেংদান হাতত নলৈ প্লেকাৰ্ডকেই ললো । পিছে আপুনি জানো লাচিত হৈ মোমাইইঁতক ৰেহাই দিলে ?"

"অ' মোৰ এতিয়া গড়বন্ধা শেষ । সৈন্য সকল এতিয়া জিৰণি লোৱা । নাচ-গান কৰা ।" নুৰুলে লাচিতৰ কণ্ঠেৰে নাটকীয় ভাষাৰে ৰেৱতীক উদ্দেশ্যি যেন হুকুম দিলে ।

"অ' হয় সেনাপতি" ৰেৱতীয়েও একে সুৰতেই জবাব দি ক'লে, "জু হুকুম পিছে এতিয়া ঐনিতম গাবলৈ আৰু বিহু নাচিবলৈ লগৰী ক'ত পাম ?"

"হয়, লগৰী ইয়াতেই সাজু, তুমি মাথোন প্লেকাৰ্ড এৰি এই সঙ্গীৰ ওচৰলৈ আঁহা ।"

নুৰুলে পুনৰ নাটকীয় হুকুমেৰে ক'লে -

"জুহুকুম জাহাপনা, আহক, মাথোন আঁহত বৃক্ষৰ আঁৰ লবলৈ" ৰেৱতীৰ আহ্বান । নুৰুল আৰু ৰেৱতীয়ে প্ৰকাণ্ড গা-গছৰ আঁহতজোপাৰ আঁৰত মধুৰ চুম্বনৰ বিনিময় কৰে ।

# পোহৰ

সঁচাকৈয়ে যেন সোণজিৰিত যাদু লাগিল । ঠাইখনক যেন দেওভূতেহে লম্ভিলে । এসময়ৰ বালি চাপৰি, কোনো সময়ৰ জলাহ পিতনি, কোনো কোনো কালৰ হাবি জাৰণি আৰু একালৰ বিস্তৃত শইচ ভূমি সোণজিৰিত যেন ভেল্কীবাজীহে চলিল । ক'ৰপৰা যে বাজীকৰ আহি পেঁপা বজায় সোণজিৰিক নচুৱাবলৈ আৰম্ভ কৰিলে । এনেহে লাগিল যেন লুইত উজায় বব, অ'কনৰি থমকি ৰ'ব, চামপৰাই উচুপি কান্দিব, কড়াই মুখ লুকুৱা, ডাংধৰাই আঁৰ কাপোৰ লব আৰু চাৰিকড়ীয়াই লাজত মৰহি যাব । এনে ভাব হ'ল যেন হঁয়কলী চৰাইয়ে বন্ধ কৰিব চিঞৰ, গঙাচিলনি স্তব্ধ হ'ব আৰু পানী কাউৰি ওপঙি ৰ'ব । এনে ধাৰণা হ'ল যেন সোণজিৰিৰ আকাশ মেঘাচ্ছন্ন হ'ব, বতাহ বলিবলৈ পাহৰিব, ডাবৰে লুকাভাকু নেখেলিব, বিৰিযে হালি জালি নেনাচিব আৰু বেলিয়ে পোহৰ নিবিলাব । এনেহে শঙ্কা হ'ল যেন সোণজিৰিৰ মিছিং মানুহে খোজ হেৰুৱাব, ঐনিতমে হৃদয় নকঁপাব, কাবানে বেজাৰ নিদিব, ডেকা-গাভৰুৱে প্ৰকৃতিৰ নাচ নেনাচিব, ছাই আপঙৰ নিচা নোহোৱা হৈ যাব আৰু ঢোল-পেঁপাই হিয়া বিয়াকুল নকৰিব ।

কোনেও ভবা নাছিল যে সোণজিৰি নামৰ এই এচুকীয়া ঠাইখনৰ ইমান সোনকালে ভীষণ পৰিবৰ্ত্তন হ'ব বুলি । কেইবছৰমান, মাথোন কেইটামান বছৰৰ ভিতৰতেই গোটেই ঠাইখনৰেই চেহেৰা সম্পূৰ্ণ বদলি হৈ গ'ল । মাথোন আধা দশকৰ অদেখাৰ পিছত কোনো লোক আহিলে সোণজিৰিক চিনি পোৱাই কঠিন হ'ব । সময় গতিশীল । কিন্তু সময়ৰ গতিয়ে সোণজিৰিৰ বাবে ইমান ক্ষীপ্ৰ, ইমান তীব্ৰ আৰু ইমান প্ৰভাৱশালী হ'ব পাৰে সেইকথা আনকি সৰলা আৰু সুবিমলৰ দৰে দূৰদৰ্শী লোকেও গমিব পৰা নাছিল । যিখন সোণজিৰিলৈ আধুনিক ভদ্ৰ সমাজৰ লোক অহাৰ দূৰৰে কথা আনকি ভূতপ্ৰেতেও আহিবলৈ হেলা কৰিছিল সেইখন সোণজিৰিলৈ ভব্য-অভব্য মানুহৰ আহ-যাহৰ সীমাসংখ্যা নোহোৱা হ'ল । যিখন ঘুকুট ঠাইলৈ আহিবলৈ নগৰীয়া বাবুসকলে ইষ্টদেৱতাক চিন্তা কৰিব লগা হৈছিল আৰু এবাৰ আহি পুনৰ নহাৰ শপত খাব লগা হৈছিল সেইখন ঠাইলৈ অতি সহজ-সুলভ আৰাম আৰু কম সময়ৰ ভিতৰতে তেওঁলোকে অহা-যোৱা কৰিব পৰা হ'ল । সোণজিৰিৰ যিবোৰ মানুহৰ লগত নগৰীয়া ভদ্ৰ সমাজৰ আহ-যাহৰ কোনো প্ৰয়োজন নাছিল সেইবোৰ মানুহৰ মাজলৈ তেৰাসবৰ সঘনে অহা-যোৱাৰ গৰজ ওলাল । পূৰ্বতে চালাকী কৰি আৰু আভুৱাভাৰি কেৱল ভোট নিবলৈ অহা চালাক ৰাজনীতিক সকলো আজিকালি সোণজিৰিলৈ ঘনাই ঘনাই অহা হ'ল । কাৰণ সোণজিৰিৰ মিছিং মানুহৰ এতিয়া চকুত পাখি গজিছে ।

অথচ যুগ যুগ অজ্ঞতা আৰু চেতনাহীন সোণজিৰিৰ অভং হোজা আৰু থৰংথজ

মিছিং জনজাতি মানুহবোৰৰ গেঠেলা মাৰি থকা অন্ধকাৰ মনত পোহৰৰ বীজ সৰলা সুবিমলহঁতেই সিঁচি দিলে । কত যুগৰ আধুনিক জগতৰ লগত বিচ্ছিন্ন হৈ অহা এই ঠাইখনৰ সৰলাহঁতেই জোৰা সাঁকোৰ বান্ধি দিলে । সোণজিৰিৰ মানুহৰ মনৰ যুগ যুগৰ বন্ধ কোঠাবোৰ সিহঁতেইই দুৱাৰ খুলি সোমোৱাই দিলে । সোণজিৰিলৈ নতুন সুৰুয কঢ়িয়াই অনাৰ কুশলীৱৰ ভূমিকা পালন কৰিলে । সোণজিৰিৰ নতুন স্বপ্নক অলীক কল্পনা বুলি বহুতেই আনকি অনিলহঁতেই ভাবি থকা সময়ত সৰলাহঁতে অভাৱনীয়ভাবেই বাস্তবায়ীত কৰিলে । সোণজিৰি এতিয়া আৰু কিছুমান অজলা অকৰা মানুহৰ বিচ্ছিন্নদ্বীপ হৈ থকা নাই, ই হৈ পৰিল আধুনিক যুগ আৰু সমাজৰ লগত সংলগ্ন নতুনৰ প্ৰবল প্ৰয়াসী ব্যস্ত ঠাই ।

পিছে খাল কাটিলে পবিত্ৰ জলৰ লগত কুম্ভীৰো অহাৰ দৰে সৰলাহঁতে বাটকাটি দিয়া সোণজিৰিলৈ ভাল-বেয়া সকলোৱেই আহিল । সিহঁতে বোৱাই দিয়া নতুন নদীৰ ঢলত সোণজিৰিলৈ জাবৰ-জোথৰো আহিল । তেলখাদৰ থাকৰা তেলৰ লগত গেদ ময়লা আদিও অহাৰ দৰে সোণজিৰিলৈও আধুনিক আহিলাবোৰৰ লগতে গেলাপচা বস্তুবোৰো আহিল । বহু যুগ বন্ধ হৈ থকা জলাধাৰৰ বান্ধ হঠাতে ভাঙি দিলে দুয়োকুল উপচাই উটাই নিয়াৰ দৰে কম সময়ৰ ভিতৰতে অহা আধুনিক যুগৰ উত্তেজক হাৱাই অতদিনৰ শান্ত সোণজিৰিকো টৌৱাই নিলে । শ শ যুগৰ সোণজিৰিৰ শান্ত সৌম্য নিজম গ্ৰাম্য জীৱনত আধুনিক পুঁজিবাদী গোনা ম'হ খুন্দাই টুলুং-ভুটুং কৰাৰ অৱস্থা কৰিলে । আবহমান কালৰ গ্ৰাম্য পবিত্ৰ বিশুদ্ধ আৰু সৰল জীৱনলৈ বিকৃতি আহিল । কেৱল কৃষিৰ ওপৰতে নিৰ্ভৰ কৰি অহা এই মানুহবোৰৰ মনলৈ ক্ৰমে ধন ঘটা আৰু সঁচাৰ লালসা আহিল । মানুহবোৰ দেখোন জটিল-কুটিল আৰু ব্যৱসায়ীক মনৰ হ'বলৈ ধৰিলে । এনে এক অপ্ৰত্যাশিত পৰিবৰ্ত্তন দেখোন সোণজিৰি ঠাইখনলৈ আৰু মানুহবোৰৰ মনলৈ বস্তুগত আৰু মনোগতভাবে দেখদেখকৈ আহিব ধৰিলে । এনেবোৰ পৰিবৰ্ত্তন স্বাভাবিক বুলি সৰলাহঁতে জানিলেও পৰিবৰ্ত্তনৰ গতিৰ তীব্ৰতাৰ লক্ষণৰ অশুভতা আৰু প্ৰতিক্ৰিয়াৰ বিৰূপতাক সহজে লব নোৱাৰিলে ।

সৰলাহঁতে লক্ষ্য কৰিলে যে সোণজিৰিলৈ গাড়ী-ঘোঁৰা সহজে আৰু সঘনে অহাৰ লগতে বিভিন্ন দোকান-পোহাৰো আহিল । সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু কলেজৰ আউজনিলৈ মূলপথৰ দুয়োকাষে আৰু তিনি আলিটোৰ আশে-পাশে বহুতো বিহাৰী, বঙালী, দেছুৱালী, নেপালীয়ে শাৰী শাৰীকৈ মনোহাৰী মাল, গেলামাল, চাইকেল, ৰেডিঅ' আদিৰ দোকান বহুৱালেহি । সৰলাহঁতে বুজি পালে আধুনিক পন্যৰ চতুৰ ব্যৱসায়ৰ আও-ভাও নোপোৱা অঁকৰা মিছিং মানুহবোৰক ঠগিবলৈ সিহঁতেই যথেষ্ট । সেই দোকান-পোহাৰৰ পৰা উচ্চ গ্ৰামৰ ৰেডিঅ', মাইক, কেছেটৰ বাবেবাং গীতে লুইত অ'বনৰি চামপৰাৰ পানীৰ কুলুকুলু সুৰৰ ছন্দৰ পতন ঘটালে । পলাই কাট মাৰিলে সোণজিৰিৰ শান্তিৰ কপৌজাক । দোকান বজাৰবোৰত আৰম্ভ হ'ল জাতি-

মুগুা তাচ জুৱাখেলৰ হৈ হাল্লা । ঠায়ে ঠায়ে চুলাই আৰু চালানী মদৰ চোৰাং দোকানো বহিল । সেইবোৰত গেলা মদ খাই চিএৎৰ-বাখৰ হাই-কাজিয়া, অশ্লীল অবাইচমাত মাতি অসভ্যালী কৰাও দেখা গ'ল । মাজে মাজে সৰু ডাঙৰ হোটেল বহিল । মাছ-মাংসৰ বজাৰে সোণজিৰি ৰমৰমাই গ'ল । কেতিয়াবা কেতিয়াবা হোটেল আৰু দোকান বজাৰত নতুন নতুন অচিন ৰংচঙীয়া সাজপিন্ধা আৰু ওঁঠ-মুখত সস্তীয়া ৰংঘহাঁ বেশ্যাজাতীয় চুকুৰীও দেখিবলৈ পোৱা গ'ল ।

সৰলা, সুবিমল, চণ্ডীৰাম, লিপিকা, ৰেৱতীহঁতৰ মনত ভীষণ আঘাত লাগিল যে এনেবোৰ মদ-জুৱা আদি অসৎকামত কেবল বহিৰাগতহঁতেই নহয় আনকি সোণজিৰিৰ চাবেক থলুৱালোক কিছুমানকো যেতিয়া জড়িত হোৱা দেখিবলৈ পালে । সিহঁত আটাইহঁতকৈ আচৰিত হ'ল যেতিয়া অধ্যক্ষ অনিল পেগু আৰু সহঃ শিক্ষক ৰবীন, বদন, ৰূপাইহঁতকো তেনেবোৰ সন্দেহজনক লোকৰ লগত হলি গলি কৰা দেখিবলৈ পালে । সিহঁতৰ আশ্চৰ্য্যৰ সীমা নোহোৱা হ'ল যেতিয়া উচ্চ আৰু উচ্চতৰ মাধ্যমিকৰ চূড়ান্ত পৰীক্ষাৰ কেন্দ্ৰতো অধ্যক্ষ অনিল পেগুহঁতে অনীতি চলাবলৈ আৰম্ভ কৰা দেখিলে । সোণজিৰিৰ ৰাইজে জীৱন-মৰণ পণ কৰি আন্দোলন চলাই সোণজিৰিলৈ শিক্ষাৰ উন্নতি আৰু স্থানীয় ৰাইজৰ সুবিধাৰ বাবে আনি দিয়া পৰীক্ষা কেন্দ্ৰবোৰত নকলৰ পয়োভৰ আৰু সস্তীয়া ব্যবসায়ৰ আড্ডা কৰাত সৰলাহঁত দুখবেদনা ক্ৰোধ আৰু ক্ষোভত ফাটি পৰিল ।

সোণজিৰিলৈ চৰকাৰে অযাচিত কৰুণাৰূপে উপযাচি দিয়া দুটা কথাত সৰলা সুবিমলহঁত সচকিত হ'ল । স্থানীয় ৰাইজে নিবিচৰাকৈ দিয়া এনে চৰকাৰী দান যে ভালৰ বাবে নহয় সেইকথা বুজাত সিহঁতৰ কোনো অসুবিধা নহ'ল । সিহঁতে জানে যে ভাললৈ ভাদত কলী গাই নজগে আৰু ভূতৰ মুখৰ ৰামনাম তথা বেশ্যাৰ গঙ্গাস্নানে কোনো পবিত্ৰতা নানে । চৰকাৰে স্বেচ্ছাই অতি দয়া কৰি সোণজিৰিৰ কেন্দ্ৰত পাতি দিলে পুলিচ চকী । লাঠী আৰু বন্দুকধাৰী পুলিছে তহল দি যে প্ৰকৃত শান্তি আৰু পবিত্ৰতা ৰক্ষা কৰিব নোৱাৰে এই কথা সৰলাইঁতে ভালদৰে জানে । সিহঁতবোৰ যে ৰক্ষকেই ভক্ষক আৰু প্ৰকৃত ৰক্ষক নহয় সেই কথা সৰলাইঁতৰ ভালকৈ জনা আছে । সোণজিৰিতো সিহঁতেও এই মদ-জুৱা, চুৰী-দগাবাজী আৰু বেশ্যামীৰ লগত থকা অপবিত্ৰ সম্পৰ্কই তেনেবোৰ কথাকে যে সূচাইছে সৰলাইঁতৰ বুজিবলৈ কোনো অসুবিধা হোৱা নাই । চৰকাৰে অযাচিতে সোণজিৰিলৈ দান কৰা দ্বিতীয়বিধ বহুমূলীয়া সম্পদ হ'ল কেইখনমান বিলাতী মদৰ দোকান । সোণজিৰিৰ মিছিং ৰাইজৰ পৰম্পৰাগত ছাই আৰু নগিন আপং থাকোতেই স্থানীয় দোকান বজাৰবোৰত অবৈধ মদৰ বেপাৰবোৰ বন্ধ কৰিবই লাগিছিল । এতিয়া সেইবোৰ গেলামদ সোণজিৰিত উপচি থকাৰ পিছত আকৌ বিলাতী মদৰ দোকানবোৰৰ কি প্ৰয়োজন আছিল ?

অৱশ্যে সৰলাইঁতে বুজে যে স্থানীয় ৰাইজৰ প্ৰয়োজন থাককেই বা নেথাকক

চৰকাৰৰ বিলাতী মদৰ দোকান দিয়া প্ৰয়োজন আছে । প্ৰথম কথা হ'ল এনেবোৰ অসুস্থ দ্ৰব্যৰ দোকানৰ পৰা হ'লেও চৰকাৰক ৰাজহ লাগে । দ্বিতীয়তে এই বিলাতী মদৰ দোকানবোৰক লাইচেঞ্চ দি চৰকাৰ তথা শাসক দলৰ দালালবোৰক সন্তোষ্ট কৰি ৰাখিব লাগে । তৃতীয় কথা হ'ল অধিক মদ্য পান কৰাই ৰাইজক নিচাগ্ৰস্ত কৰি ঠগাই চৰকাৰ বাচি থাকিব লাগে । চৰকাৰৰ ইমানবোৰ গুৰুত্বপূৰ্ণ গৰজৰ সন্মুখত সাধাৰণ মানুহ মদ-ভাং-আফিং খাই নৰকলৈ গলেও চৰকাৰৰনো কি আহে যায় । গতিকে লক্ষনীয় কথা যে সোণজিৰিৰ মিছিং ৰাইজক আভুৱাভাৰীবলৈ নগৰৰ শাসকীয় দালাল মিছিং মানুহক এই ঠাইৰ বিলাতী মদৰ দোকানবোৰৰ পাৰ্মিট দিয়া হৈছে । চৰকাৰৰ তৰফৰ পৰা এনেদৰে মিছিং ডেকাৰ সংস্থান আৰু ব্যৱসায়ৰ সুবিধা দিয়া বুলি সোণজিৰিৰ মিছিং সম্প্ৰদায়ৰ মানুহক ভালৰি বোলোৱাৰ চেষ্টা চলোৱা হৈছে যদিও সেয়া যে এক চাতুৰীহে তাকো সৰলাইতে বুজিব পাৰিলে ।

শ্ৰেণী সচেতন সুবিমল, সৰলা, নুৰুল, লিপিকাইতে এইকথা বুজি পায় যে আজিৰ শ্ৰেণী সমাজত মিছিং সম্প্ৰদায়ৰ লোক হ'লেই যে সাধাৰণ মিছিং লোকৰ প্ৰকৃত বন্ধু হ'বই তাৰ কোনো যুক্তি নাই । বৰঞ্চ আজিৰ প্ৰায় সকলো সম্প্ৰদায়ৰ লোকৰ মাজতে সুবিধাবাদী দালালৰ সৃষ্টি হোৱাৰ দৰে মিছিং সম্প্ৰদায়ৰ মাজতো এক শ্ৰেণী সুবিধাভোগী দালালৰ সৃষ্টি হৈছে । এই চৰকাৰৰ আশীৰ্বাদ ধন্য বিলাতী মদৰ বেপাৰীইতে তেনে দালাল আৰু সাধাৰণ মিছিং মানুহৰ সিহঁত বন্ধু হ'ব নোৱাৰে । গতিকে বিষাক্ত মদৰ দোকানবোৰ কেতিয়াও গ্ৰহণযোগ্য হ'ব নোৱাৰে আৰু এই মদ বেপাৰীবোৰ সোণজিৰিৰ সাধাৰণ মানুহৰ কল্যানকামী হ'ব নোৱাৰে ।

সৰলাইতে লক্ষ্য কৰিলে যে পূৰ্বতে গাৱেঁ-ভূঞে আৰু পথাৰে-সমাৰে ব্যস্ত থকা মিছিং মানুহবোৰৰ মাজৰ পৰাই কিছুমান কামবন নোহোৱা বা কামবন নকৰা এচাম ডেকাৰ সৃষ্টি হ'ল । সিহঁতে সময় অসময় নাই পুৱাৰ পৰা ৰাতিলৈকে সোণজিৰি নামৰ নতুনকৈ গজি উঠা সৰু চহৰখনৰ কেন্দ্ৰত চাৰিআলি তিনিআলিবোৰৰ চুকত আৰু ঘুমতি ঘৰৰ ভিতৰত বা সন্মুখত তাচৰ আড্ডাৰ দৃশ্য দেখিবলৈ পোৱা গ'ল । সৰলাইত অতি আচৰিত হ'ল যে কেৱল গাত নলগা শিঙিয়ে নুফুটা ধোদোঙা ডেকাল'ৰাই নহয় আনকি বয়সস্থ আদহীয়া মানুহেও তেনে অনিষ্টকৰ তাচ-জুৱাৰ দায়িত্বহীন তামাচাত যোগ দিবলৈ ললে । এনেদৰে এক প্ৰকাৰৰ সমাজ বিৰোধীচক্ৰ এটা সোণজিৰিত কেৱল বহিৰাগত সকলৰ দ্বাৰাই নহয় আনকি স্বয়ং সোণজিৰিৰ চাবেক মিছিং মানুহৰ এচামৰ দ্বাৰাও গঠিত হ'ল । এই দুষ্টচক্ৰটোৰ লগত যে সোণজিৰিৰ ধনীবেপাৰী, শাসকচক্ৰ আৰু আৰক্ষী বাহিনীৰো সহযোগ আছে এই কথা সহজেই বুজা গ'ল সিহঁতৰ গুৰু গোসাঁই নমনা উভতগোৰে নচা বে-পৰোৱা কামবোৰ দেখি । অতি পৰিতাপৰ কথা হ'ল যে সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ অনিল পেগু আৰু সহঃশিক্ষক বদন, ৰবীন, ৰূপাই আদিৰো এই দুষ্টচক্ৰটোৰ লগত লেটিপেটি

থকাৰ কথাত ।

সৰলা, লিপিকা, নুৰুলহঁতে ঘটনাবোৰৰ গভীৰ পৰ্য্যালোচনা কৰি দেখিলে যে মিছিং সমাজৰ গ্ৰাম্য উৎপাদন আৰু কৰ্ম্মবিতৰণৰ পুৰণি কালৰে পৰা চলি অহা পৰম্পৰাইও আজি সুযোগ পাই মিছিং ডেকা আৰু একাংশ বয়সস্থলোকো এনেদৰে নিষ্কৰ্ম্মা আৰু ধোদ হোৱাত ইন্ধন যোগাইছে । মিছিং তিৰোতাই নিজাকৈ গাহৰি, ছাগলী, আৰু কুকুৰা আদি পুহি নিজাকৈ পুঁজি গঠন কৰি আৰ্থিকভাৱে স্বয়ংসম্পূৰ্ণ হৈ পৰিছিল আগৰ কালত যাৰ পৰম্পৰা এতিয়াও কম বেচি পৰিমাণে চলি আছে । এনে কাৰণতেই বোলে আগৰকালত টেঙৰ মিছিং ল'ৰাই সৰু কালতেই একাধিক তিৰী বিয়া কৰি সিহঁতৰ ধনেৰেই দূৰৰ স্কুলৰ বোৰ্ডিঙত থাকি আৰামেৰেই স্কুল পঢ়িছিল । মিছিং তিৰোতাই ধান মাৰে আৰু উৰালত খুন্দি চাউল উলিয়াই সুন্দৰকৈ ৰান্ধি বাঢ়ি আৰু আপং তৈয়াৰ কৰি মৰদ সকলক খোৱায় । মিছিং তিৰোতাই নদী-পুখুৰী খাল-জান-দলনিত মাছ ধৰি আনে, হাবিৰ পৰা শাক-পাত আৰু খৰি লুৰি মূৰত কঢ়িয়াই ঘৰলৈ আনে । মিছিং পুৰুষে হাল বাই যদিও হালমেলি বোলে নাঙল-যুঁৱলী-মৈ আদিবোৰ য'তে পৰে তাতেই পেলাই থৈ আহে । মিছিং তিৰোতাই হেনো সেইবোৰ জাবৰে ঢাকি ৰ'দ-বৰষুণৰ পৰা ৰক্ষা পোৱাৰ ব্যৱস্থা কৰে ।

মিছিং তিৰোতাই পানীকেচুৰা সন্তান ঘৰত এৰিও পথাৰত ধান নিৰাবলৈ, কবলৈ আৰু দাবলৈ যায় । মিছিং কেৰেহুৱা ছোৱালীবোৰে সেই কেচুৱাবোৰ পিঠিত কাপোৰে বান্ধি বোকোচাত লৈ শাৰী শাৰীকৈ মুখত নাম গাই হাতত টাকুৰিলৈ সূঁতা কাটে । ফলত ইমান তিৰোতাভাৰী পৰম্পৰাগত মিছিং সমাজত মিছিং মুনিহ সকল নিষ্কৰ্ম্মা, অকামিলা আৰু ধোদ হ'বলৈ সুযোগ পায় । সিহঁতে হালখন বাই, গৰু ম'হ ৰাখি বাকী সময় চাঙে চাঙে আপং খাই, তামোল চুবাই কথাৰ মলহা মাৰে । দেউতাকহঁতৰ মুখৰ পৰাই সেয়ে সৰলা, লিপিকা, নুৰুলহঁতে জানিব পাৰিছিল যে সাধাৰণতে জনজাতি সমাজত মুনিহ তিৰোতাৰ মাজৰ কাম আৰু অধিকাৰৰ সমবিতৰণেৰে সনাতন উচ্চহিন্দু সমাজৰ পুৰুষ দম্ভৰ বিপৰীতে এখন আদিম সাম্যবাদী মুক্ত সমাজ হোৱাতোৱেই সমাজ তাত্বিক বিধি যদিও মিছিং জনজাতি সমাজ পিতৃ প্ৰধান হোৱা হেতুকে তিৰোতাৰ ওপৰত পুৰুষৰ প্ৰাধান্য অধিক । সেয়ে মিছিং নব-দম্পত্তিৰ সকলো পুত্ৰকন্যাই পিতৃৰ বংশত অন্তৰ্ভুক্ত হয় ।

মিছিং জনজাতি সমাজৰ সমাজ গাঠনিৰ সেই পৰম্পৰাগত সুকণ্ডাৰ অধিক সুযোগলৈ সেয়ে আজি সোণজিৰিতো তেনে এক কাম নকৰাকৈ তাচ জুৱা আদিতেই মছগুল হৈ হয় কিছু সস্তীয়া উপাৰ্জন কৰি খাইছে নতুবা ঘৰত গৈ তিৰীহঁতৰ ওপৰতেই ডেমাকী কৰি খাই আছে । অন্যথাই কোনো বেপাৰ বাণিজ্য নোহোৱা আৰু পথাৰ আদিতো কাম কৰি শস্য উপাৰ্জন নকৰা এই কাম আৰু উপাৰ্জনহীন মানুহমখাই কেনেকৈ খাব পিন্ধিবলৈ পালেহেঁতেন । তদুপৰি মিছিং সমাজৰ বাৰীপতা সংস্কৃতি বা উদ্যান

শস্যৰ সংস্কৃতি থকা হ'লেও নিশ্চয় এই ধোদোঙা তাচ-জুৱাপাগল ডেকা আৰু পৈনত বয়সৰ মানুহ মথাই কাম কৰাৰ কিম্বা অৱকাশ পালহেঁতেন ।

লিপিকা, সৰলা, সুবিমল আৰু সূৰ্য্যহঁতৰ আৰু কিছুমান নতুন ঘটনা সোণজিৰিত দৃষ্টিগোচৰ হ'ল । সেয়া হ'ল বিভিন্ন ৰাজনৈতিক কামকাজৰ সক্ৰিয় তৎপৰতা । পূৰ্বতে কেৱল নিৰ্বাচনৰ সময়তহে ভোট বিচাৰি অহা নানা ৰং-বিৰঙৰ ৰাজনীতিকৰ সোণজিৰিত অনুপ্ৰৱেশ ঘটিছিল । এতিয়া সৰ্বকালেই বিভিন্ন ৰাজনীতিকৰ দহবম-মহবম ঠাইখনত দেখা গ'ল । সৰ্বভাৰতীয় ৰাজনৈতিক দলবিলাকতো আছেই । লগতে ৰাজ্যৰ আঞ্চলিক দল আৰু মিছিং সম্প্ৰদায়ৰ দলবো সমাবেশ সোণজিৰিত ঘটিল । প্ৰতিটো দলেই সোণজিৰিত নিজা নিজাকৈ শাখা আৰু অফিছ স্থাপন কৰিছে আৰু দলবোৰ স্থানীয় এজেণ্টবোৰকলৈ সোণজিৰি গৰম কৰি ৰাখিছে । এনেবোৰ ৰাজনৈতিক দলেৰে যে যথেষ্ট ধন আছে সিহঁতৰ খৰছী কামকাজ আৰু ৰাজনৈতিক বিলাসীতাৰ পৰাই বুজা যায় । সৰলাহঁতৰ মতে ৰাজনৈতিক দলবোৰৰ নিশ্চয় প্ৰয়োজন আছে । কাৰণ দেশৰ শাসনকাৰ্য্য আৰু ৰীতি-নীতিও ৰাজনৈতিকভাৱে নিয়ন্ত্ৰণ কৰা হয় । কিন্তু ৰাজনীতি সুস্থ মূল্যবোধৰ ওপৰত প্ৰতিষ্ঠিত হোৱা উচিত । অসুস্থ উগ্ৰ-সংকীৰ্ণ আৰু জনবিৰোধী ৰাজনীতি অনিষ্টকৰ ।

সোণজিৰি উন্নয়ন কমিটিৰ উদ্যোগত আৰু ৰাইজৰ সহযোগত কৰা দীৰ্ঘদিনীয়া সংগ্ৰামৰ ফলত সোণজিৰিলৈ অনা পৰিবৰ্ত্তনৰ ইতিবাচক দিশবোৰৰ লগে লগে নেতিবাচক দিশবোৰো পোহাৰৰ লগত আন্ধাৰো অহাৰ দৰে আহি পৰা নতুন উত্তেজক পৰিস্থিতিটোৰ প্ৰতি সৰলা, সুবিমল, লিপিকা, নুৰুল, চণ্ডীৰাম, ৰেৱতীৰ দৰে সোণজিৰিৰ সকলো সচেতন আৰু শুদ্ধ বুদ্ধিৰ মানুহেই উদবীগ্ন হৈ পৰিল । অমৃতৰ লগত অহা এই গৰলবোৰ প্ৰতিৰোধ কৰাটো যে অতি জটিল সমস্যা হ'ব সেই কথাটো সকলোৱেই চিন্তিত আৰু ভীতিগ্ৰস্ত হৈ পৰিল । সোণজিৰিলৈ অহা সৎ উপাদানবোৰৰ সুৰক্ষা আৰু বিকাশ সাধন কৰা আৰু অসৎ উপাদানবোৰ বাধা দি নিৰ্ম্মূল কৰা এই উভয় দিশেই আজি সমাজৰ দায়িত্ব আৰু কৰ্ত্তব্য হৈ পৰিল । সৰলাহঁতে এতিয়াহে বুজি পালে যে পৰিবৰ্ত্তন অনাতো সহজ; কিন্তু পৰিবৰ্ত্তনে অনা ফলশ্ৰুতিক নিয়ন্ত্ৰণ কৰিব পৰাতোহে অধিক জটিল কাম । গতিকে সিহঁতৰ শান্তি, জিৰণি আৰু বিৰাম ক'ত ? অধিক জটিল সমস্যা আৰু সংকটৰ প্ৰকৃত প্ৰত্যাহ্বান যে এতিয়াহে আহিছে তাকো সিহঁতে উপলব্ধি কৰিলে ।

গতিকে সোণজিৰিৰ নতুন পৰিস্থিতিৰ সন্দৰ্ভত আলোচনা কৰিবলৈ সোণজিৰি উন্নয়ন কমিটিৰ এক গুৰুত্বপূৰ্ণ বৈঠক কৃষ্টিভৱনত বহে । সুবিমল, সূৰ্য্য, নুৰুল, সৰলা, লিপিকা, চণ্ডীৰাম, ৰেৱতীকে ধৰি সকলো লোক আহি গোট খালেহি । সৰলাই প্ৰথম আৰম্ভ কৰিলে -

"জনজাতীয় সৎ আৰু সৰল জীৱনলৈ আধুনিক জীৱনৰ ধাৰা বোৱাই আনি

সোণজিৰিত পুঁজিবাদী আগ্ৰাসনৰ সুযোগ আনি দিলো । নৈৰ সোঁতত জাজৰি অহাৰ দৰে স্বাভাৱিক গতিৰেই আহিছে । ই প্ৰায় অৱধাৰিত । কিন্তু ইয়াৰ দ্বাৰা জনজীৱন প্ৰদূষিত কৰিবলৈ এৰি দিবতো নোৱাৰি । গতিকে আমি নিশ্চয় বহি থাকিব নোৱাৰো ।"

"নিশ্চয় সৰলা নবৌ" সূৰ্য্যই সজোৰে ক'লে, "আমি প্ৰতিৰোধ সংগ্ৰাম গঢ়ি তুলিবই লাগিব । নহলে সোণজিৰিলৈ খাল কাটি কুম্ভীৰ অনাৰ দোষে চুব ।"

"আমাৰ প্ৰতিৰোধ সংগ্ৰাম পিছে অতি কঠিন হ'ব" নৰুলে ভাবস্থিৰে মন্তব্য কৰিলে - "কাৰণ পূৰ্বতে আমাৰ আন্দোলন আছিল দাবীপূৰণৰ আৰু এতিয়া আমাৰ সংগ্ৰাম হ'ব প্ৰতিবাদ - প্ৰতিৰোধৰ । আগতে চৰকাৰ আমাৰ অপৰক্ষত হ'লেও শত্ৰু নাছিল আৰু সোণজিৰিবাসী প্ৰায় সকলো ৰাইজেই আমাৰ লগত আছিল । এতিয়া চৰকাৰ থাকিব আমাৰ সম্পূৰ্ণ শত্ৰুপক্ষত আৰু সোণজিৰিৰ আটাইতকৈ অসৎচক্ৰ আৰু শিক্ষিত নেতাৰো এটা অংশ থাকিব আমাৰ বিৰুদ্ধ পক্ষত ।"

"আপুনি সঠিক কথাই কৈছে নুৰুলদা" চণ্ডীৰামে সাহসেৰে ক'লে, "সেইবুলি আমি এই অপশক্তিবোৰৰ লগত আপোচ কৰিব লাগিব অথবা সিহঁতৰ ভয়ত কাবু হ'ব লাগিব নেকি ?"

"নাই নাই, নুৰুলদাই নিশ্চয় তেনে কথা কোৱা নাই ।" লিপিকাই মাজতে মাত লগালে - "তেখেতে মাথোন পৰিস্থিতিৰ গুৰুত্ব, গভীৰতা আৰু ভয়বহতাৰ কথাহে কৈছে । গতিকে আমিও যথেষ্ট ভাবি চিন্তিহে কাৰ্য্যসূচীলৈ অগ্ৰসৰ হ'ব লাগিব ।"

"ইফালে লক্ষ্য কৰকচোন সৌ লুইত-অ'বনৰি আৰু চামপৰাৰ সঙ্গমথলীলৈ" ৰেৱতীয়ে হাতমেলি ব্ৰহ্মপুত্ৰৰ ফালে দেখুৱাই ক'লে, "তাত যেন এখন কৃত্ৰিম নগৰহে সৃষ্টি হৈছে । হাজাৰ হাজাৰ শ্ৰমিক, শ শ ঠিকাদাৰ দালাল শাসক নেতা, শ শ ট্ৰাক, ট্ৰেক্টৰ, ড্ৰেজাৰ আৰু কত যে কি । শ শ টম্বু আৰু অস্থায়ী ঘৰে ঠাইখন ঢাকি পেলাইছে । চৰকাৰী বিষয়া কৰ্ম্মচাৰী আৰু বানমন্ত্ৰী নবীন পাদুন আহি দিনে নিশাই শিবিৰ পাতিছে । আমাৰ সোণজিৰিৰ মানুহেও তাতে কাম বিচাৰি আৰু আমচা চাই জোম বান্ধিছেগৈ । তাতো দিনে নিশাই মদজুৱাৰ আড্ডা চলিছে । এইবোৰ শুভ লক্ষণ বুলি আপোনালোকে ভাবেনে ? সোণজিৰিত ভৱিষ্যতেও আশা কৰিব নোৱৰা এই বৃহৎ অঙ্কৰ পঞ্চাশ কোটি টকাৰ সদ ব্যৱহাৰ এনেদৰে হ'ব বুলি আপোনালোকে বিশ্বাস কৰেনে ?"

"ৰেৱতীয়ে অতি গুৰুত্বপূৰ্ণ প্ৰসঙ্গ এটা ডাঙি ধৰিছে ।" সৰলাই গম্ভীৰ সুৰত মাত লগালে, "সঁচা কথা, সোণজিৰিৰ জীৱন মৰণৰ সৰ্বস্বনিৰ্ভৰ কৰিছে লুইত সোৱণশিৰিকে ধৰি সময়ত মাতৃৰূপ আৰু সময়ত সৰ্বগ্ৰাসীৰূপ লোৱা নদীকেইখনৰ বানপানী আৰু গৰাখহনীয়াৰ স্থায়ী নিয়ন্ত্ৰণৰ ওপৰত । ৰাজ্য আৰু কেন্দ্ৰীয় চৰকাৰে সেয়ে পৃথিবীৰ বৃহত নদী অববাহিকা সোণজিৰি অঞ্চলটো ৰক্ষা কৰিবলৈ আনকি বিশ্ববেংকৰ ধনেৰে এনে বৃহৎ মঞ্জুৰী প্ৰদান কৰিছে । বিশেষজ্ঞ সকলৰ অভিমত যে

এই ধৰণেৰে সমস্যাটোৰ স্থায়ী সমাধান সম্ভৱ । কিন্তু এতিয়া ইয়াত যি ইলাহী কাৰবাৰ আৰু মীনাবজাৰস্বৰূপ বেপাৰ চলিছে তাৰ দ্বাৰা যে সমস্যাটোৰ প্ৰকৃত সমাধান হ'ব তাক বিশ্বাস কৰিব নোৱাৰি । গতিকে মঞ্জুৰীধনৰ যাতে কোনো ধৰণৰ অপচয় আৰু আত্মসাৎ নহয় তাৰ বাবে ৰাইজে অনবৰতে পহৰা দিব লাগিব ।"

"আৰু এটা ঘটনা চাওঁকচোন" চণ্ডীৰামে পুনৰ মাত লগালে - "পশ্চিমীয়া পুঁজিবাদী সংস্কৃতিয়ে অন্যান্য ক্ষেত্ৰৰ কথা বাদেই আনকি আমাৰ মিছিং জনজাতীয় কৃষ্টি-সংস্কৃতিৰ অভ্যন্তৰতো প্ৰবেশ কৰিছে । আজি আমাৰ মিছিং গাৱঁৰ মানুহেও আলি আই লৃগাং, প'ৰাগ আদি কৃষি উৎসৱ পালন আৰু চঃমান চৰ্চা কৰাতকৈ হিন্দি আৰু পাশ্চাত্যৰ যৌনউত্তেজক গীত-নাচতহে গুৰুত্ব দিবলৈ লৈছে । ডেকা-গাভৰুমখাৰ তেনে বলিয়ালীৰ কথা নকলোৱেইবা । উদাহৰণস্বৰূপে খৃষ্টানৰ নতুন বছৰৰ দিটোৰ কথাকে ধৰক । মিছিং গাওঁবোৰ বনভোজত যোৱাত উন্মাদ হৈ পৰি আনকি সোণজিৰিৰ বাছ ব্যৱস্থাটোকেই আচল কৰি পেলায় । পহিলা জানুৱাৰীৰ নৱবৰ্ষ পালন উন্মাদনাবলৈকেই লক্ষ্য কৰকচোন । ব্ৰহ্মপুত্ৰ, অ'বনৰি, চামপৰা, কড়া, ডাংধৰা, চাৰিকড়ীয়া আদি নদীৰ বালিত ঠাই পাবলৈ নাই । মাইক, ঢোল-তাল লৈ তম্বু টৰি অথবা গছৰ ছাঁত আশ্ৰয়লৈ বালিভাত আপং খোৱা মিছিং দলবোৰ একেবাৰে আত্মহাৰা । গাৱঁত গৈ দেখিব গাৱঁৰ বোৱাৰীহঁতৰ সময় নাই । নৱবৰ্ষ পালনৰ বাবে আপং বনোৱাত সিহঁতবোৰ একেবাৰে ব্যস্ত । লগতে মিছিং তিৰোতাৰ উপাৰ্জনৰ সমল গাহৰিবোৰ বেচি আৰু কাটি নতুনবছৰ পালনৰ নামত আমাৰ অযথা আৰ্থিক অপচয় ঘটাইছে । কি প্ৰয়োজন এইবোৰৰ ? আমাৰ নিজা উৎসৱ-কৃষ্টি-বিহুবোৰত আনন্দ-স্ফূৰ্তি কৰকচোন । এটা বিদেশীপৰ্বক সাধাৰণভাবে পালন কৰিলেও ইমান সময় শক্তি আৰু ধন অপচয় কৰি পাগল হোৱাৰ কি মানে আছে ।"

চণ্ডীৰামৰ উত্তেজক বক্তব্যক শাম কটাবলৈ চেষ্টা কৰি গোটেই আলোচনাটোকে গভীৰ নিৰৱ দুশ্চিন্তাৰে শুনি থকা সুবিমলে মাত লগালে -

"বাপু, তই ঠিক কথাকেই কৈছ । কিন্তু অনাহক উধাতু হৈ লাভ নাই । দেশত যেতিয়া আৰ্থিক, সামাজিক আৰু ৰাজনৈতিক প্ৰদূষণ ঘটে তেতিয়া সংস্কৃতিতো তাৰ প্ৰভাৱ পৰে । কাৰণ কৃষ্টি-সংস্কৃতি হ'ল সমাজৰ আৰ্থ-ৰাজনীতিৰ গাঢ় প্ৰতিফলন । গতিকে আমাৰ সোণজিৰিৰ মিছিং সমাজতো পশ্চিমীয়া অপসংস্কৃতিৰ কুপ্ৰভাৱ পৰাত তাত স্বাভাৱিকতা একো নাই । এতিয়া প্ৰশ্ন হ'ল যে সেইবোৰৰ প্ৰতিবাদ-প্ৰতিৰোধ অথবা নিৰাময়ৰ কি উপায় কৰা যায় । সমস্যাটো যেহেতু অতি জটিল, কঠিন আৰু ব্যাপক সেয়ে আমি অকলেই জানো এনে কাম কৰিব পাৰিম ?"

"কেৱল আমি সোণজিৰি উন্নয়ন কমিটিৰ সীমিত লোকেই এনে কঠিন কাম নিশ্চয় কৰিব নোৱাৰো ।" সকলোই অৱশেষত তাইৰ মনৰ কথা প্ৰকাশ কৰি ক'লে, "তাৰ বাবে আমি নিশ্চয় সোণজিৰিৰ ৰাইজৰ মতামত আৰু সমৰ্থন লব লাগিব ।

প্ৰয়োজন হ'লে আঁহতগুৰি আৰু অন্যান্য ঠাইৰ ৰাইজৰো সহায় সমৰ্থন লব লাগিব। তেতিয়াহে আমি এনে এক কঠিন প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলৈ সক্ষম হ'ব পাৰিম। অন্যথাই আমাৰ প্ৰতিৰোধ আন্দোলনৰ সফলতা লাভ সম্ভৱ নহ'ব।"

"গতিকে অতি সোণকালই এখন ৰাজহুৱা সভা পতা উচিত হ'ব নহয়নে নবৌ ?" সূৰ্য্যই প্ৰশ্ন কৰিলে - "তেতিয়াহে আমি ৰাইজৰ মতামত জানিব পাৰিম আৰু সহায়-সমৰ্থনৰো আশা কৰিব পাৰিম।"

"ঠিকেই কৈছা" সৰলাই সূৰ্য্যক সমৰ্থন কৰি ক'লে, "পিছে মনত ৰাখিবা এইবাৰৰ ৰাজহুৱা সভা সিমান স্বাচ্ছন্দ-স্বতস্ফূৰ্ত্ত আৰু সুগম নহ'ব। বিভিন্নভাবে দুষ্টচক্ৰৰ বাধা-ভাবুকী আৰু প্ৰৰোচনা আহিব। গতিকে অতি সাৱধানে আৰু কৌশলেৰে সভাখন পাতিব লাগিব।"

"আপোনাৰ কথা সঁচা নবৌ", সূৰ্য্যই ক'লে, "গতিকে এইক্ষেত্ৰত নিশ্চয় সাৱধান আৰু সতৰ্ক হ'ব লাগিব।"

"যি পৰিস্থিতিয়েই নহওক বুজিছা", সুবিমলে শেষ পৰামৰ্শ দি ক'লে, "ৰাইজৰ মতামত আৰু সক্ৰিয় সহযোগিতা লবই লাগিব। কাৰণ সকলো সামাজিক কামৰ চূড়ান্ত আৰু নিৰ্ণায়ক শক্তি হ'ল ৰাইজ। গতিকে অজ্ঞ অসচেতন আৰু নিৰীহ যেন লাগিলেও ৰাইজেই সৰ্বশেষ শক্তি। ৰাইজৰ অবিহনে কোনো স্থায়ী কামেই হ'বই নোবাৰে। এতেকে ৰাইজেই ৰজা জাতিয়েই গঙ্গা স্বৰূপ।"

এতেকে তৎকালেই জনসভা পতাৰ সৰ্বসন্মত সিদ্ধান্তৰে বৈঠক সামৰা হ'ল।

সৰলা, সুবিমলহঁতে সন্দেহ কৰাৰ দৰেই সোণজিৰিত আৰু এতিয়া এখন সাৰ্বজনীন জনসভা পতাতো সহজ হৈ থকা নাই। কাৰণ পূৰ্ববদৰে ঠাইখনৰ মানুহবোৰ বিশেষকৈ ব্যৱসায়ী ৰাজনীতিক আৰু ন্যস্তস্বাৰ্থৰ মানুহবোৰে ৰাজহুৱা কথাবোৰ সহজ সৰলকৈ নলৈ আপোন স্বাৰ্থৰ দৃষ্টিৰেহে চাবলৈ লোৱা হ'ল। গতিকে সূৰ্য্য আৰু চণ্ডীৰামহঁতে মাইকেৰে ৰাজহুৱা সভাৰ কথা ঘোষণা কৰোতে বহুতৰে চকুৰে মুখে যেন সিহঁতে তাচ্ছিল্যতাৰ ভাব দেখা পালে। এনেকুৱা ভাবভঙ্গী সোণজিৰি কেন্দ্ৰৰ কিছুমান মানুহৰ দৃষ্টিত দেখা গ'ল যেন এনেকুৱা ৰাজহুৱা সভাৰ আৰু এতিয়া আদৰ নাই। এনেবোৰ কুমতলবী মানুহেযে তলে তলে সভাৰ বিৰুদ্ধে অপপ্ৰচাৰ নকৰিব অথবা সভালৈ আহিব খোজা হোজা মানুহক নভণ্ডাব তাৰ কিত মানে আছে। তথাপি দেখদেখকৈ সভাখনৰ বিৰুদ্ধে যে কোনো ওলাই নাহিল সেয়ে বহুত। গতিকে জটিল পৰিস্থিতি অনুধাবন কৰি সূৰ্য্য, চণ্ডীৰাম, নুৰুলহঁতে সমগ্ৰ সোণজিৰিতেই ব্যাপক প্ৰচাৰ চলালে আৰু দাবীবোৰ জনপ্ৰিয় কৰাৰ চেষ্টা কৰিলে।

সোণজিৰি কৃষ্টিভৱনৰ প্ৰাঙ্গণত ৰাজহুৱা সভা আৰম্ভ হ'ল। সোণজিৰি চহৰৰ মানুহৰ উপস্থিতি সেৰেঙা যদিও গাওঁ অঞ্চলবোৰৰ পৰা শ শ মানুহ সভালৈ আহিল। অধ্যক্ষ অনিল গেও আৰু তেওঁৰ সঙ্গীশিক্ষক ৰবীন, বদন, ৰূপাইহঁত স্বাভাৱিকতে

সভাত উপস্থিত নেথাকিল । কাৰণ বিদ্যালয়ৰ চূড়ান্ত পৰীক্ষা পৰিচালনাৰ দুৰ্নীতিকে ধৰি বহুতো অনৈতিক কামত জড়িত সিহঁতৰ স্বাভাৱিকতেই ৰাইজৰ সন্মুখীন হ'বলৈ নৈতিক সাহস নহ'ল । গতিকে সোণজিৰিৰ সংখ্যাগৰিষ্ঠ সাধাৰণ মানুহৰ সমৰ্থন আৰু সহযোগ পাই সবলাইঁতৰো সাহস আৰু উৎসাহ অটুট থাকিল । সিহঁতে বুজিলে যে জনসাধাৰণৰ গৰিষ্ঠ সংখ্যকৰ সহযোগ থাকোতেই সোণজিৰিৰ অপকৰ্ম্মবোৰ ব্যাহত কৰিব পাৰিব লাগিব । জনগণৰ সমৰ্থনলৈয়ে সোণজিৰিৰ উন্নয়নমূলক কামবোৰ অধিক আগুৱাই নিয়াৰ ব্যৱস্থা কৰিব লাগিব । অন্যথাই এই অপশক্তিবোৰে দকৈ শিপাই ললে আৰু এই অপকৰ্ম্মবোৰে অধিক ব্যাপকতা লাভ কৰিলে সোণজিৰি গাৱেঁ-ভূঞে সেইবোৰ বিয়পি পৰিব । তেতিয়া সেইবোৰৰ মোকাবিলা আৰু উচ্ছেদ কৰা অসম্ভৱ হৈ পৰিব । গতিকে পলম কৰাৰ, থেৰোগেৰো কৰাৰ আৰু ভয়ভীত কৰাৰ সময় আৰু অৱকাশ নাই । ফলত উৎসাহেৰেই জনসভা আৰম্ভ হৈ গ'ল ।

সবলাই পৰিচালনা কৰা বিশাল ৰাজহুৱা সভাখনৰ উদ্দেশ্য ব্যাখ্যা কৰি সূৰ্য্য চিন্তেই ক'লে -

"শ্ৰদ্ধেয় ৰাইজ,

সোণজিৰিৰ নতুন ৰূপ আপোনালোকে নিশ্চয় লক্ষ্য কৰিছে । এই এচুকীয়া পিচপৰা আৰু নদীপৰীয়া ঠাইখনক আজিৰ এই আধুনিক ৰূপ দিয়াত আপোনালোকৰ সহায় সহযোগৰ বাবে মই আন্তৰিক অভিনন্দন জনাইছো । কাৰণ আপোনালোক ৰাইজৰ সবল আন্দোলনৰ অবিহনে এনে কঠিন কাম সম্ভৱ নহ'লহেঁতেন ।"

ৰাইজৰ প্ৰচণ্ড হাতচাপৰিৰ পিছত সূৰ্য্যই পুনৰ কৈ গ'ল -

"এতিয়া আমাৰ সোণজিৰিৰ চেহেৰা একেবাৰে বদলি হৈছে । নতুন মানুহ আহিলে এতিয়া আগৰ ঘুকোট সোণজিৰিৰ কথা কল্পনাই কৰিব নোৱাৰিব । সোণজিৰিৰ এনে পৰিবৰ্ত্তন আৰু উন্নতিৰ বাবে আমি আনন্দিত আৰু গৌৰবান্বিত । এতিয়া আঁহতগুৰিৰ দৰে উন্নত চহৰে পাই থকা প্ৰায়বোৰ সুবিধা আমি সোণজিৰিয়েও পাই আছো । সেইফালৰ পৰা আমি এতিয়া পৰম ভাগ্যশালী । নদী নিয়ন্ত্ৰণ আৰু গৰখহনীয়া ৰোধৰ বাবে আমি যি মোটা ধন পাইছো তেনে শকত পূঁজি ৰাজ্যখনৰ কোনো ঠায়েই পোৱা নাই । এই ধনৰ যদি সঁচাই সুপ্ৰয়োগ হয় তেন্তে আমাৰ নগৰ গাওঁ জীৱন পথাৰ আৰু খেতি-বাতি সুৰক্ষিত হৈ পৰিব আৰু পোনাতিইঁতক আমি নিৰাপদে ৰাখিব পাৰিম । এতেকে এনেবোৰ সুফলৰ অধিকাৰী আপোনালোক ৰাইজেই ।"

উপস্থিত শ শ ৰাইজৰ প্ৰতিক্ৰিয়ালৈ লক্ষ্য কৰি সূৰ্য্যই কণ্ঠৰ কিছু কমলাই কৈ গ'ল -

"আমাৰ এনেবোৰ সফলতাৰ বিজয় উৎসৱ ভালে বছৰৰ আগতে আমি পাতিছিলোৱেই । তথাপি কিয় আমি আজি ৰাইজক মাতিছো সেইকথাও ইতিমধ্যেই প্ৰচাৰ কৰিছো । আমাৰ আজিৰ এই সভাৰ মূল উদ্দেশ্য হ'ল যে আমাৰ সোণজিৰিৰ

আধুনিক জীৱনে আমালৈ বেয়া কথাও লগত লৈ আহিছে । এই সম্পৰ্কে আলোচনা কৰিবলৈ গৈ আমি লক্ষ্য কৰিছো যে বহুতো অসৎ কাম-কাজ আৰু বয়বস্তুৱে আমাৰ সোণজিৰিৰ সমাজ আৰু জীৱনক দুষিত কৰি পেলাব ধৰিছে । এইবোৰক আৰু বাঢ়িবলৈ দিলে আমাৰ ভৱিষ্যত জীৱন বিষময় হৈ পৰিব । গতিকে সেই সম্পৰ্কে বিশেষ ব্যৱস্থা লোৱাৰ বাবে ৰাইজৰ মতামত সমৰ্থন আৰু সহায় সহযোগিতা বিচাৰি এই ৰাজহুৱা সভা আহ্বান কৰা হৈছো ।"

সূৰ্য্য চিন্তেৰ কথাৰ শেষৰফালৰ গুৰুত্ব বুজি সমবেত ৰাইজো গম্ভীৰ আৰু নিৰৱ হৈ পৰিল । তাৰপিছত বিশদ আলোচনাৰ পাতনি অধ্যাপক সুবিমল দলেই মেলিলে -

"শ্ৰদ্ধেয় ৰাইজ,

উদ্দেশ্য ব্যাখ্যাত সূৰ্য্যই সঠিক ভাবেই কৈছে যে আমাৰ সোণজিৰিলৈ আধুনিক সা-সুবিধাবোৰৰ লগতে বহুতো বেয়া বস্তুও আহিল । চাওক, আজি গোটেই সোণজিৰি চহৰতেই মদ আৰু জুৱাৰ পয়োভৰ ঘটিছে । ইফালে ভূতৰ ওপৰত দানহৰ দৰে চৰকাৰেও বহুতো বিলাতী মদৰ দোকান আনি বহুৱালেহি । এইবোৰত আমাৰ বহুতো ডেকা আৰু বয়সস্থ মানুহেও নিচাগ্ৰস্ত হৈ তেওঁলোকৰ সময় ধন আৰু স্বাস্থ্য নষ্ট কৰিছে । তদুপৰি খাই জুৱাখেলি হৈ-হাল্লা, হাই-কাজিয়া কৰি অবাইচ মাত মাতি আমাৰ ঠাইখনৰ শান্তি আৰু সভ্যতা নষ্ট কৰিছে । আমাৰ দেখোন পিতৃ-পিতামহৰ দিনৰে পৰাই ছাই-নগিন আপঙ চলি আহিছেই । সেইবোৰকেই আমি চণ্ডালি খালে আমাৰ সিমান অনিষ্ট নকৰে । অৱশ্যে আমিও মদ তৈয়াৰী আৰু সকাম আৰু দদগাং (মৃতকৰ অন্ত্যেষ্টি ক্ৰিয়াৰ সকাম) আদিত আপং আৰু গাহৰি দিয়া কম কৰি আমাৰ ধান-চাউল আৰু ধন বচোৱাৰ ব্যৱস্থা কৰিব লাগে । লগতে কৃষ্টি হিচাবে মুৰংঘৰ এটা কাম-সকাম আদিৰ বাবে ৰাখি বাকী মাটিৰ ঘৰত আমি থাকিবলৈ অভ্যাস কৰিব লাগে । তেতিয়াহ'লে আমাৰ ঘৰ-দুৱাৰ লেতেৰা নোহোৱাকৈ চাফা কৰি ৰাখিব পাৰিব আৰু আমাৰ বেমাৰ-আজাৰো কম হ'ব । তদুপৰি গাহৰি, ছাগলি, হাঁহ-কুকুৰা আদিবোৰ পোঁহাতো কমাই আমি মিপাকৰ দৰে বাৰী ফলমূল, শাক-পাচলিৰ বাগান পতাৰ কাম আৰম্ভ কৰিব লাগে । কাৰণ তেতিয়াহ'লে বহুত খোৱাই সামান্য ধন পোৱা গাহৰি-ছাগলিৰ দামতকৈ বাৰী আৰু বাগানৰ পৰা আমি বহুতো টকা উপাৰ্জন কৰিব পাৰিম । অথচ গাহৰি-ছাগলি বেচি পোঁহাৰ বাবেই আমি সিহঁতৰ উৎপাতত বাৰী শাক-পাচলি আৰু ফলমূলৰ বাগান আদি কৰিব নোৱাৰো । গতিকে ৰাইজ, আমি এই মদজুৱাবোৰ বন্ধ কৰি আমাৰ মিছিং জনজাতি সম্প্ৰদায়ৰ জীৱন আৰু জীৱিকাৰ পদ্ধতিও সৃষ্টিমূলকভাবে আধুনিক জীৱনৰ লগত খাপ খুৱাই পৰিবৰ্ত্তন সাধন কৰিব লাগে । তাৰ বাবে আমি সকলোৱে নতুন জীৱনৰ অভ্যাস আৰম্ভ কৰিব লাগে ।"

"ৰাইজ, আপোনালোকে লক্ষ্য কৰকচোন", ৰেৱতীয়ে ক'বলৈ ধৰে, "আমাৰ সোণজিৰিত আজি আমাৰ আজুককাইঁতে দিয়া উৎসৱ পাৰ্বনবোৰৰ প্ৰতি কেনেকৈ পিঠি দিবলৈ লোৱা হৈছে। আমাৰ মাজত আজি আলি-আয়ে-লৃগাং-পঃৰাগ আদি উৎসৱ আৰু ঐনিঃতম-কাবানকে ধৰি বিভিন্ন মিছিং গীত আৰু কৃষ্টিমূলক নাচ-গানৰ প্ৰতি আগ্ৰহ কমিবলৈ ধৰিছে। সেইবোৰৰ ঠাইত আজি দুৰ্গাপূজা-দেৱালী-ইংৰাজী নৱবৰ্ষ পালন কৰা আৰু সেইবোৰত মদ-ভাং খাই হিন্দি নাচ-গান কৰি আজি সোণজিৰিৰ বতাহো বলিয়া হৈ পৰিছে। গতিকে আজি আমাৰ বাপতি সাহোন কৃষ্টি-সংস্কৃতি আৰু ঐতিহ্য ৰক্ষাৰেই সংকটে দেখা দিছে। এতিয়া আমি যদি আমাৰ জাতীয় অস্তিত্ব ৰাখিবলৈ সমূহীয়াভাৱে চেষ্টা নকৰো তেন্তে ভৱিষ্যতে আমি আমাৰ চহকী জাতীয় পৰিচয় হেৰোৱাই পেলাম। সেয়ে ৰাইজ আহক, আমি আমাৰ জাতীয়ত্বৰ প্ৰতি সচেতন হওঁ।"

"শুনক ৰাইজ" এইবাৰ লিপিকাই আৰম্ভ কৰিলে, "আমাৰ সোণজিৰিৰ শিক্ষা বিস্তাৰৰ স্বপ্ন আজি ধূলিসাৎ হোৱাৰ উপক্ৰম হৈছে। আমি সকলোৱে মিলি সোণজিৰিৰ শিক্ষা বিস্তাৰৰ বাবে হাইস্কুল পাতিলো। হায়াৰ চেকেণ্ডেৰী পাতিলো আৰু কলেজ পাতিলো। ঘৰতে সুবিধা পাবলৈ আমি শেষ পৰীক্ষাৰবোৰৰ কেন্দ্ৰবোৰো সোণজিৰিলৈ অনিলো। কিন্তু এতিয়া আমি কি দেখিছো? হাইস্কুল আৰু হায়াৰ চেকেণ্ডেৰী বিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাবোৰ এতিয়া ভেকোভাওনাত পৰিণত হৈছে। অসমৰ সকলো জিলাৰ পৰাই শ শ গেঠেলামৰা ল'ৰা ছোৱালীক হাজাৰ হাজাৰ টকাৰ বিনিময়ত আনি সোণজিৰিত আজি পৰীক্ষাৰ বজাৰ চলোৱা হৈছে। ইয়াত চাৰ্টিফিকেট কিনা-বেচাৰ জুৱাখেলা হৈছে আমাৰ অধ্যক্ষ শিক্ষক আৰু শিক্ষা বিষয়াবোৰৰ কাৰচাজীত। পৰীক্ষাগৃহত অবাধে নকলৰ যোগানেই নহয়, উত্তৰলেখা নোটছ টকাৰ বিনিময়ত বিলাই দিয়া হয় আৰু পৰীক্ষাৰ নিৰীক্ষকসকলেও পৰীক্ষাৰ্থীক উত্তৰ কৈ আৰু লেখি দিয়া কাৰ্য্য মুক্তভাৱে চলি আছে। মোৰ এজন বন্ধুৱে এনেবোৰ কেন্দ্ৰক 'লখিমী চেণ্টাৰ' বা 'জীৱন দায়িনী চেণ্টাৰ' বুলি আখ্যা দিছে। ভেওঁ আৰু দুখেৰে কৈছে যে ৰাজ্যখনৰ জনজাতি অধ্যুষিত, বিশেষকৈ মিছিং জনজাতি অধ্যুষিত অঞ্চলতেই পৰীক্ষা কেন্দ্ৰৰ এনে অৰাজক মীনা বজাৰ চলি আছে। গতিকে ৰাইজ, পৰীক্ষা চলোৱাৰ নামত চৰম ভণ্ডামী চলাই যাবলৈ এৰি দিব পাৰিনে? পৰীক্ষাত বদনামীৰে সমগ্ৰ মিছিং অধ্যুষিত অঞ্চলবোৰকে বদনাম কৰিবলৈ এৰি দিব পাৰিনে? নিশ্চয় নোৱাৰি; সেইবাবেই আমি সময়মতেই উচিৎ ব্যৱস্থা লব লাগিব।"

"ব্ৰহ্মপুত্ৰ, অ'কনৰি, চামপৰা, কঢ়া আদিৰ বান নিয়ন্ত্ৰণ আৰু গৰাখহীয়াৰ নামত অহা কোটি কোটি টকাৰ শৰাধ চলিছে ৰাইজ", চণ্ডীৰামে গভীৰ কণ্ঠেৰে ক'লে, "দেখিছেনে, দিনে-ৰাতিয়ে মন্ত্ৰী ঠিকাদাৰ দালালবোৰৰ ভোজভাত চলিছে। মথাউৰি নিৰ্মাণৰ নামত জাবৰ জোখৰে মাটি এসোপা তুলিছে। তাত হাতীয়ে গছ্‌জোৱাই বা

ৰোলাৰ দি মজবুত কৰাৰ দূৰৰে কথা । ইফালে বন্ডাৰৰ স্পাৰ দিয়াৰ আৰম্ভই নকৰিলে । ফলত বৰষুণ ধুমুহাত চৰ উটি যাব । বাৰিষাত খহি সকলো নোহোৱা হৈ যাব । অথচ সিহঁতে ভুৱা বিল দি কোটি কোটি টকা খাই পেলাব আৰু ৰাইজ বানত ডুবি মৰিব । আনফালে নদীৰ ভৰা সুঁতিক ৰাইজৰ গাওঁ-ভূঁই আৰু খেতি-পথাৰৰ পৰা আঁতৰাই পঠাবলৈ যিবোৰ চেনেল কটাৰ আঁচনি আছিল সেইবোৰৰ দেখোন আৰম্ভই কৰা নহ'ল । গৰাখহনীয়া ৰোধ কৰিবৰ বাবে যিবোৰ ব্যৱস্থা বিশেষজ্ঞ সকলৰ দ্বাৰা দিয়া হৈছিল সেইবোৰৰ দেখোন একোকে কৰাই নহ'ল । গতিকে ৰাইজ, আমি অতদিনৰ আন্দোলন কৰি মঞ্জুৰ কৰাই দিয়া ধনেৰে মন্ত্ৰী ঠিকাদাৰ দালাইঁত পেটুৱা হ'ব, সিহঁতৰ গাড়ী, ঘৰ, বেংক বেলেঞ্চ বাঢ়িব । কিন্তু আমাৰ আওমৰনেই মৰণ হ'ব । আগতে চৰকাৰে ধন দিয়া নাছিল আমাৰো বৰ বিশেষ কৰ লগা নাছিল । পিছে এতিয়া পাই হেৰোৱা জ্বালা আমি কেনেকৈ পাহৰো বন্ধু সকল ? সেয়ে আমি এতিয়া বহি থাকিব নোৱাৰো । আমি আগতকৈ কঠিন আন্দোলন কৰিব লাগিব । সিহঁতক সঠিকভাৱে কাম কৰিবলৈ বাধ্য কৰাব লাগিব । তাৰবাবে মন্ত্ৰী, বিষয়া, ঠিকাদাৰ আদি সকলোকেই ধৰিব লাগিব । দৰকাৰ হ'লে কাম বন্ধ কৰি ঘেৰাও কৰি হ'লেও সিহঁতক কাম কৰিবলৈ বাধ্য কৰাব লাগিব ।"

"ইফালে মাননীয় ৰাইজ", সাধাৰণতে ৰাজহুৱা বক্তব্য নৰখা নুৰুল হুদাইও মাত লগালে, "বৰ দুখেৰে লক্ষ্য কৰিছো যে আমাৰ আন্দোলনৰ সবাতোকৈ গুৰুত্বপূৰ্ণ দাবী আমাৰ দখলীকৃত মাটিৰ পট্টাদান কাৰ্য্য দেখোন স্থগীত হৈ গ'ল । আমাৰ দাবীৰ সহাৰিত পোনতে আমাৰ মাটিবোৰৰ জৰীপ কৰা হ'ল যদিও আমাক পট্টাদান কৰা নহ'ল । বিপৰীতে বহিৰাগত ব্যৱসায়ী বেপাৰী ঠিকাদাৰহঁতকেই দেখোন আমাৰ সোণতলী মাটিবোৰৰ পট্টাদান কৰা হৈ আছে । এইক্ষেত্ৰত ন্যস্তস্বাৰ্থ চৰকাৰী সাহাৰ্য্য আৰু টকা-পইচাইহে ক্ৰিয়া কৰাৰ কাৰ্য্য প্ৰায় খোলাগোপন কথা । এবাৰ সিহঁতক অহবৈধভাৱে পট্টাদান কৰিলে কেনেকৈ সিহঁতক উচ্ছেদ কৰা সম্ভৱনে ? এনেদৰে বানপানী আৰু গৰাখহনীয়াই ধ্বংস কৰি নিয়া আৰু আনফালে দালালহঁতক পট্টাদান কৰি থাকিলে আমি সোণজিৰিৰ মানুহবোৰ ঘৰতে ভেটি-মাটিহীন উপান্ত কৃষকত পৰিণত নহ'বনে ? গতিকে ৰাইজ, এই অতি গুৰুত্বপূৰ্ণ মাটি-ভেটিৰ বিষয়টোত আমি যদি এতিয়াই সতৰ্ক আৰু সাৱধান হৈ চৰকাৰক বাধ্য নকৰাওঁ তেন্তে আমি ঘৰতে বিদেশীৰ দৰে হ'ব লাগিব ।"

নুৰুল হুদাই বক্তৃতা বন্ধ কৰাৰ পিছত সভানেত্ৰী সৰলা দলে গণেয়ে সমজুৱা ৰাইজৰ মতামত বিচাৰিলত ৰাইজৰ মাজত মৃদু আলোচনা চলিল । ৰাইজৰ মাজৰ আলোচনাৰ পৰা বুজা গ'ল যে নেতাহঁতে ইতিমধ্যে কোৱা সমস্যাবোৰৰ সন্দৰ্ভত তেওঁলোকৰ কোনো মতভেদ নাই । কাৰণ সভাত আলোচ্য নেতিবাচক কামকাজবোৰৰ লগত জড়িত থকা লোকসকলৰ কোনোৱেই ৰাজহুৱা সভাখনলৈ অহা নাই । কোনোৱা

তেনেবোৰ কুকাৰ্য্যত পৰোক্ষভাৱে জড়িত লোক সভাত উপস্থিত থাকিলেও সভাত উপস্থিত প্ৰায় সকলোবোৰ লোকৰে কথাবতৰা আৰু মুখৰ ভাবভঙ্গী দেখি সিহঁতৰ কোনোৱে বিৰুদ্ধে কৰলৈ সাহস নকৰিলে । গতিকে সমজুৱাৰ তৰফৰ পৰা সভানেত্ৰী সৰলাকেই সভাৰ সিদ্ধান্ত আৰু ভৱিষ্যতৰ কাৰ্য্যসূচী ঘোষণা কৰিবলৈ অনুৰোধ জনালে-

অৱশেষত সভানেত্ৰী সৰলাই বহুত ভৰা-গুণা কৰি গম্ভীৰ সুৰত আৰম্ভ কৰিলে-

"শ্ৰদ্ধেয় ৰাইজ,

সোণজিৰি উন্নয়ন কমিটিৰ আমাৰ নেতা সকলে আমাৰ সন্মুখৰ গভীৰ সমস্যাবোৰৰ বিশদ আলোচনা কৰিছেই । আমি আজি এক গভীৰ সংকটৰ সন্মুখীন হৈছো । সেইকথাও আপোনালোকেও নিশ্চয় বুজি পাইছে । আমি এতিয়া সোণজিৰিৰ উন্নতি আৰু সুৰক্ষাৰ বাবে সংগ্ৰাম কৰিবই লাগিব । কিন্তু আমাৰ সংগ্ৰাম পিচে পূৰ্বৰ দৰে সৰল আৰু সহজ নহ'ব । কাৰণ তেতিয়া অপৰপক্ষ আছিল মাথোন চৰকাৰ আৰু আমাৰ দাবীবোৰ পূৰণ কৰাত চৰকাৰৰ অনীহা আৰু অৱহেলাৰ বাহিৰে কোনো কঠিনতা নাছিল । এতিয়া পিছে আমাৰ বিপক্ষে মন্ত্ৰী মহাশয়, চৰকাৰী বিষয়া, ঠিকাদাৰ, বেপাৰী আৰু সিহঁতৰ বহুতো দালালো আছে । চৰকাৰী আইন আৰু পুলিচেও সিহঁতক ৰক্ষনাবেক্ষন দি আছে । আটাইতকৈ দুখৰ বিষয় যে আমাৰ মাজৰে শিক্ষিতলোক আৰু চহৰ-নগৰৰ বহুতোলোক সিহঁতৰ লগত প্ৰকাৰান্তৰে জড়িত হৈ আছে যিসকল আগৰ আমাৰ আন্দোলনত আমাৰ লগত অথবা নীৰৱে নিৰপেক্ষ হৈ আছিল । এতেকে আমাৰ এতিয়াৰ আন্দোলনযে অধিক জটিল আৰু কঠিন হ'ব সেইকথাও নিশ্চয় বুজি পাইছে । সেইবুলি আমি ভয় বা শঙ্কাত বহি থাকিবও নোৱাৰো । তেনে কৰিলে জোৰ পুৰি হাত পোৱাৰ দৰে আমাৰ অৱস্থা অধিক বেয়া হ'ব আৰু আমি খাল কাটি ঘঁৰিয়াল চপোৱাৰ দৰে সোণজিৰিলৈ আধুনিক সভ্যতা আনি বিপদ আনি দিয়াহে হ'ল । সেয়ে হ'বলৈ হ'লে ভৱিষ্যতে আমাক ক্ষমা নকৰিব আৰু আমাৰ দেউতা আৰু গাম ধাঁচীবাম কৰাৰ সপোনো বাস্তৱায়ীত নহ'ব । তেতিয়াহ'লে তেখেতলোকেও জানো আমাক অপদাৰ্থ বুলি নেভাবিব । গতিকে সন্মুখত যি আছে আহক আৰু যি হয় হওক, আমি ধৈৰ্য্য আৰু কৌশলেৰে অগ্ৰসৰ হ'বই লাগিব ।"

"এনে ভয়ানক পৰিস্থিতিৰ সমাধানৰ বাবে আমি তলৰ দাবীবোৰ গ্ৰহণ কৰোঁহক-

(১) সোণজিৰিৰ থলুৱা ৰাইজৰ মাটিৰ শীঘ্ৰে ম্যাদী পট্টাদান কৰক আৰু অবৈধ পট্টা নাকচ কৰি বেদখলকাৰী সকলক উচ্ছেদ কৰক ।

(২) সোণজিৰিৰ সুৰক্ষাৰ বাবে বানপানী নিয়ন্ত্ৰণ আৰু গৰাখহনীয়া ৰোধৰ বাবে মঞ্জুৰীকৃত ধনৰ সুপ্ৰয়োগ কৰি বান-খহনীয়াৰ স্থায়ী নিয়ন্ত্ৰণৰ ব্যৱস্থা কৰক ।

(৩) হাইস্কুল শিক্ষান্ত আৰু উচ্চতৰ মাধ্যমিক চূড়ান্ত পৰীক্ষাৰ সোণজিৰি কেন্দ্ৰৰ ব্যাপক দুৰ্নীতি বন্ধ কৰক ।

(৪) সোণজিৰিত চলি থকা মদ আৰু জুৱাখেল শীঘ্ৰে বন্ধ কৰাৰ ব্যৱস্থা

কৰক ।

(৫) সোণজিৰিৰ শিক্ষিত-অশিক্ষিত নিবনুৱা লোক সকলৰ বাবে ক্ষুদ্ৰ উদ্যোগ খুলি সংস্থানৰ ব্যৱস্থা কৰক ।

(৬) সোণজিৰিৰ ক্ৰমবৰ্দ্ধমান অপসংস্কৃতি ৰোধ কৰিবলৈ থলুৱা মিছিং কৃষ্টি-সংস্কৃতিৰ সুৰক্ষা আৰু বিকাশৰ ব্যৱস্থাৰে চৰকাৰে লোকসংস্কৃতি চৰ্চাৰ ব্যৱস্থা কৰক ।

(৭) সোণজিৰিৰ কৃষক ৰাইজক উন্নত আৰু বৈজ্ঞানিক পদ্ধতিৰে খেতি কৰাৰ ব্যৱস্থা কৰক আৰু থলুৱালোকৰ শস্যৰ উচিত মূল্য দিয়াৰ ব্যৱস্থা কৰক ।"

"শ্ৰদ্ধেয় ৰাইজ,

এইখিনি দাবী যদি আপোনালোকে সমৰ্থন কৰে তেন্তে আমি এই্ দাবীখিনি পূৰণৰ বাবে তলৰ কাৰ্য্যসূচীখিনি গ্ৰহণ কৰো আহক -

(১) মাননীয় মন্ত্ৰী, চাৰ্কুল বিষয়া, খণ্ড উন্নয়ন বিষয়া আৰু শিক্ষা বিষয়াৰ ওচৰত স্মাৰক পত্ৰ প্ৰদান ।

(২) তেতিয়াও চৰকাৰে দাবী পূৰণ নকৰিলে মন্ত্ৰী, চৰকাৰী কাৰ্য্যালয়, সোণজিৰি পৰীক্ষা কেন্দ্ৰ আৰু ব্ৰহ্মপুত্ৰ-অ'বনৰিৰ বান আৰু খহনীয়া নিয়ন্ত্ৰণৰ নিৰ্ম্মাণ শিবিৰত শোভাযাত্ৰা কৰি শান্তিপূৰ্ণভাবে বিক্ষোভ প্ৰদৰ্শন ।

(৩) তেতিয়াও দাবীপূৰণ নহ'লে মন্ত্ৰী আৰু উল্লেখিত স্থানবোৰ ঘেৰাও কৰি চৰকাৰী-বে-চৰকাৰী কাম-কাজ অনিৰ্দ্দিষ্ট কালৰ বাবে বন্ধ কৰি দিয়া ।"

"শ্ৰদ্ধেয় ৰাইজ,

এইখিনি কাৰ্য্যসূচীৰ পিছৰ পৰিণতিলৈ চাই পৰবৰ্ত্তী কাৰ্য্যসূচী গ্ৰহণ কৰা হ'ব । এতিয়া আপোনালোকৰ মতামত প্ৰকাশেৰে আমি আজিৰ সভা সামৰিব পাৰো ।"

সমজুৱা সকলোৱেই সভানেত্ৰীয়ে ঘোষনা কৰা দাবী আৰু কাৰ্য্যসূচীখিনি হাত চাপৰি বজাই সমৰ্থন কৰিলে । অৱশ্যে সোণজিৰিৰ নেতাসকলৰ দৰে সমবেত ৰাইজৰ মুখতো উচ্ছ্বাসৰ উল্লাস দেখিবলৈ পোৱা নগ'ল । সকলোৱেই যেন অৱস্থা-সমস্যা আৰু ভৱিষ্যতৰ গুৰুত্ব বুজি সাংঘাতিক গহীন-গম্ভীৰ হৈ পৰিল ।

# সোতৰ

ৰাজহুৱা সভাৰ সিদ্ধান্তমতেই সোণজিৰি উন্নয়ন কমিটিৰ নেতৃত্বত ৰাইজৰ প্ৰতিনিধিৰূপে স্থানীয় বিধায়ক তথা বাননিয়ন্ত্ৰণ মন্ত্ৰী নবীন পাদুনক লগ কৰি লিখিতভাৱে ৰাজহুৱা সভাত গৃহীত ৭ দফীয়া স্মাৰক পত্ৰ প্ৰদান কৰি সম্পাদক সূৰ্য্যচিৎেই বিনীতভাৱে ক'লে -

"চাৰ,

স্থানীয় বিধায়ক, মাননীয় মন্ত্ৰী আৰু এজন প্ৰখ্যাত জননায়ক ৰূপে আপোনাৰ ওচৰত আবেদন জনোৱাৰ বাহিৰে আমিনো কাৰ ওচৰলৈ যাম । আপুনি ইতিমধ্যে আমাৰ সোণজিৰিক নিজৰ ঠাই বুলি ভাবি বহুখিনি কৰিছেই । গতিকে এতিয়াও আমি ৰাইজে আন্তৰিকতাৰে আশা কৰো যে আমাৰ দাবীখিনি নিশ্চয় পূৰণ কৰিব ।"

মন্ত্ৰী নবীন পাদুনে এক কতৃত্বশীল জননেতাৰ গম্ভীৰ সুৰত উত্তৰ দি ক'লে -

"চাওক ৰাইজ, স্থানীয় বিধায়ক আৰু মন্ত্ৰীৰূপে সোণজিৰিৰ উন্নতিৰ বাবে মই সদায়েই লাগি আছো আৰু আপোনালোকৰ আন্দোলনকো পাৰ্য্যমানে সহায় কৰি আহিছো । এতিয়াও আপোনালোকৰ দাবীবোৰৰ ওপৰত মই নিশ্চয় দৃষ্টি দিম । কিন্তু মোৰো বহুখিনি সীমাবদ্ধতা আছে । কাৰণ প্ৰতিটো দাবীৰ ক্ষেত্ৰতে নিজ নিজ বিভাগ আছে । ধৰক পট্টাদানৰ ক্ষেত্ৰত ৰাজহ বিভাগ, পৰীক্ষাৰ দুৰ্নীতিৰ সম্পৰ্কত শিক্ষা বিভাগ, মদ নিবাৰণৰ ক্ষেত্ৰত আবকাৰী বিভাগ আৰু কৃষিৰ উন্নতিৰ বিষয়ত কৃষি বিভাগ আছে । বান নিয়ন্ত্ৰণৰ ক্ষেত্ৰত মোৰ ক্ষমতা কিছু আছে ।"

"কিন্তু মহাশয়, স্থানীয় বিধায়ক হিচাপে আপুনিতো সকলো বিভাগতে হেঁচা দিব পাৰে ।" সৰলাই মাত লগালে, "লগতে কেবিনেট মন্ত্ৰীৰূপেও আপুনি আমাৰ দাবীবোৰ কেবিনেটৰ বৈঠকত উত্থাপন কৰি সকলো সংশ্লিষ্ট বিভাগৰে দৃষ্টি আকৰ্ষন কৰি সমৰ্থন আদায় কৰিব পাৰে ।"

"হয় মেডাম" মন্ত্ৰীয়ে নেতাসুলভ হাঁহিৰে ক'লে, "প্ৰয়োজন হ'লে মই নিশ্চয় আমাৰ এই দাবীবোৰ কেবিনেটৰ বৈঠকত উত্থাপন কৰিম । পিছে কেবিনেটৰ দৃষ্টি আকৰ্ষন কৰিলেই যে চৰকাৰে দাবীবোৰ মানি লব তাৰ কোনো নিশ্চয়তা নাই । কাৰণ চৰকাৰৰো সীমাবদ্ধতা আছে ।"

"চৰকাৰে বিয়েই নকৰক লাগে আমাৰ বিধায়ক হিচাপে আপুনি কিন্তু আমাৰ আন্দোলনৰ লগত থাকিব লাগিব", মন্ত্ৰীৰ গা এৰা দিয়া কথা শুনি সুবিমলে কিছু কঠোৰ সুৰত ক'লে, "ৰাইজক বাধ্য কৰিলে বৃহত্তৰ স্বাৰ্থত শোভাযাত্ৰা সমদল বিক্ষোভ যেনেও

প্ৰতিৰোধ আন্দোলন কৰাৰ দৃঢ় সিদ্ধান্ত ৰাইজে লৈছে । গতিকে আপুনি আমাক লগ এৰা দিলে নহ'ব ।"

"মইতো সদায় ৰাইজৰ লগতেই আছোঁ", মন্ত্ৰী পাদুনে অধিক ৰহস্যভৰা হাঁহিমাৰি ক'লে, "হ'লেও চৰকাৰৰ এজন উচ্চতম পৰ্য্যায়ৰ দায়িত্বশীল কেবিনেট মন্ত্ৰীৰূপে ময়ো চৰকাৰৰ বিৰুদ্ধে যাব পৰাৰ সীমা এটা আছে । গতিকে আপোনালোকলৈ মোৰ আবেদন হ'ল যে কঠোৰ আন্দোলনৰ পথলৈ চৰকাৰৰ মুখামুখী হোৱাতকৈ আহক আলোচনা বিলোচনাৰ যোগেদি চৰকাৰৰ পৰা দাবীবোৰ আদায়ৰ ব্যৱস্থা কৰো । তেতিয়াহ'লে মই সদায়েই আপোনালোকৰ লগত থাকিব পাৰিম ।"

"চাৰ, ৰাইজেতো ইতিমধ্যেই আন্দোলনৰ সিদ্ধান্ত ললেই" চণ্ডীৰামে কঠিন সুৰত ক'লে, "এতিয়া আৰু আমি কেৱল আলাপ আলোচনাতেই দাবীপূৰণ নহ'লেও ক্ষান্ত থাকিব নোৱাৰিম ।"

"তেতিয়াহ'লে মই অসহায় হ'ম ৰাইজ" মন্ত্ৰীয়ে অতি চতুৰ সুৰত ক'লে, "আশাকৰো ৰাইজে পুনৰ বিবেচনা কৰি চাব ।"

মন্ত্ৰীৰ বক্তব্য আৰু ভাৱভঙ্গীৰ পৰা তেওঁযে ৰাইজৰ লগত নাই এই কথা বুজাত কোনো অসুবিধা নহ'ল । অৱশ্যে তেওঁযে সিপক্ষত সেইকথাও ৰাইজৰ জ্ঞাত । গতিকে মন্ত্ৰীৰ আশ্বাসতে ক্ষান্ত নেথাকি ৰাইজযে কঠিন পথত অগ্ৰসৰ হ'বই লাগিব সেইকথা ৰাইজে বুজি পালে । তথাপি শান্তিপূৰ্ণ গণতান্ত্ৰিক আন্দোলনৰ প্ৰথম পৰ্য্যায়টো ৰাইজে শেষ কৰিব লাগিবই । গতিকে তেওঁলোকে সোণজিৰি চক্ৰবিষয়াক স্মাৰক পত্ৰ প্ৰদান কৰাত মাটিৰ হাকিম কমল বড়োৱে ক'লে -

"আপোনালোকৰ অনুভূতিবোৰ মই ভালদৰে বুজি পাইছো । আপোনালোকৰ দাবীবোৰো নায্য বুলি জানো । কিন্তু কি কৰিম মাননীয় ৰাইজ । আমি হ'লো সৰু বিষয়া । আজি কালি সকলোবোৰ ওপৰৰ পৰাহে ৰাজনৈতিভাৱেই কৰা হয় । আমি ৰিপোৰ্ট দিয়া বিষয়াহে । তথাপি মই ৰাইজক মাটিৰ পট্টাদিয়া, বেদখল উচ্ছেদ কৰা, অবৈধ মদ-জুৱা বন্ধ কৰা, পৰীক্ষাৰ দুৰ্নীতি বন্ধ কৰা আৰু বান-গৰাখহনীয়া ৰোধৰ কাম যথাসম্ভৱভাৱে হোৱাৰ সম্পৰ্কত সংশ্লিষ্ট সকলক শীঘ্ৰে জনাম আৰু মোৰ ক্ষমতাত থকাখিনি মই কৰিম বুলি কথা দিছো ।"

চক্ৰ বিষয়া বড়োৰ আশ্বাসত কিছু সকাহ পাই সকলোইতে ওচৰ চাপিল বিদ্যালয় সমূহৰ পৰিদৰ্শক ডাণ্ডৰীয়াৰ ওচৰত । পৰিদৰ্শকজন বেয়া মানুহ নহয় । তেৰোঁ সৰল স্বীকাৰোক্তিৰে ক'লে -

"সোণজিৰি হাইস্কুল আৰু হায়াৰ চেকেণ্ডেৰী পৰীক্ষা কেন্দ্ৰৰ দুৰ্নীতিৰ কথা

জানো। পিছে কম কি ? স্বয়ং অধ্যক্ষ সহশিক্ষক আৰু স্থানীয় নেতা ভালেকেইজনেই এই দুৰ্নীতিত জড়িত। এই সম্পৰ্কত মই পূৰ্বতেও ৰিপোর্ট দিছো। পিছে মাধ্যমিক শিক্ষা পৰিষদ আৰু উচ্চতৰ মাধ্যমিক সাংসদৰ দ্বাৰাহে পৰীক্ষা কেন্দ্ৰবোৰ পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰা হয়। তেওঁলোকৰ মাজতো কিছুমান অসৎ বিষয়া আমোলাই এই কেন্দ্ৰবোৰৰ দালালহঁতৰ লগলাগি বেপাৰ চলায়। ইফালে বোৰ্ড আৰু কাউন্সিলৰ সৎ মুৰব্বী সকলো বহু সময়ত অসহায় হৈ পৰে। কাৰণ কঠিন ব্যৱস্থা ললেই শাসক দল স্থানীয় মন্ত্ৰী বিধায়ক আৰু প্ৰভাৱশীল ছাত্ৰনেতাইও হস্তক্ষেপ কৰে। তথাপি মই এইবাৰ কঠোৰ ৰিপোর্ট দিম। সোণজিৰিৰ কেন্দ্ৰ দুটা বন্ধ কৰাটোতো আপোনালোকে বিচৰা নাই। তেনে কৰিলেতো স্থানীয় ৰাইজৰ অসুবিধা হ'ব। গতিকে আগন্তুক পৰীক্ষাত কেন্দ্ৰত এজন দণ্ডাধীশ নিয়োগ কৰিবলৈ মই বিভাগক টানি অনুৰোধ কৰিম।"

শিক্ষা পৰিদৰ্শকৰ মন্তব্য আৰু আশ্বাসত সুখী হৈ সোণজিৰিৰ ৰাইজৰ প্ৰতিনিধি সকলে এইবাৰ সোণজিৰি খণ্ড উন্নয়ন বিষয়াৰ ওচৰত স্মাৰক পত্ৰ দিলে। জনপ্ৰিয় বি, ডি. অ' ন-ৰাম মৰাঙে বিনীত সুৰত ক'লে -

"ৰাইজ, আমাক উন্নয়ন বিষয়া বুলি কলেও আচলতে আমাৰ হাত ভৰি বন্ধা চৰকাৰ আৰু মন্ত্ৰী বিধায়ক, বিশেষকৈ স্থানী শাসকীয় দলৰ নেতাৰ দ্বাৰাহে আমাৰ অফিচ চলে। তেওঁলোকৰ নিৰ্দেশতহে উন্নয়নৰ আঁচনি, কাম বণ্টন আৰু ঠিকাদাৰ নিৰ্বাচনৰ কাম চলে। তাত বাধা দিলেই আমাক দুৰ্গম ঠাইলৈ বদলি কৰি দিয়া ভাবুকী দিয়ে আৰু তেনে কৰেও। গতিকে আমি বিষয়াবোৰ কেৱল চাকৰিৰ স্বাৰ্থত সিহঁতৰ হাতৰ পুতলাহে। আমাৰ বিবেক-বিবেচনা আৰু চৰকাৰী বিধি এইক্ষেত্ৰত প্ৰায়েই অচল। তথাপি আপোনালোকক মই প্ৰতিশ্ৰুতি দিছো যে সোণজিৰি কৃষ্টিভৱন আৰু সাংস্কৃতিক প্ৰকল্পৰ উন্নতি আৰু বিকাশ সাধনৰ বাবে অন্ততঃ ৫ লাখমান টকা অনুদান দিয়াৰ বাবে স্থানীয় বিধায়ক, মন্ত্ৰী মহাশয়, ডি. চি. প্ৰজেক্ট ডিৰেক্টৰ আৰু শাসক নেতা সকলক বিশেষভাবে অনুৰোধ এইবছৰৰ ভিতৰতেই ব্যৱস্থা কৰিম। তদুপৰি জনজাতীয় কৃষ্টি-সংস্কৃতিৰ প্ৰশিক্ষন, বোৱা-কটাৰ উদ্যোগ, মুগা পালনৰ বাবে চোমনি আদি গছ, গাহৰি, ছাগলি, কুকুৰা-হাঁহৰ ফাৰ্ম আদিৰ বাবে বিশেষ মঞ্জুৰীৰ ব্যৱস্থা কৰিম।"

বি. ডি. অ'. মৰাঙে দিয়া চাহ মিঠাই তামোল খাই সকলোহঁত আনন্দ মনেৰেই উভতি আহোঁতেই উপলব্ধি হ'ল যে আজিৰ সকলো কামেই শাসক দলৰ এজমিয়া হৈ পৰিছে।

অৱশেষত সকলোহঁত গ'ল ৰান আৰু গৰাখহনীয়া ৰোধ প্ৰকল্প ইঞ্জিনীয়াৰ পকুল মহন্ত আৰু কেম্প অফিচাৰ দত্তৰ ওচৰলৈ। স্মাৰক পত্ৰৰ ২ নম্বৰ দাবীৰ ওকনৰ

আৰু এই আঁচনিৰ সফলতাৰ ওপৰতেই সোণজিৰিৰ ৰাইজৰ জীৱন-জীৱিকাৰ নিৰাপত্তাৰ কথা সৱলাইঁতে বুজাই কোৱাত অভিযন্তা গকুল মহন্তই প্ৰথমে ক'লে -

"চাওক ৰাইজ, মই হ'লো কাৰিকৰী বিশেষজ্ঞ । গতিকে মই মাথোন নিৰ্ম্মাণ কাৰ্য্যত যাতে খুঁত বৈ নেযায় তাকহে চকু দিব পাৰো আৰু খুঁতবোৰ শুধৰোৱাৰ পৰামৰ্শ দিব পাৰো । কিন্তু চৰকাৰ, বিভাগীয় মন্ত্ৰী, শাসকদলৰ নেতা আৰু সিহঁতৰ লগত ভিতৰুৱা বুজাবুজি থকা ঠিকাদাৰ আছে । মোৰ কথাই যে সিহঁতে মানিব তাৰ কি মানে আছে । সেয়ে মোৰ ক্ষমতা কিমান আপোনালোকে নিশ্চয় অনুমান কৰিব পাৰিছে ।"

"মোৰ অবস্থাও তথৈবচ ৰাইজ", কেম্প অফিচাৰ দত্তই মাত লগালে - "মোৰ দায়িত্ব হ'ল কামৰ তদাৰকী কৰা আৰ কামৰ গতি খৰ কৰা । কোনো ধৰণৰ অবহেলাৰ বাবে যাতে কামৰ টাৰ্গেট পূৰা নোহোৱাকৈ নেথাকে সেই দিশত কঠোৰ দৃষ্টি ৰখাহে মোৰ কৰ্তব্য । কিন্তু মইনো কোন ? মন্ত্ৰী বিষয়া শাসকীয় নেতা আৰু ঠিকাদাৰহঁতৰ মাজত যি শঠা মিতিৰালী আছে তাৰ মাজত নামতহে মই আছো যেন পাইছো । কামত নহয় যেন লাগিছে । মোৰো অবস্থা আপোনালোকে নিশ্চয় বুজি পাইছে ।"

"কিন্তু কোনোবাই কিবা মতলবত কামত ফাঁকি দিলে অথবা হেমাহি কৰিলে আপোনালোকে দেখোন ওপৰলৈ জনাই বিহিত ব্যৱস্থা কৰাব পাৰে" সুবিমলে কলে ।

"ভাল কথা কৈছে বুজিছেনে", অভিযন্তা গকুল মহন্তই ঘপৰাই মাত দিলে, "ওপৰলৈ মানে কাৰ কথা বুজাইছে ? মুখ্যমন্ত্ৰীৰ কথা নহয়নে ? পিছে মুখ্যমন্ত্ৰী দেখোন আমাৰ বিভাগীয় মন্ত্ৰী মহাশয় আৰু ঠিকাদাৰহঁতৰ হাতৰ মানুহ । তেনে ক্ষেত্ৰত ....!"

"তেনেক্ষেত্ৰত আপোনালোকে সকলো কথা ৰাইজক আৰু বতৰি কাকতত জনাই দিব পাৰে", সৱলাই অভিযন্তাৰ ঠেকগেক কৰা কথাৰ আঁটধৰি মাত লগালে - "তেতিয়াহ'লে সোণজিৰি আৰু ৰাজ্যৰ মানুহে জানিব পাৰিব আৰু সিহঁতৰ মুখাবোৰ খোলখাই গলে কাম কৰিবলৈ বাধ্য হ'ব ।"

"কি সাংঘাতিক কথা কৈছে আপোনালোকে ?" কেম্প অফিচাৰ দত্তই ভীতিগ্ৰস্তভাৱে প্ৰতি প্ৰশ্ন কৰিলে, "আমাক মৰিবলৈ কৈছে ? তেনে কৰিলে আমাৰ চাকৰি থাকিবনে ? আমাক এৰেষ্টহে কৰিব পাৰে বুইছে ।"

"অৱশ্যে নিৰ্ম্মাণ কাৰ্য্যৰ দুৰ্নীতি ধৰা পৰিলেও আমি কাৰিকৰী আৰু তদাৰকী বিষয়াবোৰেই শাস্তি ভোগীব লাগিব ।" অভিযন্তা মহন্তই অসহায়ভাৱে যোগ দিলে - "তেনেহ'লে আমাক চাচ্‌পেণ্ড, বৰখাস্ত আনকি জেইলো দিব পাৰে । গতিকে উভয় সংকট ৰাইজ, আমি কেৱল সাক্ষী গোপালহে ।"

"নাই নাই, আপোনালোক বেচি ভীতু আৰু নিৰাশ হৈছে", লিপিকাই সাহস

দি ক'লে, "আপোনালোকে নৈতিক সাহস বৃদ্ধি কৰক । কেৱল চাকৰিৰ কথা নেভাবি দেশ আৰু আমাৰ ৰাইজৰ কথা ভাবক । আমি ৰাইজমথা আপোনালোকৰ লগত আছো নহয় । কিয় ভয় কৰিছে । ৰাইজতকৈ ডাঙৰ কোন আছে । শেষত ৰাইজৰে জয় হ'ব ।"

লিপিকাৰ সাহসী কথাতো যেন বিষয়াদ্বয়ৰ মনৰ শঙ্কা নাতঁৰিল । দুয়োজনেই ৰাইজৰ ফালে বোবা চাৱনিৰে চাই থাকিল । সৰলাইঁতে ভাবিলে যে হয় সিহঁত ভয়াতুৰ মেৰুদণ্ডহীন বিষয়া - নহয় সিহঁতৰো দালালইঁতৰ লগত গোপন বুজাবুজি আছে ।

সোণজিৰিৰ নেতাইঁতে আন্দোলনৰ প্ৰথম পৰ্য্যায়ৰ শেষত বুজি পালে যে ৰাইজৰ দাবী পূৰণ হোৱাৰ কোনো সম্ভাবনা নাই । মন্ত্ৰী বিষয়াইঁত হয় মতলববাজী নহয় গা এৰা দিয়া, ভীৰু দায়িত্বহীন । কাৰোৰেই যেন দায়িত্ববোধ আৰু সমাজ দায়বদ্ধতা নাই । দেশ-সমাজ আৰু মানুহৰ ভৱিষ্যত স্বৰ্গ বা নৰককলৈ - য'লৈ যায় যাওক তাতযেন তেওঁলোকৰ কোনো মাথাব্যাথা আৰু কৰণীয় নাই । তেওঁলোক যেন পৰৰ মূৰত খোৱা ভটিয়নি পাৰত যোৱা বিধৰ । এতেকে এনেবোৰ লোকৰ পৰা যে আশা কৰিব পৰা একো নাই সেইকথা সোণজিৰিৰ নেতৃত্বই সম্পূৰ্ণকৈ বুজি পালে । ইফালে ঠিকাদাৰ, দালাল নেতা আৰু স্বাৰ্থপৰ বেপাৰীইঁতৰ পৰা কিবা আশা কৰা মানে অৰণ্যত ৰোদন কৰা । এই পেট ভাটৌইঁতে দৰকাৰহ'লে নৰহত্যা কৰিব, দেশখনক বেচি দিব আৰু সমাজখনক নৰকত পঠাব তথাপি সিহঁতৰ অনুতাপ অথবা মনস্তাপ নহ'ব । ফলত সৰলাইঁত অধিকতৰ কঠিন পৰিস্থিতিৰ সন্মুখীন হ'বলৈ বাধ্য হ'ল - তেহেঁলৈ লাগে যিয়েই পৰিণতি নহলক ।

আন্দোলনৰ দ্বিতীয় পৰ্য্যায়ত সোণজিৰিৰ নেতাইঁত অপৰ অক্ষৰ মুখামুখী হ'বলৈ বাধ্য হ'ল । এই পৰ্য্যায়ত সিহঁতে সমগ্ৰ সোণজিৰিতেই পোষ্টাৰিং কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে । এনে ব্যাপক পোষ্টাৰিং কাৰ্য্যৰ লক্ষ্য হ'ল প্ৰথমতে ৰাইজক সচেতন কৰা, দ্বিতীয়তে অপৰ পক্ষক হুচিয়াৰ কৰা আৰু তৃতীয়তে অপৰ পক্ষৰ প্ৰতিক্ৰিয়াৰ উমান পোৱা । সেয়ে ৰঙা, ক'লা, নীলা আদি বিভিন্ন ৰঙৰ বৰ বৰ হৰফৰ চিত্ৰবিচিত্ৰ পোষ্টাৰ হাতেৰে লেখি, ছপা কৰি আৰু ষ্টেনচিল কাটি শ শ হাজাৰ সংখ্যাত প্ৰস্তুত কৰি সমগ্ৰ সোণজিৰিৰ গাৱেঁ-চহৰে, দোকানে-বজাৰে, দৱালে-আলিয়ে মাৰি দিয়াৰ ব্যৱস্থা কৰা হ'ল । ফলত সোণজিৰিৰ আকাশ-বতাহ লোক চকু, তলৰ শ্লোগানবোৰে ছানি পেলালে-

সোণজিৰি ৰাইজক দখলিকৃত মাটিৰ পট্টাদান কৰক ।

অবৈধ পট্টাদাৰ আৰু দখলীদাৰক উচ্ছেদ কৰক ।

নদীবোৰৰ বান আৰু গৰাখহনীয়া ৰোধ কৰক ।

দুৰ্নীতি আৰু অপচয় বন্ধ কৰক ।

পৰীক্ষাত চলা পাইকাৰী দুৰ্নীতি বন্ধ কৰক ।

মদ আৰু জুৱাৰ প্ৰচলন বন্ধ কৰক ।

বিলাতী মদৰ দোকান বন্ধ কৰক ।

সোণজিৰিৰ নিবনুৱা সকলক কাম দিয়ক ।

সোণজিৰিৰ জনজাতীয় থলুৱা কৃষ্টি-সংস্কৃতি সুৰক্ষা কৰক ।

বিজতৰীয়া অপসংস্কৃতি বন্ধ কৰক ।

সোণজিৰিত বৈজ্ঞানিক পদ্ধতিৰে উন্নত কৃষিৰ ব্যৱস্থা কৰক ।

সোণজিৰিত সস্তীয়া সুলভ মূলত ৰাজহুৱা বিতৰণৰ ব্যৱস্থা কৰক ।

সোণজিৰিৰ মদপী-জুৱাৰী-দলালহঁতৰ উদ্ভণ্ডালী বন্ধ কৰক ।

এনে ধৰণৰ শ্লোগানৰ অসংখ্য পোষ্টাৰে গোটেই সোণজিৰিত এক অভূতপূৰ্ব্ব দৃশ্যৰ সৃষ্টি কৰিলে । পোষ্টাৰবোৰ পঢ়ি আৰু পঢ়াই সোণজিৰিৰ সাধাৰণ মানুহে আপোন জীৱন-জীৱিকাৰ ধ্বনি দেখি আনন্দ আৰু উৎসাহ অনুভৱ কৰিলে । তেওঁলোকে ভাবিলে যে এইবোৰ দাবী পূৰণ হ'লে তেওঁলোকৰ উন্নতি হ'ব আৰু সেয়ে তেওঁলোকে আন্দোলনত যোগ দিয়া উচিত । কিন্তু বিপৰীতে ভণ্ড-দালাল সুবিধাভোগীহঁত খণ্ডত জাণ্ডুৰ খাই উঠিল ।

# ওঠৰ

সোণজিৰিত পোষ্টাৰবোৰ যেন জুইৰ ফিৰিঙতিহে হৈ পৰিল । কেউফালে যেন আগ্নেয়গিৰিহে উদ্‌গীৰণ হৈ চাৰিওফালে গলন্ত লাভাবোৰ ছিটিকি পৰিল । সোণজিৰিত জুই জ্বলিল । চাৰিওফালে উত্তেজনাই সোণজিৰি কঁপাই তুলিলে । এক ভয়ঙ্কৰ ভূমিকম্পইহে যেন সোণজিৰিক জোকাৰি গ'ল । মাইক, কেছেট, মদ-জুৱাৰে অশান্ত কৰি থকা সোণজিৰি যেন পোষ্টাৰবোৰ তীক্ষ্ণ শ্লোগানৰ আঘাতত বিস্ফোৰণমুখী হৈ পৰিল । কোন সময়ত সোণজিৰি অশান্তিত ফাটি পৰিব তাৰ নিশ্চয়তা নোহোৱা হ'ল । এক যুদ্ধং দেহি মনোভাবে সোণজিৰিক অস্থিৰ কৰি পেলালে । এসময়ৰ অতি শান্ত-শিষ্ট আৰু এতিয়া আধুনিক নিচাগ্ৰস্ত সভ্যতাৰ আঘাতত পৰিশ্ৰান্ত সোণজিৰিখন যেন এতিয়া জ্বালামুখীৰ সন্মুখত থৰথৰ কম্পমান । কোনেও নেজানে কেতিয়া ফাটি পৰি সকলো জ্বলাই দিব ।

সোণজিৰিৰ নেতাসকলে বিশেষভাৱে আৰু বাইজে সাধাৰণভাৱে বুজি পালে যে এখন ভদ্ৰ-সভ্য-সংস্কৃত জন্মভূমিৰ সুৰক্ষা আৰু বিকাশৰ বাবে তেওঁলোকৰ বাবে এয়া হয়তো শেষ সংগ্ৰাম । এই সংগ্ৰামৰ সফলতাৰ ওপৰতেই ঠাইখনৰ ভৱিষ্যত নিৰ্ভৰ কৰিব । তেওঁলোকৰ এই কঠোৰ সংগ্ৰামৰ সফলতাই নিশ্চয় সোণজিৰিলৈ এক কল্যানময় ভৱিষ্যত আনি দিব অথবা অন্যথাই সোণজিৰিয়ে অপশক্তিবোৰৰ ওচৰত আত্মসমৰ্পন কৰি এখন কুৎসিত জগতকেই আদৰি লব লাগিব । সেয়ে তৰিম অথবা মৰিম প্ৰতিজ্ঞাৰেই সিহঁতে আগবাঢ়িব লাগিব । পিছুৱাই যোৱাৰ অথবা আপোচ কৰাৰ সময় আৰু অৱকাশ নাই । তেনে কৰিলে ইতিহাসে সিহঁতক ক্ষমা নকৰিব । সিহঁত বিফল হ'লেও অন্ততঃ ভৱিষ্যতলৈ এক আদৰ্শৰ পটন্তৰ থাকি যাব । ভাৱী প্ৰজন্মই তাৰ পৰাই সাহস আৰু প্ৰেৰণা লব । কাৰণ সিহঁতৰ দৃঢ়বিশ্বাস যে সোণজিৰিয়ে কেৱল কিছুমান ভীৰু কাপুৰুষ আৰু নীচমনৰ অপদাৰ্থৰেই জন্ম নিদিব, বৰঞ্চ সৎ-সাহসী, আদৰ্শপ্ৰাণ দেশপ্ৰেমীক বীৰ সন্তানবো জন্ম দিব । সিহঁতেই এদিন নহয় এদিন সৰলা-সুবিমল-সূৰ্য্যহঁতৰ দুৰ্গম কণ্টকাকীৰ্ণ অথচ স্বৰ্ণালী পথ অনুসৰণ কৰিব আৰু সুন্দৰ সোণজিৰি গঢ়ি তুলিব ।

"আমাৰ সন্মুখত যে চৰম সময় আহি পৰিছে নিশ্চয় বুজি পাইছা বালা", সুবিমলে চিৰিয়াচ হৈ ক'লে, "তুমি কি ভাবিছা ? সাজুনে যেই কোনো পৰিণতিলৈ ?"

"এতিয়া আৰু থেৰগেৰ অথবা হেন্তনেস্ত কৰাৰ সময় আছে জানো বিমল ?" সৰলাইও সমান গাম্ভীৰ্য্যৰেই প্ৰতিপ্ৰশ্ন কৰি ক'লে, "জানো শত্ৰু সবল । চৰকাৰ, পুলিচ, বেপাৰী, ঠিকাদাৰ শাসক আৰু ভণ্ড শিক্ষাবিদ সকলো গোটে খাইছে । তথাপি আমাৰ চেনেহৰ এই পানেইহঁতৰ বাবে অনাগত অন্ধকাৰ জগত এখন ৰাখ কেনেকৈ

মানি লম ?"

ইতিমধ্যে হাইস্কুলৰ দেওনা পোৱা পকা কমলাৰ দৰে টুপটুপীয়া পাটগাভৰু পানেইক আবেগেৰে সাবটি ধৰি সৰলাই স্বৰ্গত্যোক্তি কৰি ক'লে, "পানেই, আইজনী, তইঁতে বাৰু আমাৰ বুকুৰ বেথাবোৰ বুজি পাবিনে ? তইঁতৰ বাবে আমাৰ বৰ্ত্তমানবোৰ সমৰ্পিব খোজা আদৰ্শক তইঁতে ৰক্ষা কৰিবিনে ?"

"মা আৰু দেউতা, তোমালোকৰ চকুবোৰ কিয় সেমেকি পৰিছে ?" সকলোবোৰ জটিল কথা ভালদৰে বুজি নোপোৱা কিশোৰী পানেয়েও দুচকু ঢুলঢুলীয়া কৰি ক'লে, "তোমালোকে আমাৰ বাবে কৰিব খোজা কামৰ বাধা দিয়াইঁতক আমি কেতিয়াও ক্ষমা নকৰিম । তোমালোকৰ তেজ আমাৰ গাত নাই নেকি ?"

"দাদা আৰু নবৌ" চণ্ডীৰামে আক্ষেপেৰে হস্তক্ষেপ কৰি ক'লে, "তোমালোকে কিয় ইমান অত্যাধিক চিন্তা কৰিছা ? এই ফুলকুমলীয়া কিশোৰীজনীকো কিয় অবুজ মনস্তাপ দিছা ? মাছ ধৰিলে শিঙিয়ে ফুটেই । আমাকো তেনে অপশক্তিৰ শিঙিয়ে ফুটিব পাৰে । তাঁলৈ ভয় কৰিতো এতিয়া আমি থমকি ৰ'ব নোৱাৰো । লুইত জানো কেতিয়াবা থমকি ৰয় ?"

সোণজিৰি কৃষ্টিভৱনৰ সংলগ্ন পুথিভঁৰালৰ পাঠাগাৰত বহি সূৰ্য্য আৰু লিপিকাই সম্মুখৰ জীৱন-মৰণ সংগ্ৰামৰ সম্পৰ্কে গভীৰ আবেগেৰে আলচ কৰিলে -

"আমি বাৰু এক ভয়ঙ্কৰ পৰিণতিৰ মুখামুখী হ'বলৈ যোৱা নাইনে সূৰ্য্যদা ?" নিৰ্জন পাঠাগাৰটোক কঁপাই তুলি ভিজা মাতেৰে ক'লে লিপিকাই, "আপোনাৰ শিল্প সাধনা আৰু মই আপোনাক দিব খোজা প্ৰেমৰ প্ৰেৰণাৰে কাৰেংঘৰটো ভাগি পৰিব নেকি ?"

"ধেৎ আঁকৰিজনী" লেহুকা লিপিকাক বুকুত সোমোৱাইলৈ সূৰ্য্যইও আবেগেৰে উত্তৰ দিলে, "চোৱা লিপিকা, জ্যোতিপ্ৰসাদে কৈ যোৱা দুস্কৃতিৰ বিৰোধী এইক সংস্কৃতিৰ সংগ্ৰামখনৰ নেতৃত্ব মোৰ দৰে শিল্পী আৰু তোমাৰ দৰে শিল্পী সাধিকা সকলেই লব লাগিব । তুমি এনেকৈ নিৰাশ আৰু হতাশাত ভাগি পৰিলে কেনেকৈ হ'ব । ভীৰুকাপুৰুষ পলায়নবাদী ঠুনুকা প্ৰেমৰ কাৰেংঘৰ ভাগি পৰিলে পৰক । আমি সৎ-সাহসী দেশ আৰু মানৱতাৰ শৌৰ্য্যৰে নিৰ্য্যসিত অমল প্ৰেমৰহে পূজাৰী বুজিছা । দুস্কৃতিৰ অন্ধকাৰে আমাৰ দৈহিক পেমৰ জতুগৃহ ভাঙি পেলালেও আত্মিক প্ৰেমৰ অমৰত্বক কোনে স্পৰ্শ কৰিব পাৰিব । গতিকে বুকুত সাহস মনত বল আৰু হৃদয়ত দৃঢ়তা বান্ধা । আমাৰ জয় অনিবাৰ্য্য ।"

ইফালে সোণজিৰি কলেজ চুটিৰ পিছত আৰু আনসকলোবোৰ যোৱাত কিছু ব্যক্তিগত কামৰ অজুহাতত নুৰুল আৰু ৰেৱতীও বহিল কমনৰোমৰ নিৰ্জ্জনতাত । নুৰুলৰ পুৰঠ দেহত আউজি ৰেৱতীয়ে গম্ভীৰ মগ্নতাৰে ঘৰৰ চিলিঙৰ ফাললৈ চাই

থাকিল । নুৰুলেও ৰেৱতীৰ চুলিৰ সুবাস উপভোগ কৰি ৰেৱতীৰ দুহাত নিজৰ হাতত তুলিলৈ নীৰৱেই বহু সময় কটালে । দুযোৰে যেন কবলৈ একো নাই, আছে মাথোন কেৱল গভীৰ অনুভৱ আৰু অনুভূতিৰ নীৰৱ বিনিময় কৰাৰ গুৰুগম্ভীৰ অথচ আবেগ বিহ্বল কিছুমান মধুৰ মুহূৰ্ত্ত ।

"ৰেৱতী কনেং মোৰ, কোৱা আৰু' কিবা এটা" নুৰুলেই প্ৰথমে মৃদুসুৰত মাত লগালে, "সৌৱা কেঁচা সোণ বৰণীয়া অস্তগামী আপেলটোৱে আমাক ইঙ্গিত দিছে । সি আৰু আমাৰ ইমান সুখ সহ্য নকৰে । সি সেন্দুৰীয়া ওৰণি গোচাই আন্ধাৰত ডুব মাৰিব ।"

"কম কি মোৰ কাংকানটো", ৰেৱতীয়ে চৰম আবেগ বিহ্বল মাতেৰে ফুটানুফুটাকৈ উত্তৰ দি ক'লে, "ঠিকেই ধৰিছা সোণটো সৌ সোণালী আপেলটোক আন্ধাৰে সহ্য নকৰাৰ দৰে সোণজিৰিৰ কুৰুচ আন্ধাৰবোৰেও আমাক বহুদিন সহ্য নকৰিব যেন লাগিছে ।"

"অ' সেইকথা ভাবি তুমি বিচলিত হৈছা নহয়নে সোণজনী ?" নুৰুলে যেন কিছু ৰহইচ কৰি প্ৰশ্ন কৰিলে, "কথাটো ময়ো নভবাকৈ থকা নাই । পিছে চাপৰিলে মেঘ নাতঁৰে নহয় ।"

"হয় নুৰুলদা, কথাটো ময়ো বুজি পাইছো ।" ৰেৱতীয়ে স্বপ্নময় মগ্নতাৰ পৰা বাস্তৱলৈ আহি নুৰুলৰ চুলিত আঙুলি ফুৰাই গোনকৈ বহি লৈ ক'লে, "জানো আমাৰ পথা গোলাপী নহয়, কাঁইটীয়া । তথাপি কাঁইটীয়া মন অতিক্ৰমী গোলাপ ছিঙিব পৰা যায় । গতিকে যিকোনো পৰিণামলৈ প্ৰস্তুত হোৱাৰ বাহিৰে কিবা গত্যন্তৰ আছে জানো সোণটো ?"

"নাই, তাৰ কোনো বিকল্প নাই কনেং মোৰ" নুৰুলেও কণ্ঠত সৰলতা সানি উত্তৰ দিলে, "সৰলা বাইদেৱে সুবিমলদাৰ লগত প্ৰেমৰ কোনো স্বাদ নোপোৱাকৈয়েই দেউতাকৰ সূৰ্য্যমুখী স্বপ্ন এটা সোণজিৰিলৈ কঢ়িয়াই আনিলে । সেই স্বপ্নৰ কুশীলৱৰূপে আমাকো ইয়ালৈ লৈ আহিল । সেই সূৰ্য্যমুখী স্বপ্ন বাস্তৱায়িত হোৱাৰ পথতেই আজি অন্ধকাৰৰ প্ৰচ্ছায়াই আকাশ ঢাকি পেলোৱাৰ উপক্ৰম কৰিছে । এনে স্বপ্নোজ্বল পথৰ পথিক হৈ আমি জানো ভাবালু প্ৰেমৰ আবিলতাত বন্দী হৈ উট চৰাইৰ দৰে বালিত মূৰ গোজি থাকিব পাৰিম চেনেহী ৰেৱী মোৰ ?"

"নোৱাৰো, নোৱাৰো নুৰুলদা, সাহসৰ কলিজাটো মোৰ" এইবাৰ আবেগ আঁতৰাই ৰেৱতীয়ে সাহসেৰে থিয় হৈ উত্তৰ দি ক'লে, "আমাৰ যুগ্মপ্ৰেমে সোণজিৰিৰ প্ৰেমলৈ, সোণজিৰিৰ মানুহৰ প্ৰেমলৈ ৰূপান্তৰ হওক । ব্যক্তিপ্ৰেমে বৃহত্তৰ মানৱতাৰ মহত্ব লাভ কৰক ।"

আনহাতেদি সোণজিৰিৰ বাহিৰ-ভিতৰৰ অপশক্তিবোৰো শুই নেথাকিল ।

পোহৰৰ বিৰুদ্ধে আন্ধাৰৰ যুঁজ চিৰন্তন । সিহঁতৰ ওপৰত কৰা এনে অপমান আৰু আক্ৰমণ কিয় সহ্য কৰিব ? সিহঁতৰ কিহৰনো অভাৱ । সিহঁতৰ সকলো আছে । আছে চৰকাৰ, পুলিচ, মন্ত্ৰী বিষয়া, শাসকদল, ধন-ক্ষমতা, ঠিকাদাৰ-মহাজন, মদ-জুৱা, বেশ্যা-গুণ্ডা আদি সকলো । সিহঁতে কৰিব নোৱাৰা কামনো কি আছে ? ইচ্ছা কৰিলে সিহঁতে সকলো ওলট-পালট কৰি দিব পাৰে । ধন দিব পাৰে, পুলিচৰ দ্বাৰা এৰেষ্ট কৰাব পাৰে, গুণ্ডা লগাই মাৰপিট কৰি ঠাণ্ডা কৰিব পাৰে, খুন-জখম-ৰক্তপাত আনকি হত্যা পৰ্য্যন্ত কৰাব পাৰে । জাত-পাত-ধৰ্ম্ম-সম্প্ৰদায়, থলুৱা-বহিৰাগতৰ নামত জ্বলাই দিব পাৰে । মদ খোৱাই, বেশ্যা লগাই, দালালৰ হতুৱাই সিহঁতে চব কৰিব পাৰে । গতিকে সিহঁতে কালৈ ভয় কৰে ? চৰকাৰ, আইন, পুলিচ আটাইবোৰেই সিহঁতৰ খামোচত । সোণজিৰিৰ এই টুকুনা নেতা কেইটালৈ সিহঁতে কিহৰ ভয় কৰিব । সিহঁতক জব্দ কৰাৰ সকলো কায়দাইতো সোণজিৰিৰ মাতালহাতীহঁতৰ হাতত আছে । এই বুৰ্ব্বক মখাই নেজানে নেকি সেই মুৰ্খহঁতৰ সত্যযুগ গ'ল বুলি । এতিয়া আহিল কলিৰ যুগ । ধনবান ক্ষমতাৱালাহঁতৰ যুগ । এতিয়াৰ আৰু আন্দোলন, অনশন, বিক্ষোভ আদিবোৰ অচল । টকা এতিয়া ভাই যি পাৰা ঢাহিমুহি মৌজ কৰা, খাইবৈ ফুৰ্ত্তি কৰা । নোৱাৰিলে খাবলৈ নেপাই লেলাই-ধেন্দাই, ৰাস্তাই-ঘাটে পৰি মৰা । এয়াই হ'ল এতিয়াৰ কুবেৰধৰ্ম্ম যুগধৰ্ম্ম । এতেকে সোণজিৰিৰ এই নিৰীহ ৰাই আৰু মুৰ্খ নেতৃত্ব কিয় স্বয়ং ভগবান দেৱতা ভূতপ্ৰেতলৈও সিহঁতে ভয় নকৰে । বৰঞ্চ ঈশ্বৰ-ভগবান যদি কলি যুগত আছে স্বয়ং সিহঁতেই ।

নাই নাই, নোৱাৰি । সিহঁতৰ ইমান স্পৰ্দ্ধা, ইমান অতপালি, ইমান দুঃসাহস সহ্য কৰিব নোৱাৰি । নোৱাৰি সিহঁতক ইমান কৰিবলৈ দিব । সিহঁতক অধিক আগবাঢ়িবলৈ দিব নোৱাৰি । বাঘৰ মুখত হাত দি, সাপৰ গাঁতত ভৰি থৈ আৰু ম'হৰ শিঙত মুৰ থৈ সিহঁত কিমান দিন বাচি থাকিব । অধিক দি এনেদৰে উভোতগোৰে নাচিবলৈ এই চহাভূতমখা আৰু সিহঁতৰ যক্ষনেতাহঁতক এৰি দিব নোৱাৰি । গতিকে সিহঁতবোৰ এদিন মাজনিশা বহিল সোণজিৰিৰ ডাক বঙলাত অতি গোপনে কেৱল সিহঁতৰ নিজৰ মানুহখিনিকলৈ, সিহঁতৰ কৰ্ম্মপন্থাৰ সম্পৰ্কে আলোচনা কৰি সিদ্ধান্ত গ্ৰহণ কৰিবলৈ ।

সোণজিৰিৰ নেতা চূড়ামণি কুৰিজনমান ধূৰ্ত্তনেতাহে সমবেত হ'ল । মন্ত্ৰী নবীন পাদুন, পুলিচ অ'. চি. মাখন লাহন, ঠিকাদাৰ পদ্ম টাইদ আৰু গজেন মিলি, শাসক নেতা বিজু ফুকন আৰু পঙ্কজ ৰয়, অধ্যক্ষ অনিল পেগু আৰু উপাধ্যক্ষ নৰেণ লাচন, ব্যৱসায়ী নেতা ৰামলাল আগৰৱালা, মদ বেপাৰী খটাসুৰ পাতিৰ আৰু দালাল গুণ্ডা হাতী বৰুৱা আদি । সন্মুখত মদ আৰু মাংস পৰিবেশনত ব্যস্ত ৰংচঙীয়া পোছাক আৰু ঠুটবোলোৱা মুখেৰে সুন্দৰ ৰামদুলাৰী । কাষৰ পৰা পশ্চিমীয়া উত্তেজক সঙ্গীতৰ উত্তাল

মূৰ্চ্ছনা তড়িৎ বেগত বাজি আছে ।

"আমাৰ মন্ত্ৰী মহাশয় পাদুন চাৰ আৰু অ'. চি. লাহন চাৰ থাকোতে সোণজিৰিত কেনেদৰে এনেকুৱা বলিয়ালী চলি থাকিব পাৰিছে ?" শাসক নেতা বিজু ফুকনেই হাতত মদৰ গিলাচ লৈ আৰম্ভ কৰিলে, "এনে অৰাজকতা চলিবলৈ ইয়াত শাসন বুলি একো নায়েই নেকি ?"

"ফুকনদাই ঠিকেই সুধিছে", অধ্যক্ষ অনিল পেগুৱে তেওঁক সমৰ্থন কৰি ক'লে, "সাধাৰণ মানুহৰ কথা বাদেই আনকি অধ্যাপক অধ্যক্ষ বিষয়া শিক্ষক আদি চৰকাৰী দায়িত্বশীল লোকেওনো কেনেকৈ অতবোৰ অন্তপালি কৰি ফুৰিব পাৰিছে ভাবিলে আচৰিত লাগে ।"

"এনেকুৱা অৰাজকতা দেখি আমি শাসক দলেও লাজ পাইছো চাৰ", শাসকনেতা পঙ্কজ বয়েও মাত লগালে, "এনে গুণ্ডামী চণ্ডালীব নোবাৰিলে আমি দলৰ পৰা ৰিজাইন দিব লাগিব ।"

"চাওক চাৰ, আমি ব্যৱসায় কৰিছো, ৰাইজক বস্তু যোগান ধৰিছো আৰু চৰকাৰক চেলচ্ টেক্স দিছো । তাৰপিছতো আমাক বেইজ্জত কৰিলে কি উপায় আছে ?" ৰামলালেও আপত্তি কৰিলে ।

"আমিও চাৰ পাৰ্মিট লৈহে বিলাতী মদৰ দোকান দিছো, বাবুসকলক তৎকা দামী মদ যোগাইছো আৰু চৰকাৰক আবকাৰী কৰ দিছো । তথাপি আমাৰ দোকান উচ্ছেদ কৰাৰ দাবী কৰি থাকিলে আমি আইন অনুগত ব্যৱসায়ীয়ে বাৰু কি কৰিব পাৰো চাৰ ?" মদ বেপাৰী খটাসুৰে গোজগোজালে ।

"আমাৰ উপায় নোহোৱা হৈছে চাৰ", ঠিকাদাৰ পদ্ম টাইদ আৰু গজেন মিলিয়ে প্ৰায় সমস্বৰেই অভিযোগ কৰি ক'লে, "আপুনি চাৰ মাজে মাজে আমাৰ বাহুৰ কাম চায়েই আছে । অভিযন্তা আৰু কেম্প বিষয়াই দিনে নিশাই আমাৰ কামৰ গুণাগুণ আৰু অগ্ৰগতি চায়েই আছে । তাৰ পিছতো হকে বিহকে আমাক জুলুম দি থাকিলে আমি কাম কেনেকৈ চলাওঁ চাৰ ? ইফালে কাম সময়মতে নহ'লেও আমাৰ আৰু চৰকাৰৰ বদনাম, আমাৰ পে'মেন্ট বন্ধ আৰু ৰাইজ বানত ডুবিব । গতিকে কিবা উপায় কৰি যাওক চাৰ । নহ'লে আমি কাম এৰি দিব লাগিব ।"

সকলোৰে ওজৰ-আপত্তি অভিযোগ আৰু দুখ প্ৰকাশৰ ৰিপোৰ্ট মদৰ গিলাচত মুখ দি ৰহস্যভৰা দৃষ্টিৰে নীৰবে চাই থকা মন্ত্ৰীলৈ চাই অ'. চি. লাচনে সামান্য কঠিন মাতেৰে উত্তৰ দি ক'লে -

"চাওক ৰাইজ, আমি সামান্য আইন ৰক্ষক বিষয়া । আমিও চৰকাৰৰ নিৰ্দেশ আৰু দেশৰ আইন বিধি মানিহে কাম কৰিব পাৰো । অন্যথাই আমাৰ বিৰুদ্ধেও জনমত, বাতৰি কাকত, আইন আৰু ৰাইজ আছে । বঢ়াবঢ়ি কৰিলে আমিও শাস্তিৰ সম্মুখীন হৈ

প্ৰমোচন বন্ধ, চাকৰি অৱনমন, চাচপেণ্ড, ডিচাৰ্জ, আনকি জেইল খাব লগাও হ'ব পাৰে। এনে অৱস্থাত আপোনালোকে বা মই বিচৰা মতেই মই শাসন চলাব নোৱাৰো। গতিকে মন্ত্ৰীহুজুৰে যদি মোক বিশেষ পাৱাৰ আৰু হুকুম দিয়ে তেতিয়া অৱশ্যে মই সিহঁতৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা লব পাৰো। ইতিমধ্যেই সিহঁতৰ অতপালি নিয়ন্ত্ৰণ কৰিবলৈ সোণজিৰিত অধিক আৰক্ষী বাহিনী মোটায়েন কৰিছোৱেই।"

অৱশেষত যেনিবা সুন্দৰী ৰামদুলাড়ীৰ দ্বাৰা আপ্যায়িত হৈ তাইৰ বাহুত আউজি লৈ মাননীয় মন্ত্ৰী মহাশয় নবীন পাদুনে নিচা জড়িত কণ্ঠেৰে মাত লগালে -

"চাওক বন্ধু সকল, এইখন এখন গণতান্ত্ৰিক দেশ। গতিকে আমাৰো কাম-কাজ আৰু আইনৰ শাসন বাহিৰত গণতান্ত্ৰিক যেচন এটা ৰাখিহে চলাব লাগে। নহ'লে আমিও জবাবদিহি হ'ব লাগে। তদুপৰি সোণজিৰি মোৰ নিজা সমষ্টি আৰু আন্দোলনকাৰীহঁতো মোৰেই ভোটদাতা। তাতে তেওঁলোকৰ দাবীবোৰো যুক্তিহীন নহয়। তেওঁলোকৰ ভোটো মোক লাগে। সেয়ে আমি অতি সাৱধানেৰে আগবাঢ়িব লাগিব। শান্তিপূৰ্ণ গণতান্ত্ৰিক আন্দোলনৰ ওপৰত আমি পুলিচ লগাব নোৱাৰো। তেনে কৰিলে আমাৰ চৰকাৰৰ বদনাম হ'ব আৰু বিৰোধী সকলে সুযোগ পাব। গতিকে আপোনালোকে কৌশল কৰি সিহঁতৰ আন্দোলনক হিংসাত্মক সজাব লাগিব। সিহঁতৰ ওপৰত ৰাজনৈতিক, সামাজিক, ধৰ্ম্মীয় আৰু সাম্প্ৰদায়িক ৰং সানি সিহঁতবোৰ আৰু সিহঁতৰ আন্দোলনক বিভেদকামী, অগণতান্ত্ৰিক আৰু সাম্প্ৰদায়িক ৰূপ দিব পাৰিব লাগিব। তাৰ বাবে আপোনালোকে ধন-সম্পদ-মদ-বেশ্যা আৰু অপপ্ৰচাৰৰ বৃদ্ধিৰে সিহঁতক পৰ্য্যুদস্ত কৰিব লাগিব। তাতো নহ'লে স্থানীয় গুণ্ডা, খুনী যশমী আদিকো সিহঁতৰ বিৰুদ্ধে প্ৰয়োগ কৰিব লাগিব। তাৰপিছত আমাৰ চৰকাৰ, শাসক দল, আইন, পুলিচ, কাৰাগাৰ আৰু মই নিজেই আপোনালোকৰ লগত আছোৱেই। মাথোন মোৰ চৰ্তবোৰ আপোনালোকে পূৰণ কৰিব লাগিব। ভয় কৰিব নেলাগে। চাৰিওফালে বলিয়া কুকুৰ মেলি দিয়ক। হাৰিআপ বন্ধুসকল।"

মন্ত্ৰী মহাশয়ৰ চুনৰ ভুৰুকাত হাতী সোমোৱাৰ দৰে চমু অথচ অতি অৰ্থপূৰ্ণ বক্তৃতা শুনিয়েই এই চালাক চতুৰ নেতাসকলে মন্ত্ৰীৰ ইঙ্গিততেই যেন সকলো বুজি পালে। বুজি পাবলৈ অকনো সময় নালাগিল। এতেকে প্ৰত্যেকেই ভৱিষ্যত কৰ্ম্মপন্থাৰ বাবে হাতে কামে লাগি গ'ল। সিহঁতৰে বিৰামৰ অবকাশ নাই। পিছলৈ চাবলৈ আহৰি নাই।

# ঊনৈশ

কেইদিনমানৰ ভিতৰতে সমগ্ৰ সোণজিৰিতেই এক নতুন ৰূপে দেখা দিলে। গোটেই চহৰখন আনকি গাঁৱে গাঁৱেও পুলিচ বেটেলিয়ানে সশস্ত্ৰভাবে তহল দিবলৈ ধৰিলে। সিহঁতে পৰোক্ষ-প্ৰত্যক্ষভাবে ভয়-ভাবুকীৰে সন্ত্ৰাসৰ সৃষ্টি কৰিবলৈ ললে। ঠায়ে ঠায়ে আনকি দুই চাৰি নিৰীহ লোকক লাঠিৰে কোবাই আৰু বন্দুকৰ কোন্দাৰে খুন্দিয়াই প্ৰহাৰ কৰা আৰম্ভ কৰিলে। গোটেই সোণজিৰিখনতেই ১৪৪ ধাৰা জাৰি কৰি মানুহ গোটখোৱা আৰু মেল সভা পতা নিষিদ্ধ কৰি দিলে। বজাৰে সমাৰে গোটখোৱা মানুহক ভয় খুওৱাবলৈ শূন্যতে আবাজ কৰি ফাকা বন্দুক ফুটাবলৈ ললে। ফলত দিনতে মানুহ ওলাবলৈ, ফুৰাচকা কৰিবলৈ আৰু বজাৰ সমাৰ কৰিবলৈ ভয় কৰা হ'ল। অথচ দোকানী বেপাৰী মদপী বেশ্যা গুণ্ডা আৰু ঠিকাদাৰ দালালহঁতে অবাধেই হৈ হাল্লা হুলস্থূল চিএৰ বাখৰ আৰু অশ্লীল অবাইচ মাতেৰে পূৰ্বতকৈও অধিক উত্তগোলী কৰি ফুৰা দেখা গ'ল। ইফালে সোণজিৰিৰ পৰীক্ষা কেন্দ্ৰত ৰাজ্যখনৰ কুৰিখনমান জিলাৰ পৰা দালালে গোটোৱা নামী-বেনামী হাজাৰ পৰীক্ষাৰ্থীৰে লাখ লাখ টকাৰ খোলা বজাৰ অধ্যক্ষ অনিল পেগু, উপাধ্যক্ষ নৰেণ লাচন আৰু সহশিক্ষক ৰবীন ৰূপাই বদনহঁতে চলাবলৈ কুণ্ঠাবোধ নকৰিলে। সিহঁতে ৰাজহুৱাভাবে উলঙ্গ হৈ দিবলৈও লজ্জাবোধ নকৰিলে।

সোণজিৰিৰ নেতাহঁতে এনেবোৰ ঘটনাত কিছু চিন্তিত হ'লেও বিশেষ ভয় নাখালে। কাৰণ সিহঁতে জানে যে সমস্ত চৰকাৰ অৰ্থাৎ ৰাষ্ট্ৰযন্ত্ৰটোৱেই যেতিয়া কুৎ সিৎন্যান্ত স্বাৰ্থত এই অপশক্তিবোৰৰ লগত থাকে তেতিয়া এনেবোৰ হিংস্ৰ প্ৰদৰ্শন তেনেই স্বাভাৱিক। ফলত গণতান্ত্ৰিক মুখাৰ তলত থকা এনে চৰকাৰী বে-চৰকাৰী হিংস্ৰতাৰ বাবেই আজি আমাৰ দেশত শান্তিপূৰ্ণ গণতান্ত্ৰিক আন্দোলনবোৰ প্ৰায় নিস্ফল আৰু নিৰৰ্থক হৈ পৰিছে। হেতুকে ভুলপথেৰে বিপথগামী হ'লেও কোনো কোনোৱে হাতত অস্ত্ৰ তুলি লবলৈ বাধ্য হৈছে আৰু চৰকাৰী সন্ত্ৰাসৰ বিৰুদ্ধে বে-চৰকাৰী সন্ত্ৰাস সৃষ্টি কৰিছে।

সৰলা সুবিমল সূৰ্য্য লিপিকা নুকল চণ্ডীৰামহঁত আচৰিত হ'ল যে ৰাতিটোৰ ভিতৰতেই সিহঁতৰ পোষ্টাৰবোৰ ফালি চিৰি নিচিহ্ন কৰি দিয়া হ'ল। গণতন্ত্ৰৰ কিযে প্ৰহসন। পৃথিৱীৰ বৃহত্তম গণতন্ত্ৰ বুলি এইখন দেশেই ফোপহি মাৰে। হাঁয় হাঁয়! নিৰীহ পোষ্টাৰকেইখনেও বেহাই নোপোৱা এইখন দেশত গণতন্ত্ৰৰ কিযে ভেকোভাওনা। লজ্জাত সিহঁতৰ শিৰ অৱনত হোৱাৰ অৱস্থা হ'ল। পোষ্টাৰ মেলা সভা সমাবেশ হ'বলৈ নিদিলে দেশ এখনত বাৰু জনমত প্ৰচাৰ কৰা কেনেকৈ সম্ভৱ। তেনেহ'লে সোণজিৰি বাইজৰ শান্তিপূৰ্ণ গণতান্ত্ৰিক আন্দোলন সমদল বিক্ষোভ সম্ভৱ

নহ'ব নেকি ? তেওঁলোকে প্ৰস্তাৱিত প্ৰত্যক্ষ আন্দোলনৰ কাৰ্য্যসূচী পৰিহাৰ কৰিব লাগিব নেকি ? তেওঁলোকেও তেনেহ'লে হাতত অস্ত্ৰ তুলি লব লাগিব নেকি ? নাই নাই, তেওঁলোকে এতিয়াও শান্তিপূৰ্ণ গণতান্ত্ৰিক আন্দোলনৰ ওপৰত বিশ্বাস আৰু আস্থা হেৰুৱাই পেলোৱা নাই । অস্ত্ৰৰ বদলি অস্ত্ৰৰ আৰু হিংসাৰ বদলি হিংসাৰে প্ৰত্যুত্তৰ দিব লগা সময় আহিছে বুলি সোণজিৰিৰ ৰাইজৰ নেতৃবৃন্দই এতিয়াও ভাবিব পৰা নাই । গতিকে সৰলাহঁতে সোণজিৰিৰ ৰাইজক লগত লৈ শেষ গণতান্ত্ৰিক সংগ্ৰাম চলাই যোৱাৰ প্ৰস্তুতি অব্যাহত ৰাখিলে । এয়াই গণতন্ত্ৰৰ শেষ সপৰীক্ষা হওক বুলি সিহঁতে বুকুত বল বান্ধিলে ।

সৰলাহঁত পিচদিনা অধিক আচৰিত হ'ল । পিচদিনা সমগ্ৰ সোণজিৰি ভৰি পৰিল অসংখ্য অশ্লীল অসভ্য পোষ্টাৰে । বৰ বৰ হুৰফৰ চিত্ৰবিচিত্ৰ পোষ্টাবোৰ বিলাতী মদ বেশ্যা লাঠি বন্দুকধাৰী গুণ্ডা খুনীৰ ছবিৰে কুৎসিৎ আৰু বিভৎস । পোষ্টাৰবোৰত কিছুমান অতি অভাৱনীয় অশ্লীল বিকৃৎ আৰু জাত-পাত ধৰ্ম্ম-সম্প্ৰদায় কৃষ্টি-সংস্কৃতি ভিত্তিক সংকীৰ্ণ নীচ উগ্ৰ উত্তেজক বিভাজনবাদী শ্লোগান লিখা হৈছে । সৰলা সুবিমলহঁতে পঢ়িব নোৱাৰি লজ্জা আৰু ঘৃণাত চকু মুদি দিব লগা হ'ল । পোষ্টাৰবোৰত তলৰ বৰ্বৰ শ্লোগানবোৰ লিখা আছে -

সোণজিৰিত অৰাজকতা, অতপালি আৰু গুণ্ডামী নচলিব ।

সোণজিৰিৰ ভণ্ড আন্দোলন বন্ধ কৰক, অন্যথাই ভয়ঙ্কৰ পৰিণামৰ সম্মুখীন হওক ।

সোণজিৰিৰ স্বয়ম্ভু ভগবানহঁত হুচিয়াৰ নহ'লে তহঁতৰ জীৱনৰ নিৰাপত্তা নাই ।

সোণজিৰিত কমিউনিষ্টহঁতৰ বৰ্বৰ নীতিৰ স্থান নাই ।

সোণজিৰিত বহিৰাগতৰ নেতৃত্ব নচলিব ।

সোণজিৰিত মিপাক আহোমনীৰ নেতৃত্ব বন্ধ কৰক ।

সোণজিৰিত নীচ দুমুনীৰ মিছিং ডেকাৰ লগত পীৰিতি বন্ধ কৰক ।

গৰুখোৱা মিএগৰ লগত মিছিং গাভৰুৰ প্ৰেম-পীৰিতি বন্ধ কৰক ।

সোণজিৰিত থলুৱা মিছিং কৃষ্টিহে চলিব, অসমীয়া বিহু নচলিব ।

সোণজিৰিত মিছিংলেণ্ড প্ৰতিষ্ঠা কৰক ।

মিপাক নেতা-নেত্ৰীক সোণজিৰিৰ পৰা বহিস্কাৰ কৰক ।

মিপাকহঁতৰ সোণজিৰিৰ নেতৃত্ব বন্ধ কৰক ।

বাচি থাকিব খুজিলে আন্দোলন বন্ধ কৰ, অন্যথাই খেদা খাবলৈ সাজু হ' ।

সূৰ্য্য সৰলা সুবিমল লিপিকা ৰেৱতী চণ্ডীৰাম নুৰুলহঁত সৰ্বাধিক আচৰিত হ'ল যেতিয়া দেখিলে পোষ্টাৰবোৰত 'সোণজিৰি মিছিং জাতীয়তাবাদী দল' বুলি বৰ বৰ আখৰেৰে লিখা আছে । সিহঁতে এইবাৰেই হতবাক হ'ল যে সিহঁতে বহুতো জনজাতীয়

তথা মিছিং ৰাজনৈতিক সাহিত্য সংস্কৃতি ছাত্ৰ মহিলা সংগ্ৰাম দল সংস্থা সংগঠন সমিতি আদিৰ কথা জানে। পি. টি. চি এ, বানে কেবাং, আগম কেবাং, বাংকে কেবাং, টি এম. পি. কে., এম. এম. কে. আদি অনেক সংগঠনৰ কথা জানে। সেইবোৰে মিছিং স্বায়ত্বশাসন, ভাষা-সাহিত্য লিপিৰ বিকাশ, মিছিং ভাষা বিদ্যালয়ত প্ৰচলন আদিলৈ বিচাৰে। সেইবোৰে মিছিং সকলৰ সুকীয়া সুকীয়া লেগু নিবিচাৰে আৰু অসমীয়া ভাষা সাহিত্য বিহু আদি সংস্কৃতিৰ লগত সংহতি আৰু সম্প্ৰীতি বিচাৰে। কিন্তু সৰলাইতে বিহু আৰু মিপাকসকলক বহিস্কাৰ কৰা আৰু সুকীয়া মিছিংলেণ্ড বিচৰা 'মিছিং জাতীয়তাবাদী দল' বুলি কোনো দল বা সংগঠনৰেই নাম নেজানে। ৰাতিটোৰ ভিতৰতে হাতীটোৰ দৰে ৰাতাৰাতি গজি উঠা এই দলটোৰ নাম সিহঁতে সোণজিৰিতো কোনোদিনেই শুনা নাই। তেনেহ'লে এইটো এটা হঠাতে পাৰত গজা গহ্বা দল। আচলতে ইয়াৰ কোনো অস্তিত্ব নাই। কেৱল মাতালৰ দৰে যেই কোনো শ্লোগান লিখিব পৰাকৈ সিহঁতে এনে এটা জহ্বা দলৰ জন্ম দিছে। এনে জঘন্যভাৱে প্ৰতিক্ৰিয়াশীল কৃত্ৰিম দল আৰু শ্লোগান সৃষ্টিত অনেক উৰ্বৰা মস্তিস্কৰ মৌলিক অৱদানো আছে এই কথা বুজাত সৰলাইতৰ কোনো অসুবিধা নহ'ল।

অৱশ্যে আঁহফলা আৰু বিভাজনকাৰী নিকৃষ্ট শ্লোগানবোৰ পঢ়ি এনেয়ে দৃঢ়মনা লিপিকা আৰু নুৰুল লৌহ কঠিন সৰলাও আনকি গভীৰ বাবে ব্যথিত হ'ল। সুদীৰ্ঘ ডেৰদশক জুৰি নিজস্ব অস্তিত্ব আৰু পৰিচয় পাহৰি সকলো ত্যাগ কৰি দেহেকেহে সোণজিৰিৰ বাবে খাটিও সিহঁত থলুৱা হ'ব নোৱাৰিলে, সিহঁত সোণজিৰিৰ মাটিত মিলি যাব নোৱাৰিলে আৰু সিহঁত আদ্যাপিত্ত সোণজিৰিৰ সকলো মানুহৰ মাজত লীন যাব নোৱাৰিলে। সিহঁতৰ বুকুৰ আশা-ভৰষা মৰম-চেনেহ যাচিও সিহঁতবোৰ সোণজিৰিৰ বুকুৰ আপোন হ'ব নোৱাৰিলে। সুদীৰ্ঘ ডেৰদশক কাল সোণজিৰিৰ বাবে বুকুৰ তেজ ঢালিও সিহঁত অদ্যাপিত্ত হৈ থাকিল অৰ্বাচীন মিপাক, অস্পৃশ্য আহোম, ভোম, গৰিয়া। হাঁয় কিযে নিয়তিৰ পৰিহাস! সময়ৰ প্ৰতিশোধ আৰু ইতিহাসৰ অপমান। লুইতেদি ক'ত পানী বৈ গ'ল, অ'বনৰিয়েদি ক'ত জাজৰি উটি গ'ল আৰু কঢ়া-চামপৰা-দাংধৰা-চাৰিকড়ীয়া নদীয়েদি ক'ত ফেনে-ফুটুকাৰে পকনিয়াৰ ডকা ফুটি গ'ল; কিন্তু সোণজিৰিৰ পৰা জাত-পাত-সম্প্ৰদায়-ধৰ্ম্মৰ অভিশাপ আঁতৰি নগ'ল। সোণজিৰিত সকলো সংকীৰ্ণতা আৰু নীচতাৰ উৰ্দ্ধৰ এক বৃহত্তৰ মানুহৰ জাতি গঢ় লৈ নুঠিল।

এনেবোৰ বুকুভঙা বেদনাইত অনুভূতি আৰু উপলব্ধিৰ জালত অজানিতে সৰলা নুৰুল আৰু লিপিকাৰ দুচকুলোতকেৰে ভৰি পৰিল। শতচেষ্টা কৰিও সিহঁতে নিজকে নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে। ধৈৰ্য্য আৰু সহ্যৰ বান্ধ খুলি সিহঁত বিচলিত হৈ পৰিল। ইয়াতকৈ সিহঁতৰ গালত চৰ আৰু পিঠিত চাবুক মৰা হ'লেও সিহঁতে সহ্য কৰিব পাৰিলেহেঁতেন, অশেষ অপমান আৰু জেইল যন্ত্ৰণাও সহিব পাৰিলেহেঁতেন।

আনকি বুকুত লাঠি বন্দুকৰ প্ৰহাৰো সহ্য কৰিব পাৰিলেহেঁতেন । এতিয়া সিহঁতে কি কৰিব ? কলৈ যাব সিহঁত ? জীৱনৰ সমস্ত আদৰ্শ আৰু সাধনাক এনেদৰে ধূলিসাৎ কৰি দিয়াৰ পিছত সবলাহঁতৰ অস্তিত্ব ক'ত ? আঁহতগুৰিতো সিহঁতে কেতিয়াবাই এৰি আহিলে । সোণজিৰিৰ মাটিত নিজকে প্ৰোথিত কৰি সিহঁতেতো কেতিয়াবাই জন্মভূমি আঁহতগুৰিৰ লগত থকা স্নায়ুৰ সম্পৰ্ক ছিঙি পেলালে । সিহঁত এতিয়া ছিন্নমূল ত্ৰিশঙ্কুৰ । সিহঁত এতিয়া ভিত্তিহাৰা টাবত গজা কৃত্ৰিম ফুল ।

কলৈ যাব ? কাৰ ওচৰত সিহঁতে সান্ত্বনা পাব ? কোনে দিব সিহঁতক মানসিক আশ্ৰয় ? সোণজিৰিৰ কলৈ ? কাৰ ওচৰলৈ ? সেই শালপ্ৰাংশু গাম ঘাঁচীৰাম ককাতো নাই যি ধুমুহা বিধ্বস্ত সবলা নুৰুল লিপিকাহঁতক শান্তিৰ ছাঁয়া দান কৰিব পাৰিলেহেঁতেন ? কলৈ যাব সিহঁত ? আঁহতগুৰিলৈ ? আঁহতগুৰিৰ কাৰ ওচৰলৈ ? আঁহতগুৰিৰ পিতৃ আৰু সোণজিৰিৰ স্বপ্নদাতা সেই অখিল পিতৃতো আজি নাই সিহঁতক সৌম্য শান্ত সমাহিত প্ৰশান্তি প্ৰদান কৰিবলৈ ? নাই যে নাই, আনকি সাৰ্বজনীন মাতৃ নিবেদিতা মাতৃও আজি নাই । সদ্যমৃত মাতৃ নিবেদিতা থকা হ'লেও আজি শান্তিৰ কোমল আশ্ৰয় দিলেহেঁতেন সিহঁতক । সিহঁতৰ মুষলধাৰে বোৱা চকুলো আৰু চুৰমাৰ হৈ যোৱা বুকু আই মাতৃ নিবেদিতাই নিশ্চয় শাঁত কৰি দিব পাৰিলেহেঁতেন ।

অসহায় অসহনীয় আৰু অপ্ৰকাশিত বেদনাত ফাটি পৰি সবলা লিপিকা আৰু নুৰুলে কেচুবাৰ দৰে হুৱাৰাবে কান্দি সুবিমলহঁতৰ ঘৰ বেদনাৰে ভৰাই তুলিলে । এক কৰুণ ক্ৰন্দনৰ সমস্বৰে সুবিমলহঁতৰ ঘৰ কঁপাই তুলিলে আৰু অসহায় সূৰ্য্য সুবিমল ৰেৱতী আৰু চণ্ডীৰামে এতিয়া কি কৰিব ? কি কৰিব কিশোৰী পানেইজনীয়ে ? নিৰুপায় বেদনাত মৰ্ম্মাহত হৈ সকলোৱেই কেৱল কান্দিলে । সুবিমল আৰু চণ্ডীৰামে নীৰৱে, ৰেৱতীয়ে উচুপি আৰু পানেইয়ে চিঞৰি চিঞৰি আউলি বাউলি হৈ ।

এনে এক ক্ৰন্দসী সময়ত কোনে কাক সান্ত্বনা দিয়ে । সকলোৰে ক্ৰন্দনৰ মাজত জ্যেষ্ঠতম সুবিমল দলেই নিজকে প্ৰবোধবানী শুনাবলৈকেই যেন স্বাতোক্তি কৰিলে -

"বৰ ধিক্কাৰ লাগে বুজিছা, অত চেষ্টা কৰিও আমি মানুহ হ'ব নোৱাৰিলো । জাতি-ধৰ্ম্ম-সম্প্ৰদায়ৰ কুহকী নাগপাশে আমাক এতিয়াও বন্দী কৰি ৰাখিলে । কিন্তু আমি এই মহৎ প্ৰচেষ্টা এৰি দিমনে ?"

"দেউতা আৰু মাৰ দিনৰ পৰাই অত সাধনা কৰিলো । দেউতাই কছাৰী ছোৱালী মোৰ মা নিবেদিতাক বিয়া কৰালে । মোৰ আৰু মাৰ ইচ্ছাৰ ব্যতিৰেকেও দেউতাই মোক মিছিং ডেকালৈ বিয়া দিলে" সবলাও ঠুকাঠুকি মাতেৰে ক'লে, "আৰুময়ো চেষ্টা কৰিলো মনে প্ৰাণে মিছিং জনগোষ্ঠীৰে একাত্ম হ'বলৈ । পানেইক গঢ় দিব খুজিলো ভাৰতীয়ৰ পৰিচয়েৰে । কিন্তু জাত-পাত-ধৰ্ম্ম-সম্প্ৰদায়ৰ আউল এতিয়াও

নেভাগিল । অথলে যাবনে মোৰ তিনি পুৰুষজোৰা মহৎ সাধনা ?"

"মোৰ দেউতাই দাস উপাধি লেখিছিল", লিপিকাইও উচুপি উচুপি ক'লে, "আচলতে দেউতা কৈবৰ্ত্ত সম্প্ৰদায়ৰ নাছিলেই । মাও মোৰ কণ্ঠস্বৰ কন্যা । প্ৰকৃততে আমি জাত-কুল-ধৰ্ম্মদায়ৰ কথা নেভাবিছিলোৱেই । সেয়ে সৰলাবাৰ আহ্বানত সোণজিৰিত আহি জাতি জনজাতি সম্প্ৰদায়ৰ কথা নেভাবি সূৰ্য্যৰ সাধনা, মানৱ কল্পনা আৰু সোণজিৰিৰ মঙ্গল কামনাতেই আত্মহাৰা হৈছিলো । কিন্তু মই অস্পৃশ্য মৎস্যগন্ধা হৈয়ে ৰলো নেকি ? মোৰ পদ্মগন্ধা হোৱাৰ সাধনা কি অসম্পূৰ্ণ হৈয়ে ৰ'ব নেকি "

"আজান ফকীৰৰ বংশৰ ময়ো আছিলো শঙ্কৰী সাম্যবাদৰ সাধক", নুৰুলেও ভিজা মাতেৰে স্বৰ্গতোক্তি কৰি ক'লে, "কোনোবা দিনাই পশ্চিমৰ পৰা আহি মোৰ উপৰিপুৰুষে আপোন কৰি ললে অসমীয়া জীৱন আৰু কৃষ্টি-সংস্কৃতি । অসমৰ আহাৰ পানী মাটিৰ ৰসেৰে সিক্ত হৈ মোৰ পিতৃপিতামহ অসমীয়া কথা শিকি, সাজ পিন্ধি বিহুগীত গাই নাচি কোনোবাদিনৰ ইছলামীয় আচাৰ বিচাৰ খাদ্য আদি ত্যাগ কৰি জীৱনে মৰণে অসমৰে অসমীয়া হৈ পৰিল আৰু ময়ো আজন্ম অসমীয়া হৈ সোণজিৰিত আহি আদৰি ললো ধৰ্ম্মজাতি-জনজাতিৰ উৰ্দ্ধৰ মানুহৰ পৰিচয় । তাৰ পিছতো গড়িয়া-মিঞা-গৰুখোৱা মুছলমানেই হৈ থাকিলোনে ? মোৰ মানুহ হোৱাৰ স্বপ্ন বাস্তৱত নফলিয়াবনে ?"

"আমিও পাহৰি গলো জাত-পাত জাতি-জনজাতি সম্প্ৰদায়ৰ বিভেদৰ বৰবিহ", কান্দি কান্দি চকু ওখহাই ৰেৱতীয়ে ক'লে, "সোণজিৰিত আমি পাতিব খুজিছো কেৱল মানুহৰেই এখন সুন্দৰ সমাজ । পিছে কোনো আঁহফলা শনাহী চয়তানে বিভেদৰ বৰবিহ সিঁচিব খুজিলেই কি অতদিনৰ সমন্বয়-সম্প্ৰীতি আৰু ভাতৃত্ববোধৰ বৰভেটিটো ভাঙি পৰিবনে ? ইমান চনকা আৰু ঠুনুকানে মানৱতাৰ মজবুত বুণিয়াদ ?"

"যুগে যুগে স্তৰে স্তৰে মানুহে গঢ়িতোলা সভ্যতা, সংস্কৃতি আৰু মানৱতাৰ এনাজৰিডাল আমি নজহা নপমা কৰিবলৈ সোণজিৰিত কৰি অহা নিৰলস কঠিন পৰিকল্পনাক ইমান সহজে প্ৰতিক্ৰিয়াশীলহঁতে তচনচ কৰি দিবক পাৰিবনে ? আমাৰ সোণজিৰিৰ মজবুতকৈ বান্ধিব খোজা মৰম-চেনেহ-প্ৰীতিৰ ডোলডাল মতলব বাজীহঁতে ইমান সতকাই চিঙি পেলাব পাৰিবনে ? আমাৰ সহজ সৰল পবিত্ৰ মানুহবোৰৰ আশা বাসনা আৰু ঐক্য সংগ্ৰাম ইমান সহজে অথলে যাবনে ?" চণ্ডীৰামেও দুখেৰে প্ৰশ্ন কৰিলে ।

"নাই নাই, হ'ব নোৱাৰে, কেতিয়াও হ'ব নোৱাৰে" শিৱ উচ্চ কৰি দৃঢ়কণ্ঠে সুবিমলে চিৎকাৰ কৰি উত্তৰ দিলে, "আমাৰ আশা, আমাৰ সাধনা আৰু আমাৰ সংগ্ৰাম কেতিয়াও বিফলে যাব নোৱাৰে । আমি মানুহ হোৱাৰ আৰু সোণজিৰিক মানুহৰ বাসস্থান কৰা আমাৰ সংগ্ৰাম কেতিয়াও অথলে যাব নোৱাৰে । এই ইতৰ অমানুহবোৰৰ

চয়তানীকাৰ্য্যত তোমালোক কি বিচলিত হৈছা ? শাশ্বত মানৱতাত কি তোমালোকৰ বিশ্বাস আৰু আস্থা হেৰুৱাই পেলাইছা ? কোৱা বালা ? উত্তৰ দিয়া সূৰ্য্য-নুৰুল আৰু লিপিকা ? তহঁতৰ মুখ খোল চণ্ডী আৰু ৰেৱতী ?"

সুবিমলৰ দীপ্তকণ্ঠৰ প্ৰত্যয়দীপ্ত প্ৰশ্ন আৰু তীক্ষ্ণ আবেদনত গোটেই গোমা আৰু বেদনাক্ত পৰিবেশটোতেই যেন তীব্ৰ আঘাত কৰিলে । শোকজৰ্জৰ গোটেই আহ্বানটোকেই সুবিমলৰ আস্থাশীল প্ৰশ্নই হৃত সহাস ঘূৰাই অনা প্ৰয়াসৰ এক পূৰ্বাভাস দিলে । সূৰ্য্যৰ পোহৰৰ ৰেঙণিয়ে কলীয়া ডাৱৰ ফালি পোহৰৰ ৰেখ অনাৰ দৰেই সুবিমলৰ সুদৃঢ় প্ৰতীতিয়ে সৰলা সূৰ্য্য, লিপিকা, নুৰুল, ৰেৱতী, চণ্ডীৰামহঁতৰ মুখলৈও এক প্ৰত্যয়ৰ দীপ্তি আনি দিলে । সিহঁতবোৰৰ চকুলো শুকাই মুখলৈ তেজৰ সোঁত বৰলৈ ধৰিলে । সিহঁতক হঠাতে বিচলিত কৰা ইতৰ প্ৰাণীহঁতৰ দাৰুণ আঘাতক অতিক্ৰম কৰাৰ মানসিক দৃঢ়তা যেন সৰলাহঁতে ঘূৰাই পাবলৈ ধৰিলে । সুবিমলৰ তীক্ষ্ণ প্ৰশ্নই যেন তীৰ্য্যকভাবে সিহঁতৰ বুকুত ধ্বনিত প্ৰতিধ্বনিত কৰিবলৈ ধৰিলে । এনে অস্থায়ী হতাৎসাহৰ পৰা যেন সৰলা লিপিকাহঁতে নিজকে উদ্ধাৰ কৰাৰ শকতি ঘূৰাই পাবলৈ ধৰিলে । সিহঁতৰ মুখলৈ ক্ৰমে আহিবলৈ ধৰিলে ধুমুহাৰ শেষৰ স্বাভাৱিক প্ৰতিক্ৰিয়া ।

"নাই নাই বিমল, এয়া আছিল মনত হঠাতে অহা অভাৱনীয় আঘাতৰহে প্ৰতিক্ৰিয়া", সৰলাই যেন স্বতস্ফুৰ্ত্তভাবেই প্ৰতিক্ৰিয়া প্ৰকাশ কৰি ক'লে, "এতিয়া মই সেই আঘাতৰ পৰা মুক্ত হৈছো । মোৰ পিতৃ-মাতৃৰ সেই সুন্দৰ স্বপ্নৰ বাস্তৱায়নৰ সংগ্ৰামৰ পৰা মোক কোনেও বিচলিত কৰিব নোৱাৰে ।"

"ময়ো ভাগি পৰা নাই বিমলদা", লিপিকাইও কণ্ঠত দৃঢ়তা আনি প্ৰত্যুৎত্তৰ দিলে, "হঠাৎ অহা অবাঞ্চিত আঘাতত সাময়িকভাবে আহত হোৱা সঁচা কথা । কিন্তু দীৰ্ঘদিন বুকুত প্ৰোথিত কৰি অহা বৃহত্তৰ মানৱতাৰ আদৰ্শ কোনোৱে অন্তৰ্হিত কৰিব নোৱাৰে ।"

নুৰুলেও মনোবল ঘূৰাই আনি ক'লে, "অকস্মাতে অহা ভয়ানক ইতৰ আক্ৰমণে মোকো বিচলিত কৰা সঁচা বিমলদা । হ'লেও ক্ৰমে ক্ৰমে মই আদৰ্শৰ দৃঢ়তা ঘূৰাই আনিব পাৰিছো ।"

"মোৰ মৰমৰ সোণজিৰিতেই বাস কৰা এচাম জানোৱাৰৰ নীচতা আৰু হিংস্ৰতা দেখিহে ময়ো দুখত ভাগি পৰিছিলো বিমলদা" চণ্ডীৰামে আধোবদনে মন্তব্য কৰিলে, "ইয়াৰ পিছতো সোণজিৰিৰ ভূমিপুত্ৰৰূপে চন্দ্ৰ-সূৰ্য্যকে মুখ দেখুৱাবলৈ লজ্জাবোধ কৰিছো । নুৰুলদা, লিপিকা আৰু সৰলা নবৌহঁতৰ আগততো কথাই নাই । অৱশ্যে সময়ে এনে আক্ৰান্ত আস্থা আৰু বিশ্বাসক পুনৰ ঘূৰাই আনি সুদৃঢ় কৰাৰ সংগ্ৰামৰেই অনিবাৰ্য্যতাৰ কথা মোৰ মনলৈ আহি দিছে ।"

"সকলো জাত-পাত জাতি-জনজাতি ধৰ্মৰ পোছাকৰ তলৰ আচল

মানুহটোকেহে ভাল পাবলৈ ওৰে জীৱন শিকি অহা আদৰ্শৰ ভেটিত এই মানুহ নামৰ কীটইঁতে দংশন কৰিবলৈ ধৰা ইতৰামীয়ে হঠাতে মোকো বিচলিত কৰি পেলাইছিল দাদা", ৰেৱতীয়ে সবলকণ্ঠেৰে প্ৰতিক্ৰিয়া প্ৰকাশ কৰি ক'লে, "লগে লগেই অৱশ্যে ক্ৰমে উপলব্ধি হৈছে যে এনে আকস্মিক আক্ৰমণ মোকাবিলা কৰিবই লাগিব । আমি প্ৰমাণ কৰিব লাগিব আমাৰ সোণজিৰিত মানুহহে আছে জাতি-জনজাতি ধৰ্ম্ম-সম্প্ৰদায় ভেদৰ কেৱল অমানুহ নাই ।"

"তেন্তে সকলোৱেই শুনা" সুবিমলে আটাইকে উদ্দেশ্যি ক'লে, "মোৰ এটা প্ৰস্তাৱ আছে আৰু তোমালোক সকলো সন্মত হ'লে মোৰ প্ৰস্তাৱটো তৎকালেই কাৰ্য্যকৰী কৰিব লাগিব । আমিতো কেৱল আদৰ্শ মানৱতাৰ ফোপোলা বক্তৃতা দিলেই আৰু টেটুফলা ধ্বনি আওৰালেই নহ'ব । আমিতো এই বিভাজনবাদী নীচইঁতৰ কুকাৰ্য্যৰ মুখেৰে বিৰোধীতা কৰিলেই নহ'ব । আদৰ্শতকৈ উদাহৰণ শ্ৰেষ্ঠ । গতিকে মানুহৰ দ্বাৰা সৃষ্ট সকলো ভেদ-বিভেদৰ উৰ্দ্ধৰ উদাহৰণতো আমিয়েই দেখুৱাব লাগিব । সেয়ে আমাৰ জীৱন মৰণৰ শেষ সংগ্ৰামৰ আগতেই আমি উচ্চ আদৰ্শৰ পটন্তৰ দেখুৱাৰ কথা ভাবিছো ।"

সুবিমলে এক উৎকণ্ঠা সৃষ্টিকাৰী প্ৰস্তাৱৰ কথা কৈ এক নাটকীয় ভঙ্গীৰে বৈ যোৱাত সৰলা লিপিকা নুৰুল চণ্ডীৰাম ৰেৱতী আটায়ে অতি উদবীগ্নতাৰে সমস্বৰে চিঞৰি উঠিল এনেভাবেৰে যে সুবিমলে তেওঁৰ প্ৰস্তাৱটোৰ কথা তৎক্ষনাতেই ৰেকত কৰিব লাগে । সিহঁতে মানি লবই । কাৰণ সিহঁতে কেতিয়াও জ্যেষ্ঠতম সুবিমলৰ কোনো কথাতেই অমান্তি প্ৰকাশ কৰা নাই । বৰঞ্চ সুবিমল আৰু সৰলাৰ দ্বাৰাই সিহঁত সৰ্বদাই পৰিচালিত হৈ আহিছে । তদুপৰি সিহঁতে ভালকৈয়ে জানে যে সুবিমলে সিহঁতে মান্তি হ'ব নোৱাৰা অথবা সিহঁতৰ আদৰ্শৰ প্ৰতিকুল কোনো কাম কৰিবলৈকেই প্ৰস্তাৱ নিদিয়ে । সেয়ে সিহঁত আটাইকেইজনেই সুবিমলে তেওঁ প্ৰস্তাৱটোৰ কথা ক'বলৈ একেমুখে জোৰ দিলে আৰু সেই প্ৰস্তাৱ কাৰ্য্যকৰী কৰাৰ প্ৰতিশ্ৰুতিও দিলে ।

অৱশেষত সুবিমলে স্থিৰ দৃষ্টিৰে আটাইৰে মুখলৈ চাই ক'লে -

"চোৱা, সোণজিৰিৰ বাবে কৰিব খোজা 'তৰিম বা মৰিম' সংগ্ৰামৰ আগতে আমি নিজৰ সম্পৰ্ক অধিক সুদৃঢ় আৰু প্ৰগাঢ় কৰিব লাগিব যাতে কোনো ধৰণৰ শাৰীৰিব মানসিক নৈতিক আক্ৰমণৰ দ্বাৰা আমাক ভাঙি পেলাব বা বিচ্ছিন্ন কৰি পেলাব নোৱাৰে সেয়েই মই এই স্বাভাৱিক অথচ গুৰুত্বপূৰ্ণ প্ৰস্তাৱটো আগবঢ়াব খুজিছো ।"

"মই ভালদৰে জানো আৰু বাৰাইও মোক কৈছে", সুবিমলে পুনৰ আটাইবোৰলৈকে তীৰ্য্যক দৃষ্টিৰে চাই ক'লে, "তোমালোক সূৰ্য্য-লিপিকা আৰু নুৰুল-ৰেৱতী কেৱল সংগ্ৰামৰ সঙ্গীকাপেই নহয় জীৱনৰ সঙ্গীকাপেও মনে-প্ৰাণে প্ৰতিজ্ঞাবদ্ধ হৈছা । সেয়া তেনেই স্বাভাৱিক আৰু মানৱীয় সম্পৰ্ক । আমাৰ দৰে মানৱতাৰ প্ৰেমানে

উদ্বুদ্ধসকলৰ সি অতি কাম্য আৰু গ্ৰহণযোগ্য । অথচ তোমালোকৰ এনে প্ৰণয় সম্পৰ্কই এই ইতৰতম পশুহঁতক পাগল কৰি তুলিছে । গতিকে আমি সিহঁতৰ মুখত ছাই সানিব লাগিব, মুখোৰা লগাব লাগিব আমাৰ শেষ যুঁজৰ আগতেই যাতে সংগ্ৰাম পৰবৰ্ত্তীকালৰ কোনো দুৰ্বলতাৰ সুযোগ সিহঁতে লব নোৱাৰে । সেয়ে তৎকালেই এই দুই প্ৰেমীক-প্ৰেমীকা দুই যুগলৰ বিবাহ সম্পন্ন কৰিব খোজো । তোমালোকৰ কিবা আপত্তি আছে নেকি ?”

সুবিমলৰ প্ৰস্তাবৰ কথা শুনিয়েই সূৰ্য্য-লিপিকা, নুৰুল-ৰেৱতীৰ মুখ লাজত জেতুলীপকাৰ দৰে ৰঙাচিঙা পৰিল । সিহঁতৰ আপত্তিৰতো প্ৰশ্নই নাই । বৰঞ্চ গভীৰ আনন্দৰ আবেগত সিহঁতে মৌনতাৰে সন্মতি জনাই অৱোবদনে থাকিল । সৰলা আৰু চণ্ডীৰামে সানন্দে সন্মতি প্ৰকাশ কৰি মাথোন সমাজৰ গ্ৰহণযোগ্যতাৰ প্ৰশ্নহে উঠালে ।

“সকলো ঠিক হৈ যাব । একো ভয় কৰিব লগা নাই”, সুবিমলে নিৰ্ভীক চিত্তে উত্তৰ দি ক’লে, “আমাৰ মিছিং সমাজত সকলো ধৰণৰ বিবাহ পদ্ধতি আছে । ‘মিদাহ’- অৰ্থাৎ সামাজিক প্ৰথাৰ বিবহ, ‘দুৰ্গৰ’- অৰ্থাৎ অপহৰণ বা গান্ধৰ্ব বিবাহ পদ্ধতি আছে আৰু ‘কুমচু জ-চু’- অৰ্থাৎ সেৱা সৎকাৰৰ যোগেদি বিবাহ পতাৰ পদ্ধতিও আছে । গতিকে সকলো সোণজিৰি বাসীকেই বিশেষকৈ নীচক সাম্প্ৰাদায়ীকহঁতৰ পৰা নহ’লেও অন্ততঃ সৰহসংখ্যক সৰল মানুহকেই সেৱা সৎকাৰ কৰি তেওঁলোকৰ পৰা আশীৰ্বাদ লৈ সূৰ্য্য-লিপিকা আৰু নুৰুল-ৰেৱতীৰ বিয়া দুখন সমাপন কৰা সম্ভৱ হ’ব ।”

সুবিমলৰ কথাত সৰলা চণ্ডীৰামে সৰৱে. লিপিকা-সূৰ্য্য আৰু নুৰুল-ৰেৱতীয়ে নীৰৱে সমৰ্থন জনালে ।

# বিশ

সূৰ্য্যহঁতৰ বিয়া দুখন পাতিবলৈ গৈ সুবিমলে পোন প্ৰথমে আপোন ঘৰখনতেই বাধাৰ সন্মুখীন হ'ব লগা হ'ল । সৰলা-সুবিমল-চণ্ডীৰামহঁতে ভাবিছিল যে পিতৃ অনিৰাম আৰু মাতৃ জেতুকীয়েই সাতোলা-সাতোলানী হৈ ৰেৱতী-নুৰুল আৰু সূৰ্য্য-লিপিকাৰ বিয়া দুখন সোণজিৰিৰ কৃষ্টিভৱনতেই ৰাজহুৱাভাবে সমাপন কৰিব । পিছে কেতিয়া কোন তলকতনো অধ্যক্ষ অনিল পেগু, উপাধ্যক্ষ নৰেণ লাচেন, মদবেপাৰী খটাসুৰ পাতিৰ আৰু ঠিকাদাৰ পদ্ম টাইদহঁত আহি দুই নৰৰ উৰ্দ্ধৰ বৃদ্ধ-বৃদ্ধাক লঙিলেহি । সিহঁতে গমেই নেপালে । পিছতহে জানিব পাৰিছে যে সিহঁতবোৰ কলেজলৈ যোৱাৰ সুৰুঙাতে এই পাষগুহঁতে ৰঙা বটল আৰু গাহৰি মঙহ খোৱাই বুঢ়া-বুঢ়ীক একেবাৰে বিপথগামী কৰি পেলালে । নিজৰ একমাত্ৰ এম. এ. পাছ্ পফেচাৰণী জীয়েক ৰেৱতীক বিধৰ্ম্মীলৈ বিয়া দিলে পাপ হ'ব আৰু সোণজিৰিৰ ভোটাতৰা হেন ডেকা সূৰ্য্যলৈ নীচ জাতিৰ মিপাক ছোৱালী আনিলে জাত যাব বুলি দুই অজলা অভং অনাখৰী বুঢ়া-বুঢ়ীক বুজালে । গতিকে মদ আৰু গাহৰি মঙহৰ ৰাগী আৰু চালাক দালালহঁতৰ জালিয়া কথাত পতিয়ন গৈ দুই বুঢ়া-বুঢ়ী একেবাৰে মজি গ'ল ।

গতিকে সুবিমল আৰু চণ্ডীৰামে কথাতো উলিওৱাৰ লগে লগেই দুই বুঢ়া-বুঢ়ী একেবাৰে জকজকাই উঠিল । সৰলাই অৱশ্যে আপোন গোষ্ঠীগত অৱস্থানলৈ চায়েই আঁতৰি থাকিল ।

"নাই নাই বাপু এই বিয়া হ'ব নোৱাৰে" অনিৰাম বুঢ়াই গৰগৰাই ক'লে, "তহঁতৰ এজনি ভনী, মোৰ এটি জী তাইকো বিলগধৰ্ম্মী ডেকালৈ দিমনে ? তাৰ বাবেই ইমান ধন ভাঙি তাইক পঢ়াই ডাঙৰ দীঘল কৰিলোনে ? তাতকৈ মিছিং ডেকা এটা চা । গাহৰি কুকুৰা আপং দি দেৱতা কাৰ্চি কাৰ্ডঙক পূজা দি দঞিপলক সাক্ষী কৰি তাইক বিয়া দিম ।"

"এইচব পাপ কথা নেভাবিবি অ' বাপুহঁত" মাক জেতুকীয়েও ভঙা ভঙা ভাষাৰে আপত্তি কৰি ক'লে, "তাতকৈ তাইক ৰেৱতীক কোনোবা হালোবা মিছিং ডেকালৈ বিয়া দে বুজিছ ।"

সুবিমল আৰু চণ্ডীৰামে দেখিলে কথা বিষম । এই হালোং গোজ বুঢ়া-বুঢ়ীহালক একেবাৰে বিষাক্ত কৰি থৈছে । গতিকে দুয়ো ভাতৃয়ে অত্যন্ত সাৱধানেৰে আগবাঢ়িব লগা হ'ল ।

"চা পিতাই, নুৰুল দেখোন সদায় আমাৰ মৰঙলৈ আহি আপং ভাত মঙহ খাই যায়হি । আলি আই লৃগাং, পৰাগত আৰু গুমৰাগ আৰু চঃমান গাই ৰেৱতীৰ লগত । আৰু আই, তই দেখোন নিজ হাতেৰেই নুৰুলক আপোন মানুহৰ দৰে সদায়

খোৱাই-বোৱাই আছ । তহঁতেতো কোনো দিনেই তাক পৰধৰ্ম্মৰ ল'ৰা বুলি খেদি পঠোৱা নাছিলি । এতিয়ানো জঙাই পাতিবলৈ তহঁতৰ কেলেই ইমান ঘৃণা হ'ল ?" সুবিমলে সহজভাবে বৃদ্ধমাক বাপেকক বুজাবলৈ চেষ্টা কৰি ক'লে ।

"শুন আই আৰু পিতাই, নুৰুলহঁত সোণজিৰিলৈ আহি যোৱা অত বছৰে আমাৰ মিছিং মানুহৰ লগত থাকি, মিছিং গান-নাচ শিকি, মিছিং আহাৰ-পানী খাই আৰু সোণজিৰিৰ ভালৰ বাবে মৰিবলৈ সাজু হৈ একেবাৰে আমাৰ আপোন থলুৱা হৈ গৈছে", চণ্ডীৰামেও বুজাবলৈ চেষ্টা কৰি ক'লে, "তাৰ পিছতো সিনো কেনেকৈ আমাৰ বাবে চুৱা হৈ গ'ল ?"

"নহয় বাপু, তথাপি সি আমাৰ ধৰ্ম্মৰ নহয় বাবে আমি জঙাই কৰি লব নোৱাৰো বাপুহঁত" অনিৰাম বুঢ়াই পুনৰ আপত্তি কৰি ক'লে, "সেইটো ধৰ্ম্মৰ নোহোৱা হ'লে যহন তহন ।"

"চা পিতাই, জাত-পাত ধৰ্ম্ম-সম্প্ৰদায় আৰু জাতি-জনজাতি মানুহেহে সজা ঈশ্বৰে সজা নহয় নহয়" সুবিমলেও পুনৰ ক'লে, "গতিকে মানুহেই সেইবোৰ হেঙাৰ ভাঙি নতুন নিয়ম কৰিব পাৰে ।"

"চা আই, তোৰ বাবে দাদা আৰু মই দুই পিতেৰা যেনে নুৰুলো তেনে" চণ্ডীৰামেও কৈ গ'ল - "আমাৰ আৰু নুৰুলৰ তেজ-মঙহ ভাব-ভাষাবোৰতো একো তফাৎ নাই । তেতিয়াহ'লে আমাক পো বুলি লোৱাৰ দৰে নুৰুলকোচোন জঙাই বুলিব পাৰ । জঙাই আৰু পো দেখোন একেই ।"

"বাপুহঁত, তহঁতে তেনেকৈ কৈছ, অনিল আৰু নৰেণ মাষ্টৰ বিলাতী আপং বেপাৰী খটাসুৰ আৰু ঠিকাদাৰ পত্মইতে দেখোন কথাবোৰ বেলেগে কৈছে । গড়িয়াক আমাৰ ছোৱালী দিলে পাপ হ'ব আৰু ৰৌ ৰৌ নৰকত পৰিব বুলি কৈছে ।" বৃদ্ধ অনিৰাম জেতুকীয়ে সৰল স্বীকাৰোক্তি কৰি ক'লে ।

সুবিমল আৰু চণ্ডীৰামে এতিয়াহে বুজিলে কথা ক'ৰবাত, একেবাৰে ভেকুৰিগছত । সিহঁতে এই অধৰমী কথাবোৰ পিন্ধাইহে এই অভং বুঢ়াবুঢ়ীহালক অবাটে নিয়াৰ চেষ্টা কৰিলে । গতিকে সিহঁতে স্পষ্টভাবে দালালহঁতৰ কাৰুচাজীৰ প্ৰত্যাহ্বান কৰি ক'লে -

"চাচোন আই-পিতাইহঁত" সুবিমলে দৃঢ়কণ্ঠে ক'লে - "যি দুজন মাষ্টৰ অনিল আৰু নৰেণে সোণজিৰিৰ বাহিজে অতি কষ্ট কৰি পতা স্কুলখনত পৰীক্ষাৰ বেপাৰ পাতি স্কুলখন আৰু আৰু ল'ৰা-ছোৱালীহঁতক নষ্ট কৰিছে সিহঁতৰ কথাৰ মূল্য আছেনে ? যিজন মদবেপাৰী খটাসুৰে বিলাতী মদ খুৱাই আৰু জুৱা আৰু বেশ্যাৰ বেহা চলাই আমাৰ জেগাখন আৰু মানুহবোৰক বৰবাদ কৰিছে সেইজন বদমাছে পাপ-পুণ্যৰ কথা কোৱাৰ কিবা অৰ্থ আছেনে ? ইফালে যিজন ঠিকাদাৰ পত্মটাইদে বানপানী

আৰু গৰাখহনীয়া বন্ধৰ বাবে অহা কোটি কোটি টকা খাই গোটেই সোণজিৰিখনকেই পানীত ডুবাই মৰিবলৈ চয়তানী কৰিছে সেইজন ভণ্ডলোকৰ কিবা ভাল কথা কোৱাৰ অধিকাৰ আছেনে ? গতিকে আপোনালোকে ভালকৈ গমি চাওকচোন ।"

"অথচ মন কৰচোন আই আৰু পিতাই" চণ্ডীৰামে জোৰ দি ক'লে, "নুৰুল এজন সম্পূৰ্ণ সৎ আৰু সাধু শিক্ষক । তেওঁ ল'ৰা ছোৱালীক আন্তৰিকভাৱে শিক্ষাদান কৰে । তেওঁ চৰিত্ৰবান ডেকা । দেহেকেহে দিনে ৰাতিয়ে খাটি আছে । এনে এজন ভাল ডেকা নুৰুল এই মাষ্টৰ মদবেপাৰী আৰু ঠিকাদাৰহঁততকৈ আমাৰ বাবে বেচি বিশ্বাসযোগ্যনে নহয়নে ? এনেজন ডেকাক এই দালালহঁতৰ কথাতেই নিন্দা কৰিব লাগেনে আই আৰু পিতাই ? এনেজন ভাল ডেকা নুৰুলক খাটি সোণজিৰীয়া হৈ যোৱাৰ পিছতো তেওঁৰ উপৰিপুৰুষ বেলেগ ধৰ্ম্মৰ আছিল বুলিয়েই তহঁতে জগাই কৰিবলৈ ইমান সন্দেহ কৰিব লাগেনে ?"

নিজৰ পেটৰ পো, একেবাৰে কেঁচা সোণৰ দৰে খাটি ল'ৰা সুবিমল আৰু চণ্ডীৰামৰ ইমানবোৰ জটিল, সঁচা আৰু পোনপতীয়া যুক্তিয়ে বুজা-নুবুজাকৈ বৃদ্ধ অনিৰাম আৰু জেতুকীৰ চিন্তাত আউল লগাই দিলে । সিহঁতৰ মূৰত চক্কৰ লাগি গ'ল । দালালহঁতে যিদৰে দুই বুঢ়া-বুঢ়ীৰ সহজ সৰল মগজুত খেলিমেলি, সন্দেহ আৰু বিদ্বেষভাৱে জগাই তুলিছিল সেইদৰে আপোন পোহঁতৰ কথাইও সিহঁতৰ মগজুত নতুন চেতনাৰ উন্মেষ কৰি দিলে । অৱশ্যে অইন লোকৰ কথাতকৈ নিজৰ ল'ৰাৰ কথাই সিহঁতক বেচি প্ৰভাৱ স্বাভাৱিকতেই কৰিলে । এৰা, কেনেকৈনো বাৰু সিহঁতৰ আপোন তেজৰ পোহঁতে মিচা কথা কব! কিদৰেনো বাৰু সিহঁতে আপোন ভনীজনীৰ অহিত চিন্তা কৰিব ? আনহাতে সিহঁতৰেই পেটৰ পোৱালী, মাটি-ছোৱালী ৰেৱতীয়েনো কেনেকৈ বেয়া ল'ৰা বাচিলৈ নিজক, ককায়েহাল আৰু বাপেক মাকক প্ৰবঞ্চনা কৰিব । গতিকে বৃদ্ধ মণিৰাম আৰু জেতুকী পতিয়ন গ'ল । সিহঁতৰ মনৰ খুকবি নোহোৱা হৈ গ'ল আৰু বিয়াতেই নহয় আনকি বিয়া দুখনৰ পুৰোহিতালী কৰিবলৈও সিহঁত সন্মত হ'ল ।

সোণজিৰি কৃষ্টিভৱনতেই ৰেৱতী সূৰ্য্য-লিপিকাৰ বিবাহৰ আয়োজন কৰা হ'ল । বিয়া দুখনত নুৰুল-লিপিকাহঁতেও খৰছৰ বাবে টকা পইছা যোগান ধৰিলে । সোণজিৰি উন্নয়ন কমিটিয়েই বিয়াৰ সকলো যা-যোগাৰ কৰিলে । সোণজিৰি কৃষ্টিভৱনটো সুন্দৰকৈ সজাই তোলা হ'ল । সন্মুখত সুন্দৰ তোৰণো নিৰ্ম্মাণ কৰা হ'ল । অভ্যৰ্থনাৰ বাবে কটী-পুৰী-চবজি-মিঠাই আদিৰ যোগাৰ উন্নয়ন কমিটিয়ে কৰিলে । পিছে সোণজিৰিৰ গঞা ৰাইজে তাতে সন্তোষ্ট নহৈ নিজেই ছাই-আপং-গাহৰি মঙহ আৰু পোৰাং (ভৰাপাতত বান্ধি সিজোৱা বৰা চাউলৰ ভাত) আৰু বনৰীয়া শাক পাচলি যোগান আনি ভোজ-ভাতৰ ব্যৱস্থা কৰিলে । সোণজিৰিৰ ৰাইজৰ মাজৰেই কয়তে নিজেই আলহী আৰু নিজেই গৃহস্থ হৈ বিয়া দুখনৰ অভ্যৰ্থনাৰ জঞ্জাল মাৰিলে । আঁহতগুৰিৰ

পৰাও নুৰুল আৰু লিপিকাহঁতৰ আত্মীয় স্বজন আৰু বন্ধু-বান্ধৱসকল আহি কৃষ্টিভৱনৰ আলহী ঘৰতেই শিবিৰ পাতি বহিলহি । মুঠতে দুয়োজোৰা বৰকন্যা কোনো অসুবিধা নোহোৱাকৈ বিবাহৰ কাম পূৰ্ণোদ্যমে চলিবলৈ ধৰিলে ।

অৱশ্যে শত্ৰুপক্ষও বহি নেথাকিল । ৰাতি ৰাতি সিহঁতে বিয়াদুখনৰ বিৰুদ্ধে অপপ্ৰচাৰ কৰিবলৈ ধৰিলে । সোণজিৰিৰ গাওঁ আৰু কেন্দ্ৰত বিভিন্ন অপপ্ৰচাৰেৰে সিহঁতে বিয়া খাবলৈ ধৰা মানুহক বাধা দিবলৈ চেষ্টা কৰিলে । সোণজিৰিৰ গাৱঁত নহ'লেও নগৰত তেনে অপপ্ৰচাৰৰ প্ৰভাৱ নপৰাকৈ নেথাকিল । সিহঁতে কিছুমান কুৰুচ-কুশ্ৰী আৰু অশ্লীল পোষ্টাৰো মাৰিলে -

এই অধৰ্ম্মী বিয়া দুখন বৰ্জন কৰক ।

এনে বিজতৰীয়া বিয়াই সোণজিৰিৰ সজাত মাৰিলে ।

সোণজিৰিৰ মিছিং সম্প্ৰদায়ৰ পবিত্ৰতা ৰক্ষা কৰক ।

এই অধৰ্ম্মী বিয়া দুখনে সোণজিৰিৰ পাপ বৃদ্ধি কৰিব ।

ৰাইজ, নিজ কৃষ্টি-সংস্কৃতি-ঐতিহ্য ৰক্ষা কৰক ।

আহোমনী-গড়িয়া-দুমুনী আহি সোণজিৰি অশুচি কৰি পেলালে ।

এই বজ্জাতহঁতৰ কমিউনিষ্ট বিয়া বন্ধ কৰক ।

এনেবোৰ অসভ্য ধ্বনিৰ পোষ্টাৰে সোণজিৰিক অশুচি কৰিলেও সোণজিৰিৰ সৎমানুহবোৰৰ মন অশুচি কৰিব নোৱাৰিলে । সৰলা-লিপিকা-নুৰুলহঁতৰ মনতো এনেবোৰ দুস্কাৰ্য্যই বিশেষ ৰেখাপাত কৰিব নোৱাৰিলে । টেঙা আম বাৰে বাৰে বেচিব নোৱৰাৰ দৰে একেবোৰ অবাৰ্চীণ ধ্বনিৰে বাৰে বাৰে সিহঁতক আঘাত হানিব নোৱাৰিলে । কাৰণ প্ৰথমবাৰৰ এনে বৰ্বৰ প্ৰচাৰৰ আঘাতৰ পিছত সোণজিৰিৰ বিচাৰ বুদ্ধি সম্পন্ন আৰু বিবেকবান মানুহ সচেতন আৰু অভিজ্ঞ হৈ পৰিল । সোণজিৰি নগৰৰ এই মতলববাজী ভণ্ডনেতাহঁতৰ নগ্নৰূপো ক্ৰমে উন্মোচিত হৈ পৰাত সিহঁতৰ অপকাৰ্য্যবোৰৰ প্ৰতি সচেতন মানুহবোৰে বিশেষ বাধাৰ সৃষ্টি কৰাত সফল নহ'ল ।

সোণজিৰিৰ ডেকা-গাভৰুহঁত বিয়া দুখনত জপিয়াই পৰিল । ঢোল-তাল-পেঁপা-গগনা আদিৰে সিহঁতে চঃমানত জপিয়াই পৰিল । সিহঁতে বিয়াৰ কাৰ্য্য সমাপনৰ আগতে নুৰুল-ৰেৱতী-সূৰ্য্য আৰু লিপিকাকো নাচ-গানত যোগ দিবলৈ বাধ্য কৰালে । তাতে নাচ গান বলিয়া সূৰ্য্য নহ'লে দেখোন গুমৰাগ চঃমানবোৰ নজমেই । দুয়োজোৰা বৰকন্যাই নাচগানত যোগ দিবলৈ আপত্তি নকৰিলে । সিহঁত নাচ-গানত অভ্যস্ত আৰু মতলীয়াও । সিহঁতৰ শুভপৰিণয়ত সোণজিৰিৰ ডেকা-গাভৰুহঁতৰ লগত চঃমান কৰিবলৈ পোৱাতো আনন্দ আৰু সৌভাগ্যৰ কথাও । তদুপৰি সিহঁতৰ সন্মুখত পৰি আছে এখন ভয়াময়া ৰণ । ইয়াৰ পিছত বা কি হয় তাৰ কি নিশ্চয়তা আছে । সমাগত সংগ্ৰামৰ অভাৱনীয় পৰিণতিৰ পিছত কিজানি সিহঁতৰ পুনৰ বাৰ এনেদৰে নাচগান

কৰাৰ সুযোগ নাথাকে । এয়া কিজানি সিহঁতৰ শেষ চঃমানো হ'ব পাৰে ।

গতিকে সূৰ্য্যই মুৰত গামোচা বান্ধি কান্ধত ঢোলটো লৈ আৰম্ভ কৰিলে গুমৰাগৰ অইনিঃতম -

গৃনমুৰ পঃলল আঃ দাক্ কুবং কাজে মিচিঙা
দাক্তগ আঁচাৰচাৰ্দাক কুবংকাজে মিচিঙা
কেঃ দাং অপে্পুন নুনদং কুবং কাজে মিচিঙা
আলি আঃয়ে চঃমান নাংকুই কাজে মিচিঙা

(ফাগুনৰ মাহ আহি পালেহি, পচোৱা বতাহ বলিছে, কপৌফুল ফুলিছে, কুলি চৰাইয়ে বিনাইছে - ব'লা মিচিং বাইজ, আলি আঃয়ে লৃগাং বিহু মাৰোগৈ ব'লা)

লগে লগেই ঢোলত গিৰ্জনি উঠিল আৰু ডেকা গাভৰুহঁত গুমৰাগ নাচত জপিয়াই পৰিল । নুৰুল-ৰেৱতী-লিপিকাহঁতেও নাচত প্ৰাণঢালি যোগদান কৰিলে । নাচৰ এটা ছেও শেষ হোৱাৰ পিছতেই ৰেৱতীয়ে কৰ্কালত ধৰি পাকমাৰি ঘূৰি ঘূৰি আৰম্ভ কৰিলে বিহুগীত -

চঃমান নাচোতে তোমালৈ চাওঁতে
ফুটিলে কাঁইটীয়া জোঙে
তোৰো মনে গলে মোৰো মনে গলে
কি কৰিব জাতপাতৰ জেঙে ।

সুৰীয়া বিহুগীতৰ লগত তালদি গোজৰি উঠা ঢোলৰ চাবত ডেকা-গাভৰুহঁতে উদ্দাম লহৰত বিহু নাচিবলৈ ধৰিলে । এইবাৰ লিপিকা আৰু নুৰুলৰ গা উঠিল । দুয়োটাই একেলগেই আৰম্ভ কৰিলে সুৰীয়া অইনিঃতম -

য়াম্প যাঃয়াঙৌ ৰৰ যাঃ য়াঙৌ
ৰক্নী নীগুননী গুবাঃ য়ীকুপী
য় কিতুনী তুনাং য়েকুপী
কিৰপী কিতুনী তুনাং য়েকুপী ।

(বাৰ্দ্ধক্যৰ যন্ত্ৰণাত জৰ্জৰিত কুকুৰাৰ দৰে জীৱনটো আজি কালিকৈ তিলতিলকৈ শুকাই ক্ষীনাই যাবলৈ ধৰিছে । গতিকে জীৱন থাকে মানে, যৌৱন থাকে মানে, আনন্দ কৰা । অহা কালিৰ কথা চিন্তা নকৰি আজিয়েই স্ফূৰ্ত্তি কৰা)

ঢোল-পেঁপা-গগনাৰ উত্তাল লহৰত ডেকা-গাভৰুহঁতে আত্মহাৰা হৈ নচাৰ মাজতে চণ্ডীৰামো উন্মনা হৈ পৰিল । সিও আৰম্ভ কৰিলে বিহুগীতৰ হিয়া কপোৱা সুৰ-

হালধি লেখিলে মোকে ঐ লাহৰি
কুৰলৈ লেখিলে মোক

বিহু মাৰিবলৈ মোকে চৰাজিলে
নাচোতে নেলাগে ভোক ।

চঃমানৰ আনন্দ উচ্ছলতাৰ লগে লগে ভোজ-ভাত খানা-পিনাবো ধোম উঠিল । বৰ-কন্যাহঁত আৰু সোণজিৰিৰ ৰাইজে যোগান ধৰা খাদ্য-সামগ্ৰী পানীয় আদিৰ উভৈনদীৰ মাজত কোনোৱেই খাবলৈ নোপোৱা অথবা কাৰোৰে বাবেই এইক্ষেত্ৰত হাতধৰাৰ প্ৰয়োজন নেথাকিল । সেয়ে আটাইয়েই গা-মন ভৰাই খোৱাত লাগি গ'ল । খানা-পিনা পূৰাদমে চলি থকাৰ সময়ত উচ্চ শব্দগ্ৰামৰ কেছেটত বিহুগীত আৰু আইনিঃতম চলি থকাৰ ব্যৱস্থাও কৰা হ'ল । সোণজিৰিৰ সংস্কৃতিবান লোকসকলৰ বিচাৰ হ'ল যে আধুনিক মানেই সকলো বেয়া নহয় । আধুনিক উন্নত যান্ত্ৰিক মাধ্যমেৰে সুমধুৰকৈ আবিকৃতভাবে প্ৰচাৰিত হোৱা লোকগীত-মাত-নাচ আদি গ্ৰহণযোগ্য । অৱশ্যে হিন্দি-ইংলিচমাৰ্কা আধানাগুঠ আৰু যৌন উত্তেজক গান-নাচ-বাদ্যবোৰ দুস্কৃতিৰ বাহক আৰু সেয়ে সেইবোৰ পৰিত্যাগ কৰিব লাগে ।

বিবাহৰ আনুসঙ্গিক আনন্দ উৎসৱ আৰু খানা-পিনাৰ আপ্যায়ন শেষ হোৱাৰ পিছত বিয়াৰ মূল কাম কন্যাসম্প্ৰদানপৰ্ব আৰম্ভ হ'ল । অনিৰাম জেতুকীৰ লগতে ডেকা গাম আৰু গাৱঁৰ বুঢ়া-মেথাবোৰ চাৰিওফালে জেংপাতৰ কঠত ঘূৰণীয়াকৈ বহিল । মিছিং সমাজৰ 'মিদাং' অৰ্থাৎ সামাজিক প্ৰথা আৰু 'কুমচু জ-চু' অৰ্থাৎ সেৱা সৎকাৰৰ যোগেদিং বিবাহ পদ্ধতিক সংমিশ্ৰিতৰূপেৰেই সূৰ্য্য-লিপিকা, নুৰুল-ৰেৱতীৰ বিবাহকাৰ্য্য আৰম্ভ কৰিলে । দুয়ো দম্পত্তিকেই ৰঙীন মিছিং পৰম্পৰাগত সাজেৰে সজাই সাতোলা আৰু গিয়াতী বুঢ়া-মেথাসকলৰ মাজত কঠত বহুৱালে । দুয়োজোৰা দৰাকন্যাই ৰাইজৰ আগত সেৱা কৰি আঠু লোৱাত সাতোলা অনিৰাম বুঢ়াই বোধজ্ঞান আৰু আশীৰ্বাদ দিবলৈ ধৰিলে আঁৰ নলগা গহীন গম্ভীৰ মাতেৰে -

"কুটুম ৰাইজ সকল অ', আমাৰ ডেকা-গাভৰু দুজোৰাই সংসাৰ পতাৰ বাবে ৰাইজৰ ওচৰত আঠুলৈ সেৱা লৈছে । আমি আজি তাহাঁতক একেলগে বান্ধি দিছো । বেঙেনাৰ জোটাৰ দৰে সিহঁতবোৰ ওৰে জীৱন মিলি থাকক । সিহঁতৰ মিলাজুলাৰ সময়ত আমি ৰাইজ সাক্ষী হৈছো । আগলৈকো তাহাঁতৰ ঘৰ সংসাৰৰ ভাল-বেয়াৰ সময়ত আমি ৰাইজ সাক্ষী থাকিম । কুকুৰা কাটি কাৰ্চিকাদং দেৱতাক পূজা কৰি সিহঁত বিয়াত সোমাইছে । দঞি প'লক সাক্ষী কৰি আমি সিহঁতৰ বিয়া পাতি দিছো । দঞিপ'লৰে সিহঁতৰ কুশল কৰিব । আমি ৰাইজেও আশীৰ্বাদ দিছো সিহঁতৰ সংসাৰ ল'ৰা-ছোৱালীয়ে ভৰি পৰিব, সিহঁতৰ সুখ হ'ব আৰু কোনো দেও-মনিষ, ভূত-প্ৰেত, যখিনী-জিগিনীয়ে সিহঁতক চুব নোৱাৰিব । আমি আশীৰ্বাদ কৰিছো, সিহঁতৰ দেৱতা-ঈশ্বৰ, মানুহ-চৰাই-চিৰিকটি-পশু, ভিক্ষাৰী-সন্যাসী-দুখীয়া নিচলাক এমুঠি দি সহায় কৰিবলৈ শক্তি হ'ব । বজালে, ৰাইজলৈ আৰু দেৱতালৈ এমুঠি দিবলৈ সিহঁতৰ সুমতি

হ'ব । গতিকে ৰাইজ, সিহঁতক জয়ধ্বনি দি আশীৰ্বাদ দিয়ক আৰু সিহঁতৰ বিয়া আজি সমাপন হওক ।"

লগে লগেই বিপুল জয়ধ্বনি আৰু আনন্দেৰে ৰাইজে উভয় দৰাকন্যাক আশীৰ্বাদ দিলে । সৰলা আৰু আঁহতগুৰিৰ পৰা অহা বিবাহ যাত্ৰীহঁতে উৰুলী দি মঙ্গল কামনা কৰিলে । তাৰপিছত দুয়োজোৰা দৰাকন্যাকে বুঢ়া-মেথা ৰাইজৰ লগতে ভোজ-ভাত আপং মাংস খোৱাই বিবাহকাৰ্য্য সামৰণি মাৰিলে ।

নুৰুল-ৰেৱতী আৰু সূৰ্য্য-লিপিকাৰ বিয়া দুখন অতি আনন্দ উৎসৱ আপ্যায়নেৰে আৰু সোণজিৰি ৰাইজৰ সক্ৰিয় সহযোগ আৰু মঙ্গল উৰুলীৰে সুকলমে সমাধান হেৱাত আটাইতকৈ বেচি সুখী হ'ল প্ৰথমে সুবিমল আৰু দ্বিতীয়তে সৰলা । কাৰণ বিবাহৰ ৰাজহুৱা প্ৰচাৰ আৰু আয়োনৰ সময়ৰে পৰা শনাইহঁতৰ অপপ্ৰচাৰৰ ফলত যেইকোনো সময়তেই কোনো বাধা-বিঘিনি অথবা অপায়-অমঙ্গল আহি পৰাৰ দুৰ্ভাবনা অনবৰতে চলি আছিল । সেয়ে সুবিমল আৰু সৰলাই সৰ্বদাই এক অপ্ৰত্যাশিত সংশয়, অনিশ্চয়তা আৰু চেপাঁ মানসিক উত্তেজনাৰ মাজত থাকিব লগা হৈছিল । এতিয়া বিবাহকাৰ্য্য ব্যাপক আড়ম্বৰ আৰু সহযোগিতাৰে অতি সুকলমে সমাধান হোৱাত সিহঁতৰ বিশ্বাস হ'ল যে সাধাৰণ ৰাইজৰ বিবেক অতি ন্যায়সঙ্গত আৰু শক্তিশালী । ৰাইজ লগত থাকিলে অপশক্তিবোৰে বিশেষ পয়মাল সৃষ্টি কৰিব নোৱাৰে । সমাজৰ কুচক্ৰীহঁতৰ মোকাবিলা কৰিবলৈ আচলতে ৰাইজৰ ঐক্যবদ্ধ জনবলহে প্ৰকৃত স্থায়ী শক্তি ।

সোণজিৰিৰ মঙ্গলৰ বাবে সৰলাহঁতে চলাব খোজা একপ্ৰকাৰৰ চূড়ান্ত সংগ্ৰামৰ আগতে কোনো প্ৰকাৰৰ নীচ ষড়যন্ত্ৰই বিভেদৰ সৃষ্টি কৰিব নোৱাৰাকৈ এই ভিন্নধৰ্ম্ম সম্প্ৰদায়ৰ ডেকা-গাভৰু যুগলৰ এই আনুষ্ঠানিক সামাজিক মিলনে নিশ্চয় সুদৃঢ় বুণিয়াদ গঢ়ি তুলিলে ।

# এঘাৰ

সৰলাইঁতে সিহঁতৰ স্মাৰকপত্ৰ প্ৰদানৰ পিছত চৰকাৰী বিষয়া সকলে সেই সম্পৰ্কত কিবা অগ্ৰগতি কৰিছে নাই জানিবলৈ বিষয়া সকলক পুনৰ লগ ধৰিলে । কাৰণ সমদল, বিক্ষোভ আৰু ঘেৰাওৰ দৰে চৰম পদক্ষেপ লোৱাৰ আগতে গোটেই অৱস্থাটো সিহঁতে জানি লোৱা উচিত বুলি বিবেচনা কৰিলে । তাতে লিপিকাহঁতৰ বিয়া দুখনত কিছুদিন ব্যস্ত থকাৰ পিছত ৰাইজক চৰমভাবে প্ৰস্তুত কৰিবলৈ কিছু সময়ৰো প্ৰয়োজন হ'ল । তদুপৰি চৰকাৰী বিষয়া সকলৰ পৰা চৰকাৰৰ দৃষ্টিভঙ্গী আৰু মনোভাব বুজাৰো কিছু ইঙ্গিত পোৱা যাব পাৰে । চৰকাৰৰ মনোভাব বুজি পালে সিহঁতৰ আন্দোলনৰ সময়, পদ্ধতি আৰু কৌশল তৈয়াৰ কৰাতো সুবিধা হ'ব পাৰে । সুবিমল সৰলাৰ বিশেষকৈ মনত পৰিলে মহান সমাজ তান্ত্ৰিক বিপ্লৱী লেনিনৰ সেই অমৰ উপদেশ যে সংগ্ৰামৰ ক্ষেত্ৰত এখোজ আগলৈ দুখোজ পিছলৈ যোৱা কৌশল গ্ৰহণ কৰিব লাগে ।

মাটি হাকিম বড়োৱে দুখেৰে জনালে অতি বিনীতভাবে -

"কি কৰিম ৰাইজ, মই নিৰুপায় । মই সোণজিৰিৰ থলুৱা জনজাতিসকলৰ মাটিৰ জৰিপ কাৰ্য্য সমাপ্ত কৰি বেদখলকাৰীহঁতকো উচ্ছেদৰ জাননি দিছিলো । পিছে স্থানীয় বেপাৰী ঠিকাদাৰ আদিৰ হেঁচাত স্থানীয় বিধায়ক তথা মন্ত্ৰী মহাশয়ৰ হেঁচাত ৰাজহ বিভাগৰ পৰা উচ্ছেদ কাৰ্য্য স্থগীত ৰখা হৈছে । গতিকে পুনৰ হুকুম নোপোৱালৈকে মোক এনেবোৰ কাৰ্য্য বন্ধ ৰাখিবলৈ নিৰ্দ্দেশ দিছে । এনে অৱস্থাত মদ জুৱা বন্ধ কৰা আৰু ঠিকাদাৰক নদী নিয়ন্ত্ৰণৰ কামৰ অগ্ৰগতিৰ বাবে হুকুম দিয়াৰ মোৰ শক্তি ক'ত ? গতিকে আপোনালোকে মোক অক্ষমতাৰ বাবে মাফ কৰিব ।"

খণ্ড উন্নয়ন বিষয়া ন-ৰাম মৰাণেও প্ৰায় একেধৰণৰ অসহায় সুৰত ক'লে -

"কেন্দ্ৰৰ পৰা অহা গ্ৰাম্য উন্নয়ন পুঁজিৰ ধন স্থানীয় বিধায়ক মন্ত্ৰী শাসক নেতা আৰু ঠিকাদাৰৰ হাততেই একচেতীয়াভাবে ন্যস্ত কৰা হৈছে । অথচ আপোনালোকৰ সোণজিৰি উন্নয়ন কমিটিক বোলে তেওঁলোকে চকুৰ কুটা দাঁতৰ শূল হেন জ্ঞান কৰে । গতিকে আপোনালোকৰ কথা কলেই বা আপোনালোকৰ নাম শুনিলেই তেওঁলোক অগ্নিশৰ্ম্মা হৈ উঠে । এতেকে মোৰ অশেষ চেষ্টাৰ পিছতো আপোনালোকৰ বাবে ধন মজুৰী, ঋণপ্ৰদান, ক্ষুদ্ৰউদ্যোগৰ বাবে সাহাৰ্য্য প্ৰদান আৰু বৃদ্ধ বিধৱাক পেঞ্চন দান, বাসগৃহ নিৰ্ম্মাণ আদি কাৰ্য্যত একো আগবাঢ়িব পৰা নাই । এসময়ত প্ৰতিশ্ৰুতি দিও ৰাখিব নোৱাৰা বাবে মই দুঃখিত ৰাইজ ।"

জিলা শিক্ষা পৰিদৰ্শকৰ উক্তিও তদ্ৰূপ হতাশ আৰু নিৰাশজনক । তেওঁ কৈ গ'ল -

"পৰীক্ষা কেন্দ্ৰবোৰ এতিয়া কিছুমান দালালৰ হাতত পৰিছে বুজিছে বাইজ। গাৱঁৰ চুকে কোনে বাইজক সুবিধা দিয়াৰ নামত চৰকাৰী একাংশ বিষয়া, এচাম শিক্ষা বিষয়া, বুজন সংখ্যক শিক্ষক-অভিভাৱক ছাত্ৰ তথা শাসকদলৰ নেতা আৰু দালাল, আনকি এচাম আৰক্ষীও লগলাগি ধনঘটাৰ ব্যৱসায় চলাব ধৰিছে। ফলত আমি সৎ বিষয়াবোৰ অসহায় হৈ পৰিছো। আমাৰ ৰিপোৰ্ট আৰু অনুমোদনবোৰ হয় অৰণ্যে গৈছে নহয় সেইবোৰৰ গয়নালৈ সংশ্লিষ্ট শিক্ষা প্ৰশাসক আমোলা বহুতেই ধন ঘটাৰ সুযোগ পাইছে। গতিকে কৰিম কি বাইজ। তথাপি এইবছৰ অসমৰ বহুতো বিপদজনক পৰীক্ষা কেন্দ্ৰৰ লগতে আমাৰ সোণজিৰি পৰীক্ষা কেন্দ্ৰকো বিপদজনক বুলি গন্য কৰি আগন্তুক পৰীক্ষাত দণ্ডাধীশ নিয়োগ কৰিবলৈ পৰীক্ষা নিয়ন্ত্ৰকক কঠোৰ পৰামৰ্শ দিছো। সেয়ে আপোনালোকে দণ্ডাধীশক সহায় কৰিব লাগিব। পৰীক্ষা বিষয়া, নিৰীক্ষক আনকি আৰক্ষীয়েও তেওঁক সহায় নকৰিব পাৰে। বাইজে সহযোগিতা কৰিলে ময়ো দণ্ডাধীশৰ সঙ্গ দিবলৈ চেষ্টা কৰিম। তাতোকৈ মই বেচি একো কৰিব নোৱাৰিম। আপোনালোকে যেন দুখ নেপায়।"

বান আৰু খহনীয়া নিয়ন্ত্ৰণ কাৰ্য্যৰ কাৰিকৰী আৰু তদাৰকী বিষয়া দুজনেও জনালে যে তেওঁলোক কেৱল সাক্ষী গোপালহে। নিৰ্ম্মাণকাৰ্য্য সময়ত যে হৈ নুঠে সেইকথা জানিও তেওঁলোক অসহায়। মন্ত্ৰী-ঠিকাদাৰ আৰু শাসক দলৰ নেতাইঁতেহে যে এইক্ষেত্ৰত মূল মানুহ, তেওঁলোক নহয়।"

এনে অৱস্থাত চৰকাৰ আৰু পুলিচ যে অপশক্তিবোৰৰ পক্ষত, প্ৰশাসন যে অসহায় সোণজিৰিৰ বাইজ যে সম্পূৰ্ণ এঘৰীয়া এই কথা সকলোইঁতৰ বাবে স্পষ্ট হৈ পৰিল। সিইঁত যে এতিয়া ধন-ক্ষমতা আৰু ৰাষ্ট্ৰশক্তিকলৈ বলীয়ান সেই কথাও নগ্ন হৈ পৰিল। তদুপৰি সিইঁতবোৰ যে হিংস্ৰ, নৃশংস আৰু প্ৰতিশোধ পৰায়ন হৈ পৰিছে, সেই কথা বুজাতো অসুবিধা হোৱা নাই। আনহাতে সোণজিৰিৰ উন্নয়ন কমিটিৰ লগত আছে আদৰ্শশক্তি আৰু জনশক্তি। তেওঁলোকৰ বাবে এয়েই ভাৰষা যে নৈতিক শক্তি অস্ত্ৰ শক্তিতকৈ শ্ৰেষ্ঠ বুলি ইতিহাসে প্ৰমাণ কৰি আহিছে। তাকেই শিৰোগত কৰিয়েই তেওঁলোক অগ্ৰসৰ হ'বই লাগিব, লাগিলে বিয়েই নাহক তেওঁলোকৰ সন্মুখত।

সোণজিৰিৰ ভিতৰৰা গাঁৱৰ পৰা প্ৰচাৰৰ কাম কৰি ঘূৰি আহি ক্লান্ত দেহেৰে সকলোই বিমলৰ লগত চাহ খাবলৈ বহি ক'লে -

"আমাৰ আন্দোলনৰ ওপৰতো যে আক্ৰমণ হ'ব সেই কথা প্ৰায় স্পষ্ট হৈ পৰিছে বিমল। মই অৱশ্যে তাৰ বাবে ভয় খোৱা নাই। তথাপি কিবা এটা হ'ব পাৰে বুলি তোমাৰ আৰু পানেইৰ কথা ভাবি মাজে মাজে টোপনি নোহোৱা হয়। তোমাৰ মনলৈ একো চিন্তা নাহেনে ?"

"কিযে কোৱা বালা", সুবিমলে প্ৰসঙ্গটো পাতলাবলৈ চেষ্টা কৰি উত্তৰ দিলে - "মোক তুমি শিলৰ মানুহ বুলি ভাবানেকি ? চোৱা, তোমাৰ, পানেইৰ, মা-দেউতাৰ, ৰেৱতী, চণ্ডীৰামৰ কথা, সমুখৰ বিপদৰ কথা ভাবিলেই মনলৈ আহে । কিন্তু মই মোৰ আপোন পৰিয়ালৰ চিন্তাক সমগ্ৰ সোণজিৰিৰ চিন্তাৰ লগত একীভূত কৰি মোৰ মনৰ দুখ পাতলাবলৈ চেষ্টা কৰো বালা । মোৰ পৰামৰ্শ হ'ল যে তুমিও তাকেই কৰা ।"

"তুমি হয়তো ঠিকেই কৈছা বিমল", সৰলাই সহজ হ'বলৈ চেষ্টা কৰি ক'লে, "হয়তো অযথাই বেচি চিন্তা কৰিছোঁ । হয়তো একোৱেই নহ'ব পাৰে । আমি গোটেইমখা ৰাইজ একেলগে আছোঁ যেতিয়া নিশ্চয় জয়ী হ'ব পাৰিম । এনে সবল আৰু দৃঢ় প্ৰত্যাশাৰেই নিশ্চয় মনৰ সাময়িক দ্বিধা আৰু সংশয় দূৰ কৰিব লাগিব । তথাপি দোখোন কেতিয়াবা মনটো দুৰ্বল হৈ পৰে তোমালোকৰ কথা ভাবি ।"

"শুনা বালা, ইংৰাজী সাহিত্যৰ ছাত্ৰৰূপে মহৎ শেক্সপিয়েৰৰ সেই অমৰ উপদেশ, 'আটাইতকৈ ভালৰ বাবে আশা কৰা আৰু আটাইতকৈ বেয়াৰ বাবে সাজু থাকা ।'- এই অমৰ বাণীৰে মই সদায় উদ্বুদ্ধ হওঁ আৰু তুমিও তেনে হ'ব লাগিব ।"

"হুম, নিশ্চয় মই উদ্বুদ্ধ হম বিমল মোৰ ধনটো" সৰলাই আবেগেৰে বিমলক সাবটি ধৰি সিক্ত কণ্ঠেৰে ক'লে । এই পৈনত বয়সতো তাই যেন সেই তাহানিৰ গাভৰু কাললৈ উভতি গ'ল । এক সমাগত সংকটৰ ভয়ে হয়তো তাইক বিহ্বল কৰি পেলাইছে । গতিকে প্ৰচণ্ড আবেগেৰে তাই পুনৰ ক'লে, "দেউতাই তেওঁৰ স্বপ্নকল্পনাক বাস্তৱায়ীত কৰিবলৈ তোমাৰেই সঙ্গী কৰি মোক ইয়ালৈ পঠালে । সেয়ে এই স্বপ্নৰ বেগৱতী নদীত আমি যেন কোনেও কাকো নেহেৰোৱাওঁ ।"

"তুমি বেচি আবেগিক হৈছা বালা", সুবিমলে সৰলাক বুকুৰ মাজত ৰাখিয়েই সাহস দি ক'লে, "আমি কোনোৱাই কাৰোবাক হেৰোৱাৰ লগা হোৱা ধৰণৰ চৰম কথা কিয় ভাবিছা সোণজনী মোৰ । আমাৰনো হেৰোৱালৈ কি আছে ? আমাৰ আছে মহাবাহু ব্ৰহ্মপুত্ৰ, খৰস্ৰোতা সোৱণশিৰি, সোণসাৰুৱা সোণজিৰি আৰু ভৱিষ্যতৰ বণ্ডা সূৰ্য্য । আমি হেৰোৱায়ো সকলো পাম ।"

"সঁচা কথা, আমি হেৰোৱায়ো সকলো পাম", সৰলাই দৃঢ়কণ্ঠে শলাগিলে ।

ৰাতি কিছুমান বিকট চিঞৰ আৰু অশ্লীল অবাইচ গালি শুনি হঠাৎ সাৰপাই লিপিকাই সূৰ্য্যক জোৰেৰে সাবটি ধৰি আতঙ্কিতভাৱে ক'লে -

"ইহঁতে যদি কেতিয়াবা ৰাতি আক্ৰমণ কৰে কি কৰিবা সূৰ্য্য ?"

"নাই নাই, ইহঁতৰ ইমান সাহস নাই", সূৰ্য্যই নিৰুদ্বেগ কণ্ঠেৰে উত্তৰ দিলে, "দাঁত নোহোৱা সাপৰ ফোঁচফোঁচনিয়েই সাৰ বুইছা, খালি পাত্ৰহে বেচিকৈ বাজে । ৰাতি আন্ধাৰৰ আঁৰ লৈ কেউবা জোৰাইত জানা লিপি নিলাজ আৰু কাপুৰুষ ।"

"কিন্তু এই আন্ধাৰৰ কীটহঁতেইতো কাপুৰুষালিৰে পাশৱীক কাম কৰে ?"

লিপিকাই মন্তব্য কৰে।

"হ'লেও বুইছা সিহঁত সিমান আগবাঢ়িব নোৱাৰে", সূৰ্য্যই দৃঢ়স্বৰে কয়, "সিহঁতৰো ভয় আছে জানা, সিহঁতৰো সীমা আছে।"

"সিহঁতৰ কিহৰ বাবে ভয় আছে সূৰ্য্য ?" লিপিকাই অবিশ্বাসেৰে সুধে, "সিহঁতৰ ধন আছে, গুণ্ডা আছে আৰু সিহঁতৰ লগত আছে চৰকাৰ আৰু পুলিচ।"

"সেইটোৱেই তোমাৰ ভুল লিপি", সূৰ্য্যই গাত নলগা ধৰণে মন্তব্য কৰে, "সেই সকলোবোৰ থাকিলেও সিহঁত দুৰ্ভগীয়া। কাৰণ সিহঁতৰ নাই আদৰ্শ, সততা, মানৱতা নাই জনশক্তি। সিহঁতৰ আসুৰীক শক্তি অস্থায়ী বুজিছা। সেইবোৰ তাচপাতৰ ঘৰ এদিন তচনচহৈ ভাগি পৰিব।"

"তুমি সঁচা কথা কৈছা লিপি। কিন্তু মোৰ দিশহীন স্বপ্নৰ জগতত সমাজক সুন্দৰ কৰাৰ স্বপ্ন জগাই দিলে সবলা নবৌৱে আৰু সেই স্বপ্নক আলফুলকৈ পোহপাল কৰিলা লিপি তুমি, মোৰ যুদ্ধৰ সঙ্গী তুমি।" সূৰ্য্যই লিপিকাৰ মুখত ধৰি ক'লে -

"সঁচানে সূৰ্য্য ? সঁচাই কৈছা ?" লিপিকাই সজোৰে সুধে, "তেনেহ'লে মোৰ বুকুৰ তেজ দিও সেই সপোন জীয়াই ৰাখিম মোৰ জীউটো। আনকি সংগ্ৰাম কৰোতে পুলিচে গুলিয়ালেও সেই আঘাতৰ তেজ বোলাই দিম এই সোণালী সপোনটোৰ কেউফালে।"

"চাব্বাচ মোৰ প্ৰেৰণাৰ বাণী লিপি", সূৰ্য্যই আশ্বস্ত হৈ ক'লে, "এয়াহে মোৰ স্বপ্নৰ বাণীৰ প্ৰিয় বাণী। আচলতে জানা সপোনৰ মৃত্যু নাই. আৰু যি স্বপ্নাতুৰ তেওঁলোকৰো পৰাজয় নাই।"

"তুমি বাৰু ভাবানে সূৰ্য্য যে আমাৰ সমদলক সিহঁতে হিংসোৰে ভেটা দিব ?" লিপিকাই এইবাৰ প্ৰত্যক্ষ প্ৰশ্ন কৰে, "মোৰ দৃঢ় ধাৰণা যে সিহঁতে এইবাৰ পশুবল প্ৰয়োগ কৰিব।"

"তুমি আকৌ একেবোৰ প্ৰশ্নকেই কৰি আছা", সূৰ্য্যই সামান্য অস্বস্তিৰে কয়, "পশুবনো নখ, শিং, দাঁত আদিৰ বাহিৰে আছে কি ? সেয়ে সিহঁতে সেইবোৰ প্ৰয়োগ কৰিব পাৰে। সেইবুলি আমি ভয়ত ত্ৰস্তমান হমনে ? আমিও হাজাৰ ডেকা-গাভৰুৰ স্বেচ্ছাসেৱক বাহিনী প্ৰস্তুত কৰিছো। হাজাৰ হাজাৰ বাইজ আৰু স্বেচ্ছাসেৱীকাৰ জনশক্তিৰে আমিও শান্তিপূৰ্ণভাৱে গণতান্ত্ৰিক প্ৰতিৰোধ কৰিম। সোণজিৰিৰ বিচিত্ৰ অপশক্তিবোৰে আমাক প্ৰতিহত কৰিব নোৱাৰে যদিহে হিংস্ৰ ৰাষ্ট্ৰশক্তিৰ অপপ্ৰয়োগ নকৰে।"

"ৰাষ্ট্ৰশক্তিৰ হিংস্ৰ প্ৰয়োগ কৰাতো নিশ্চিত বুলি মোৰ ধাৰণা" লিপিকাই মন্তব্য কৰিলে।

"হওক দিয়া ৰাষ্ট্ৰশক্তি আৰু গণশক্তিৰ মোকাবিলা", সূৰ্য্যই নিৰ্ভীকভাৱেই

মন্তব্য কৰিলে, "ইতিহাস আমাৰ পক্ষত বুইছা লিপি, আমি এদিন নহয় এদিন জিকিমেই ।"

"তোমাৰ এই দুঃসাহস, প্ৰচণ্ড আত্মবিশ্বাস আৰু সূৰ্য্যমুখী মনোবলেৰে তুমি সঁচাই নামে কামেই সূৰ্য্য হেৰা মোৰ মনৰ মানুহটো" লিপিকাই আত্মপ্ৰসাদেৰে ক'লে- "সেয়ে মই বৰ ভাগ্যৱতী ।"

"সঁচানে লিপি? মই হলো বৰ দুৰ্কপলীয়া", সূৰ্য্যৰ পৰিহাসত লিপিকাইও হাঁহিলে ।

ৰেৱতী সদায়েই নিৰ্ভীক ডেয়াৰ ডেভিল ছোৱালী । সোণজিৰি তাইৰ জন্মভূমি । লুইত অ'বনৰি কঢ়া চাৰিকড়ীয়াৰ পলসেৰেই সিক্ত তাইৰ দেহমন । তাইৰ আছে উচ্চশিক্ষা, সবল স্বাস্থ্য, সৰলা-সুবিমলৰ দৰে আদৰ্শনিষ্ঠ দাদাক-নবৌয়েক, চণ্ডীৰামৰ দৰে সাহসী ভাতৃ আৰু নুৰুলৰ দৰে সংস্কাৰমুক্ত স্বামী । অতবোৰ সমালোচনা আৰু আক্ৰমণলৈও কেৰেপ নকৰি পৰধৰ্ম্মৰ নুৰুলক তাই দুঃসাহসেৰে বিয়া কৰালে । তাই নুৰুলৰ মাজত দেখিলে কেৱল এটা সবল সাহসী সৎ সংগ্ৰামী পাহৱাল ডেকা মানুহ । মানুহে সজা কৃত্ৰিম ভেদাভেদক তাই কহুঁৱা ফুলৰ দৰে, পানীৰ বুৰবুৰণিৰ দৰে উৰাই দিলে । সেই ৰেৱতীক এতিয়াও কোনোবাই ক'ৰবাত দুৰৰ পৰা টিটকাৰী মাৰিলে গৰ্জি উঠি কয় -

"হেৰ' শিয়ালৰ দ'ল, কেলেই দূৰৰ পৰা ফেউৰা জুৰিছ ? আহ, সাহ আছে যদি ওলাই আহচোন কেলেহুতাহঁত । তহঁতৰ মুখত মোখোৰা পিন্ধাই দিম চাবি ।"

"এহ, তোমাৰ অলপতে মেজাজ গৰম হৈ যায়হে ৰেৱতী", নুৰুলে তাইক সংযত কৰিবলৈ চেষ্টা কৰি বাধা দি কয়, "কুকুৰবোৰক ভুকিবলৈ দিয়া, কান নিদিলেই হয় ।"

"কুকুৰবোৰে হাবিবননিত ভুকি থাককগৈ । তেতিয়া মোৰ মেজাজ গৰম হ'বলৈ একো নেথাকিব ।" ৰেৱতীয়ে তীক্ষ্ণ প্ৰত্যুৎত্তৰ দি কয়, "কিন্তু সিহঁতে বাটে পথে, গাঁৱে নগৰে অনাহক ভুকি থাকিলে আমি কানত তুলা দি থাকিব লাগিব নেকি ? জানা নহয় চলপালে কুকুৰে গলবলৈকে জপিয়াই বুলি কথা এষাৰ আছে । গতিকে সিহঁতক আৰম্ভনীতেই মোখোৰা লগাই দিব লাগে ।"

"তোমাক আৰু নোৱাৰি ৰেৱী", নুৰুলে হাঁহি মাৰি কয়, "কিযে বাঘৰ আগতেল খোৱা ছোৱালী ।"

"অ' সেইবাবেই হব পায় তোমাৰ মোক বেয়া লাগে নহয়নে নুৰ ?" ৰেৱতীয়ে হঠাৎ সুধি পেলালে ।

"ধেৎ আজলি ছোৱালী", নুৰুলে ৰেৱতীৰ মুৰটো বুকুলৈ চপাই ক'লে, "সেই বাবেইতো তোমাক বেচি ভাল লাগে মোৰ সোণজনী ৰেৱী । নহ'লে তোমাক আনে

বিয়া কৰালেহেঁতেননে ?”

“জানা, বহুতে মোক মতা ছোৱালী বুলি জোকাইছিল সৰুতে । সাহসী আৰু খৰংখজ হ'লেই মতা আৰু ভীৰু-লাজুকী আৰু নিমাতী হ'লে মাইকী, এয়াই সমাজৰ বিচাৰ নহয়নে ?” ৰেৱতীয়ে নুৰুললৈ তীক্ষ্ণ দৃষ্টিৰে চাই ক'লে, “তুমিও তেনে মতা মানুহ হৈও সমাজে পাতি দিয়া ধৰ্ম্ম-চৰ্ম্মৰ কথাত এতিয়াও মাজে মাজে কিয শঙ্কা প্ৰকাশ কৰি থাকা ?”

“সঁচা কথা ধৰ্ম্মাধৰ্ম্মৰ প্ৰসঙ্গ ওলালে মই কিছু উদ্বীগ্ন হৈ পৰো”, নুৰুলে সৰলাৰ স্বীকাৰুক্তিৰে উত্তৰ দিলে, “মোৰ ঠাইত তুমি হোৱা হ'লে হয়তো এনে অৱস্থাই হ'লহেঁতেন । কাৰণ এনেয়ে আমি ধৰ্ম্মীয় সংস্কাৰৰ পৰা মুক্ত হ'লেও যুগ যুগৰ পুৰুষানুক্ৰমিক প্ৰভাৱৰ ফলত এই নিৰ্দ্দিষ্ট বিষয়টোৰ বিশেষ প্ৰসঙ্গ আহিলে মই সঙ্কিত হওঁ । তোমালোকৰ গোষ্ঠীক অপমান কৰি তোমাক ‘ডালৰ মিৰি’ বুলি যদি কয় তেন্তে তোমাৰো আনুভূতিক আঘাত নহ'লহেঁতেননে ?”

এইবাৰ যেন সঁচাই সকলোৰে প্ৰতি বে-পৰোৱাভাব প্ৰকাশ কৰা ৰেৱতীও যেন জব্দ হৈ পৰিল । ঠিকেই কৈছে নুৰুলে । তাইৰ নিজৰ গাত চিকুট মাৰি চাইও যেন নুৰুলৰ প্ৰশ্নটোৰ সত্যতা অনুভৱ কৰিলে । গতিকে তাই কিছু দমি গৈ নৰম সুৰত উত্তৰ দিলে -

“তোমাৰ অনুভৱ সঁচা মোৰ জীউটো । মোৰো ধাৰণা যে ভালেখিনি উপৰুৱা আছিল সেইকথা তোমাৰ অনুভৱী প্ৰশ্নৰ পৰাই বুজি পাইছো । আজিৰ পৰা এনেবোৰ কথাৰে তোমাক কেতিয়াও আঘাত নিদিওঁ । এইক্ষেত্ৰত যে আত্মবীক্ষনৰ প্ৰয়োজন আছে এতিয়াহে বুজি পালো ।”

এনেদৰেই দুয়োৰেই আত্মোপলব্ধি অধিক কৰা প্ৰতিশ্ৰুত হ'ল ।

# বাইশ

সোণজিৰিত সেই দিনটোৱেই সবাতোকৈ অমঙ্গলীয়া আছিল । আকাশ আছিল তেনেই গোমা, ডাৱৰীয়া । বেলিটোৱেও যেন সংশয়ত মুখ লোকোৱাইছিল । মাজে মাজে মেঘে গাজিছিল । বিজুলি-ঢেৰেকণিয়ে সোণজিৰি কঁপাই তুলিছিল । লুইত, অ'বনৰি, কঢ়া, চামপৰা, দাংধৰা, চাৰিকড়ীয়াইও যেন সোণজিৰিলৈ চাই থমকি থমকি বৈছিল । কহুঁৱা আৰু ঝাউবনবোৰেও যেন ইনাই বিনাই সোণজিৰিৰ গাঁৱে নগৰে উৰি ফুৰিছিল । সোণজিৰিৰ বতাহজাকেও যেন লুইতৰ পৰা বিননি জুৰি চাৰিওফালে যেন এক সম্ভাব্য আঘাতৰ প্ৰতি প্ৰস্তুত হ'ব ধৰিছিল । দীৰ্ঘদিনীয়া সৃষ্টি সম্ভুৰা সোণজিৰিয়ে প্ৰসৱবেদনাৰ যন্ত্ৰণা যেন আৰম্ভ হৈছিল । কেউফালে এক গভীৰ সংঘাতৰ উত্তেজনা বিৰাজ কৰিছিল ।

এনে এক বিস্ফোৰক সময়তেই দেখা গ'ল বিভিন্ন গাঁৱৰ পৰা হাজাৰ হাজাৰ ডেকা-গাভৰু অবাল বৃদ্ধ-বনিতা হাতত পতাকা আৰু প্লেকাৰ্ডলৈ আৰু মুখত ধ্বনি দি সোণজিৰিৰ কৃষ্টিভৱনৰ বাকৰিত সমবেত হ'লহি । সোণজিৰি উন্নয়ন কমিটিৰ নেতা সকল সৰলা সুবিমল, নুৰুল, সূৰ্য্য, লিপিকা, ৰেৱতী, চণ্ডীৰামহঁতে সমবেত ৰাইজক সুশৃঙ্খল সমদলৰ শাৰীত সজ্জিত কৰাত ব্যস্ত হৈ পৰিল । সন্মুখত সচেতন ডেকা গাভৰু সকলকলৈ, মাজে মাজে সচেতন নেতাসকলে অৱস্থানলৈ আৰু বৃদ্ধ মহিলা আৰু কিশোৰ-কিশোৰীসকলক সুৰক্ষিত স্থানত লৈ সমদলটো সুসজ্জিত কৰা হ'ল । হাজাৰ হাজাৰ লোকৰ সমদলটো প্ৰয়োজনমতে বিক্ষোভ আৰু ঘেৰাও কৰিবলৈ প্ৰস্তুত কৰি সভানেত্ৰী সৰলা দলে গঁগেয়ে উদাত্তকণ্ঠেৰে ক'লে -

"শ্ৰদ্ধেয় ৰাইজ,

আপোনালোকে নিশ্চয় বুজি পাইছে যে চৰকাৰে আমাৰ সকলো আবেদন-নিবেদন, স্মাৰক-পত্ৰ প্ৰদান আৰু আলাপ-আলোচনাৰ প্ৰতি কৰ্ণাপত নকৰাত আজি আমি সদলবদে ৰাজ পথলৈ ওলাই আহিবলৈ বাধ্য হ'লো । কাৰণ আমি জানো যে আমাৰ জীৱন-জীৱিকাৰ এই দাবীবোৰ পূৰণ নহ'লে আমি সভ্য মানুহৰ দৰে বাচি থকা সম্ভব নহ'ব । আমি সোণজিৰিক ভাল পাওঁ । সেয়ে সোণজিৰিৰ উন্নতি আমাৰ অতি কাম্য । আমি আজি অভিজ্ঞতাৰে বুজি পাইছোঁ যে আমি আন্দোলনৰ দ্বাৰা চৰকাৰক বাধ্য কৰিব নোৱাৰিলে আমাৰ উন্নতি, সুৰক্ষা আৰু নিৰপত্তাৰ ব্যৱস্থা চৰকাৰে কেতিয়াও নকৰে । পিছে মাননীয় ৰাইজ, মনত ৰাখিব যে চৰকাৰ আমাৰ পক্ষত নাই । বৰঞ্চ চৰকাৰ আমাৰ বিৰুদ্ধ পক্ষতহে । ইফালে আমাৰ শত্ৰুও অনেক । সোণজিৰিৰ বৃহত্তৰ স্বাৰ্থত আমাৰ ঠাইখন আৰু ৰাইজৰ অনিষ্ট সাধন কৰা বিসকলৰ অপকৰ্ম্ম আমি বন্ধ কৰিবলৈ দাবী কৰিছো সেই সকলে নিশ্চয় আমাৰ ওপৰত গোতক তুলিবলৈ

বিচাৰিব । ফলত আজি এই অপশক্তিবোৰ চৰকাৰৰো সাহাৰ্য্য পাই আমাৰ বিৰুদ্ধে বলিয়া হৈ পৰিছে । এনে অৱস্থাত আমি সাহস, মনোবল আৰু একতা হেৰুৱাব নেলাগিব । মনত ৰাখিব ৰাইজ, শত্ৰুপক্ষই যেনেদৰেই আমাক প্ৰৰোচনা আৰু আক্ৰমণ নকৰক লাগে আমি কেতিয়াও ধৈৰ্য্য আৰু সহিষ্ণুতা হেৰুৱাব নেলাগিব । আমি কেতিয়াও ছত্ৰভঙ্গ দিব নেলাগিব আৰু যিকোনো পৰিস্থিতিতেই উত্তেজিত হৈ হিংসাত্মক হৈ পৰিব নেলাগিব ।”

“প্ৰিয় ৰাইজ”, সৰলাই কিছু আবেগেৰে কৈ যায়, “একতা আৰু জনশক্তিয়েই আমাৰ বল । সেয়ে ধন আৰু অস্ত্ৰবলৰ প্ৰতি আমি ভীতিগ্ৰস্ত হোৱা নাই । অস্ত্ৰবল আৰু আসুৰীক বলতকৈ নৈতিক বল শ্ৰেষ্ঠ বাবেই আমি নিৰ্ভীকভাবে আজি সমদল আৰু বিক্ষোভৰ বাবে ইয়াত সমবেত হ'ব পাৰিছো । গতিকে ৰাইজ, শান্তিপূৰ্ণ আৰু সুশৃঙ্খলভাবে আমাৰ নেতাসকলৰ নিৰ্দেশক্ৰমে এতিয়া আগবাঢ়িবলৈ মই বৈপ্লবীক আহ্বান জনাইছো ।”

সৰলাৰ কথা শেষ হোৱাৰ লগে লগেইক সন্মুখত সুদৃশ্য বেনাৰলৈ ৰেৱতী আৰু চণ্ডীৰামে ধৰি যোৱাৰ অৱস্থাৰে কেইবা কিঃ মিটাৰ দীঘল সমদলটো হাতত ফেষ্টুন পতাকা আৰু বেনাৰলৈ সুশৃঙ্খলভাবে আগবাঢ়িল । সকলোৰে মুখত ৰাইজৰ দাবীবোৰৰ ধ্বনি শুনা গ'ল এনেদৰে - “ৰাইজৰ মাটিৰ পট্টা দিয়ক, মদ জুৱা আৰু বিলাতী মদৰ দোকান বন্ধ কৰক, বানপানী আৰু গৰাখহনীয়া ৰোধ কৰক, পৰীক্ষা কেন্দ্ৰৰ দুৰ্নীতি বন্ধ কৰক, বিশুদ্ধ খোৱা পানীৰ যোগান ধৰক, সোণজিৰিৰ থলুৱা কৃষ্টি-সংস্কৃতিৰ বিকাশ আৰু সুৰক্ষাৰ ব্যৱস্থা কৰক” সমদলকাৰী সকল নিজ নিজ জীৱন জীৱিকাৰ দাবীবোৰ আঁওৰাই নিচাগ্ৰস্ত মানুহৰ দৰে আত্মহাৰা হৈ পৰিল । তেওঁলোকৰ মনৰ পৰা ভয়-শঙ্কা-আতঙ্ক নোহোৱা হৈ গ'ল । সমস্ত সোণজিৰি কেন্দ্ৰ মুখৰীত হৈ পৰিল সমদলৰ উত্তাল ধ্বনি আৰু উচ্চল পদশব্দত । সমদল যাত্ৰীসকলৰ খোজত উৰা ধূলিৰে ধূৰলি-কুঁৰলি কৰি পেলালে সোণজিৰি নগৰ ।

সোণজিৰিৰ জংগী ৰাইজৰ প্ৰচণ্ড সমদল দেখি মদপী জুৱাৰী আৰু সিহঁতৰ পোহনীয়া গুণ্ডাবোৰে অগাভেটা কৰিবলৈ সাহস নকৰিলে । আঁৰৰ পৰা টিটকাৰী মাৰি অথবা শিল দলিয়াই অসংখ্য ভয়ভীতিহীন মানুহক জোকাই ল'বলৈও সিহঁতৰ মৰসাহ নহ'ল । তেনে কৰিলে এই অগনন মানুহ সিহঁতৰ ওপৰত জপিয়াই পৰিলে সিহঁতৰ অৱস্থা যে কাহিল হৈ পৰিব সেই কথাও সিহঁতে বুজি পালে । আনকি কেউফালে পিয়াপি দি পহৰা দি থকা পুলিচ, বেটেলিয়ানবোৰেও সমদলকাৰীক বাধা প্ৰদান কৰাৰ সুযোগ লব নোৱাৰিলে । সিহঁতেও সন্দেহ কৰিলে যে হঠাৎ প্ৰতিৰোধ কৰি জংগী সমদলটো ক্ৰুদ্ধ কৰি তোলাহে হ'ব । তেতিয়াহ'লে সমদলকাৰী সকলৰ পৰা প্ৰতিআক্ৰমণো আহিব পাৰে বুলি পুলিচ বাহিনীয়েও ভয় খালে ।

সূৰ্য্যহঁতে দমদলটোকলৈ পোন প্ৰথমে সোণজিৰি চক্ৰবিষয়া কাৰ্য্যালয়ৰ সন্মুখত বিক্ষোভ প্ৰদৰ্শন কৰিলে । চক্ৰবিষয়া প্ৰদ্যুৎক বড়োৰ লগতে খণ্ড উন্নয়ন বিষয়া ন-ৰাম মৰাণ্ডো উপস্থিত আছিল । কাৰণ দুয়োজন বিষয়াই সোণজিৰি ৰাইজৰ নাায্য বিক্ষোভক একে লগেই সন্মুখীন হ'বৰ বাবেই ঠিক কৰিছিল । তেওঁলোক হ'ল অসহায় । চৰকাৰে তেওঁলোকক প্ৰায় শিখণ্ডী ৰূপেই ৰাখিছে । তেওঁলোকৰ ক্ষমতা দেখাত থাকিলেও বাস্তৱত বিশেষ একো অধিকাৰ নাই । তেওঁলোক মাথোন চৰকাৰ আৰু শাসকদলৰ শ্ৰুতলিপি শুনা পুতলা বিষয়াহে । গতিকে ৰাইজৰ হক দাবীৰ বিক্ষোভকাৰী দুয়ো বিষয়াই হাতযোৰ কৰি ক'লে, "মোৰ আৰু বি.ডি.অ'. মৰাণ্ডৰ কৰণীয়খিনি আমি ইতিমধ্যেই কৰি দিলো । ইয়াৰ পিছত আমাৰ কৰিবলৈ একো নাই । গতিকে আপোনালোকে ইয়াত বিক্ষোভ প্ৰদৰ্শন কৰি অধিক সময় আৰু শক্তি ক্ষয় কৰিব নেলাগে । সৌভাগ্যৰ কথা যে স্থানীয় বিধায়ক তথা মন্ত্ৰী মহাশয় মাননীয় নবীন পাদুনো ডাক বঙলাত অথবা ব্ৰহ্মপুত্ৰ বাননিয়ন্ত্ৰণৰ সোণজিৰিৰ বেষ্ট হাউছতেই আহি আছেহি । আপোনালোকৰ আজিৰ বিক্ষোভক উপলক্ষ্য কৰিয়েই বোধহয় তেখেত আহি আছেহি । সেয়ে ব'লক, আমিও মন্ত্ৰী মহাশয়ৰ ওচৰলৈ যাওঁ । অৱশ্যে আমি আপোনালোকৰ লগত নেযাওঁ । কাৰণ তেনে কৰিলে চৰকাৰৰ দৃষ্টিত দোষণীয় হম । গতিকে আমি দুয়ো গাড়ীত তেখেতৰ ওচৰলৈ গৈ আছো আৰু আপোনালোকো গৈ থাকক ।"

বিক্ষোভকাৰী দলটো এইবাৰ গ'ল হাইস্কুল শিক্ষান্ত পৰীক্ষা চলি থকা সোণজিৰি কেন্দ্ৰলৈ । চাৰিওফালে নকল যোগানকাৰীলোক, মদভাতৰ হোটেল আৰু দোকান বজাৰে সোণজিৰি পৰীক্ষা কেন্দ্ৰত যেন বসন্ত উৎসৱহে চলিছে । পৰীক্ষা গৃহলৈও অহৰহ নকল আৰু নোটচৰ পুথি খোলাভাবে সৰবৰাহ হৈ আছে । নকল যোগানকাৰী পৰীক্ষাৰ্থী, পৰীক্ষা বিষয়া আৰু নিৰীক্ষক সকলো একাকাৰ । পৰীক্ষাৰ্থীক ব্যাঘাত নজম্মোৱাৰ মানসেৰে প্ৰতিবাদকাৰী সমদলটো নীৰবে শান্তিপূৰ্ণভাবে গৈ দেখি আচৰিত হ'ল যে কৰ্তব্যৰত পুলিচেও নকল আদান প্ৰদানত খোলভাবে সহায় কৰিছে । সমদলকাৰী ৰাইজে পৰীক্ষা গৃহৰ অনতিদূৰৰ পৰা ক্ৰুদ্ধ দৃষ্টিৰে চাই থাকোতেই যেনিবা বিদ্যালয় সমূহৰ পৰিদৰ্শক অৰূপ শৰ্ম্মা দণ্ডাধীশ এজন আৰু পুলিচসহ পৰীক্ষা কেন্দ্ৰ পালেহি । পৰিদৰ্শক মহাশয়ে পূৰ্বতে দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰা দেখি ৰাইজে আনন্দ পালে । লগে লগেই স্বতস্ফুৰ্ত্তভাবেই সমবেত যুৱকসকলে নকল যোগানকাৰী দুৰ্বৃত্তবোৰ খেদি খেদি ধৰি আনি দণ্ডাধীশক গতাই দিলে ।

দণ্ডাধীশ আৰু পুলিচৰ সহাৰি পাই সমদলকাৰী ৰাইজৰ দলটো সোণজিৰিৰ চুলাই মদৰঘাটি, জুৱাৰ আড্ডা আৰু বেশ্যাজাতীয় দুষ্কাৰ্য্যৰ কেন্দ্ৰস্থলবোৰ ঘেৰাও কৰিলে । এনে অতৰ্কিত আক্ৰমণৰ ফলত মদপী জুৱাৰী দুচৰিত্ৰৰ পাণ্ডাহঁতে পলাবলৈ

কোনো সুযোগ আৰু সুৰুঙা নেপালে । গতিকে সিহঁত আটাইমখাকেই কৰায়ত্ব কৰি দণ্ডাধীশ আৰু পুলিচত গতাই দি বাইজৰ হৈ সূৰ্য্যই ক'লে -

"এই বদমাচহঁতে আমাৰ পবিত্ৰ সোণজিৰিখনকেই দুষিত কৰি ঠাইখনকেই অসুস্থ কৰি পেলাইছে । ইহঁতক ধৰাতো আমাৰ কাম নহয় । কিন্তু ৰক্ষকেই ভক্ষক হৈ দায়িত্বত থকা সকলে যেতিয়া ভণ্ডামী কৰি ইহঁতক ৰক্ষনা-বেক্ষন দিয়ে তেতিয়া এই অসভ্য কামক বাধা দিবলৈ ৰাইজ ওলাই অহাৰ বাহিৰে গত্যন্তৰ নেথাকে । সেয়ে আজি আমি ৰাইজেই আইন হাতত তুলি লোৱাতো দেখাত বিসদৃশ যেন লাগিলেও ৰাইজে তেনে কাম প্ৰত্যক্ষভাবে কৰিবলৈ বাধ্য হৈছে । এতেকে আশা কৰো অপৰাধ নধৰি সোণজিৰিৰ পৰা এই আবৰ্জনাবোৰ আঁতৰোৱাত সহায় কৰিব ।"

তাৰপিছত ৰাইজৰ উদ্দীপিত সমদলটো ব্ৰহ্মপুত্ৰ, সোৱণশিৰি, চামপৰা সঙ্গমস্থলৰ বানপানী আৰু গৰাখহনীয়া নিয়ন্ত্ৰণ শিবিৰৰ অস্থায়ী জিৰণি ভৱনলৈ আগবাঢ়িল । সৰলাহঁতে ইতিমধ্যেই গোপন খবৰলৈ জানিব পাৰিছিল যে জিৰণি ঘৰত বৰাখানা আৰু নাচগানৰ আড্ডা চলি আছে । তাত মন্ত্ৰী নবীন পাদুনৰ লগতে ঠিকাদাৰ গজেন মিলি, পদ্ম টাইদ, শাসক নেতা বিজু ফুকন, পঙ্কজ ৰয়, ব্যৱসায়ী ৰামলাল, মদবেপাৰী খটাসুৰ, দালাল গুণ্ডা হাতী বৰুৱা, অভিযন্তা গকুল মহন্ত, কেম্পবিষয়া, চাৰু দত্ত, নৰ্ত্তকী ৰাম পুলাড়ী আদি সোণজিৰিৰ শাসক-শোষক-দালাল সকলো মিলি আনন্দ-উৎসৱ পালন কৰিছে । কেইবাকোটি টকাৰ বোলে সেইদিনা পেমেণ্ট হৈছে আৰু সকলোৰে নিজ নিজ অংশ ভগাই খানা পিনাৰ আনন্দ স্ফূৰ্ত্তিত মজগুল হৈ পৰিছে । সোণজিৰি ৰাইজৰ বিক্ষোভ সিহঁতৰ বাবে হয়তো ফুটুকাৰ ফেন ।

লুইত-অ'বনৰি-চামপৰাৰ পাৰ কঁপাই, খোজত বালিৰ পৰ্বত উৰাই আৰু শ্লোগানেৰে আকাশ-বতাহ-নদীত্ৰয়ৰ বুকুত খলকনি লগাই সমদলটোৱে গৈ দেখিলে ৰেষ্টহাউছৰ পাঁচশমান গজৰ আঁতৰতেই সশস্ত্ৰ বেটেলিয়ন মোটায়েন কৰি ৰখা হৈছে । সশস্ত্ৰবাহিনীয়ে কেউফালৰ পৰা বেষ্টনি গঢ়ি আছে যাতে সমদলটো ৰেষ্টহাউছলৈ সোমাই যাব নোৱাৰে । এই ৰাজকীয় নেতাহঁত যে সুৰম্যভূমিত সৰ্বদাই সুৰক্ষিত হৈ থাকে সেইকথা সুবিমল, সৰলা, সূৰ্য্য, নুৰুল, লিপিকা, ৰেৱতী, চণ্ডীৰামহঁতে বুজি পায় । কিন্তু সিহঁতনো কিমান সুৰক্ষিত ? এনে কৃত্ৰিম সুৰক্ষা জতুগৃহ সদৃশ ঠুনুকা নহয়নে ? জনসাধাৰণে দিয়া সুৰক্ষাতকৈ বেচি বিশ্বস্ত সুৰক্ষাদান সম্ভৱনে ? সেয়াই জানো সৰলা সূৰ্য্যহঁতৰো সাহস বিশ্বাস আৰু আস্থাৰ দৃঢ়ত্তত্বস্বৰূপ নহয়নে ? তথাপি সিহঁতে জানিলে যে এয়েই চৰম মুহূৰ্ত্ত । যেইকোনো ঘটনাই এতিয়া হৈ যাব পাৰে । সেয়া যে নিশ্চিত সশস্ত্ৰ আক্ৰমণ তাকো সিহঁতে বুজি পালে । সেইবুলি জীৱনৰ অন্তিম কালত মহাৰথী কৰ্ণই পাহৰি যোৱাৰ দৰে সৰলা সূৰ্য্যহঁতে এই চৰম মুহূৰ্ত্তত সিহঁতৰ চৰম কৰ্ত্তব্য পাহৰি যাব নোৱাৰে ।

গতিকে বজ্ৰগৰ্জনেৰে বিক্ষোভ প্ৰদৰ্শন কৰি সোণজিৰিৰ ৰাইজে দাবী জনালে- "আমাক স্থায়ীভাৱে বান আৰু গৰাখহনীয়া প্ৰকল্পৰ পূৰ্ণতা লাগে, আমাক বান নিয়ন্ত্ৰণ আৰু গৰাখহনীয়া ৰোধত চলা দুৰ্নীতি অপচয় আৰু চৰকাৰী ধন শৰাধ কাৰ্য্য বন্ধকৰণ লাগে ।"

সোণজিৰিৰ বিক্ষোদ্ধ ৰাইজৰ গৰ্জনমুখৰ দাবীৰ প্ৰতি সুৰা-সুন্দৰীৰ লগত মজগুল হৈ মন্ত্ৰী মহাশয় বিভোৰ হৈ থকাৰ সময়তে ৰেষ্টহাউছৰ পৰা নানা অশ্লীল অবাইচ অসভ্য গালি ৰাইজৰ ওপৰত বৰ্ষন হ'বলৈ ধৰিলে - "ঐ শিয়ালহঁত, কিমান হুৱা দিয় দি থাক । ঐ চালা নিলাজ নিধক কুকুৰ পোৱালীহঁত, তহঁত ইয়াৰ পৰা যাবি নে গুলি খাবি । ঐ চুবা চেলেকা চোৰঁৰৰ বাচ্ছাহঁত - মদ বন্ধ কৰ, জুৱা বন্ধ কৰ, পৰীক্ষাত নকল বন্ধ কৰ, ঠিকাদাৰৰ ধনখোৱা বন্ধ কৰা । চালা ফেঁউৰাহঁত তহঁতে নকৰ কি ? চাল্লা, বাটিৰ কুকুৰহঁতে গাখীৰ চেলেকিবলৈ আহিছে । হেৰৌ, ইহঁতক বোলে মাটিৰ পট্টা লাগে, গান-নাচৰ ঘৰ লাগে, গাহৰি খোৱা, উৎসৱ লাগে । হেৰৌ বাওনা হৈ চন্দ্ৰলৈ হাত মেলিছ দেখোন । জনা নাই তহঁতক লাউলোৱা বাটৰ টুকুনা বনাম । লুইতত উটাই দিম ।"

বিক্ষোভকাৰী ৰাইজৰ ওপৰত এনেধৰণৰ নাৰকীয় গঞ্জনা চলি থকাৰ মাজতেই গুণ্ডা হাতী বৰুৱা ওলাই আহি সশস্ত্ৰ বাহিনীৰ মাজৰ পৰাই সিহঁতৰ মূৰৰ ওপৰেদি ৰাইজৰ ফালে মদৰ বটল দলিয়াবলৈ ধৰিলে । ৰাইজৰ মাজত পৰি বটল ভাগি ৰাইজক আঘাত কৰাত বিক্ষোভকাৰী সকল উত্তেজিত হৈ পৰিল । ভঙা বটলে কটাত মূৰৰ তেজ গামোচাৰে মুচি সৰলাই চিঞৰি চিঞৰি ক'বলৈ ধৰিলে -

"অ'. চি. চাহাব, এনে বৰ্বৰ আক্ৰমণ বন্ধ কৰক । আমাক মন্ত্ৰী মহাশয়ৰ ওচৰলৈ যাবলৈ দিয়ক । আমাক মাৰি শেষ কৰি দিলেও আমি পিছুৱাই নেযাও । দেশত যদি আইনৰ শাসন আৰু সভ্যতা আছে তেন্তে এই গুণ্ডাহঁতক নিয়ন্ত্ৰণকৰি আমাক মন্ত্ৰীৰ লগত সাক্ষাৎ হ'বলৈ দিয়ক ।"

"নহয় নহয়, ৰাইজ আপোনালোকে এইমাত্ৰ আঁতৰি যাওক", অ'. চি. মাখন লাহনে গৰ্জি উঠিল, "মন্ত্ৰীৰ হুকুম, নহ'লে আমি অস্ত্ৰচালনা কৰিবলৈ বাধ্য হম ।"

"নাই নাই, আমি কেতিয়াও আঁতৰি নেযাওঁ । আপোনালোকে যি কৰে কৰক", সূৰ্য্যইও সাহসেৰে প্ৰত্যুত্তৰ দি ক'লে, "মন্ত্ৰী মহশয়ৰ পৰা এক চূড়ান্ত সিদ্ধান্ত নোপোৱালৈকে আমি আঁতৰি নেযাওঁ ।"

লগে লগে আকাশলৈ বন্দুক টোৱাই সশস্ত্ৰ বাহিনীয়ে ফাকা আবাজ কৰি শান্তিপূৰ্ণ বিক্ষোভকাৰীৰ ওপৰত লাঠি চালনা কৰিলে । লাঠীৰ কোবত সন্মুখত নেতৃত্ব কৰি থকা সুবিমল, নুৰুল, চণ্ডীৰাম, আনকি লিপিকা আৰু ৰেৱতীহঁতো আহত হ'ল । তথাপি উদাত্তকণ্ঠে সুবিমলে আহ্বান জনালে -

"ৰাইজ, পিছুৱাই নেযাব । সিহঁতে বৰ্বৰ শক্তি প্ৰয়োগ কিমান কৰে কৰক । সহ্য কৰি থাকক ।"

লাঠী চালনাৰ পিছতো ৰাইজে পৃষ্ঠভঙ্গ নিদিয়াত এইবাৰ পুলিচে কন্দোৱা গেচ প্ৰয়োগ কৰিলে । পিছে কন্দোৱা গেচত জ্বলাকলা হৈও ৰাইজে যথাস্থানত ঢলি পৰি হ'লেও অলৰ অচৰকৈ থকাত এইবাৰ বেৰতীয়ে চিঞৰিলে - "ৰাইজ ধৈৰ্য্য ধৰি থাকক, পৃষ্ঠভঙ্গ নিদিব ।"

কন্দোৱা গেচকো সহ্য কৰি বিক্ষোব্ধ ৰাইজে ভয়ঙ্কৰ শ্লোগান দি সশস্ত্ৰ পুলিচৰ বেষ্টনি ভেদি আগবাঢ়ি যাবলৈ চেষ্টা কৰাত এইবাৰ অ'. চি. চাহাবে ধৈৰ্য্যচ্যুত হৈ বিকট চিঞৰ মাৰি হুকুম দিলে, 'ফায়াৰ' লগে লগে বন্দুকৰ ট্ৰিগাৰত হাতদি শসস্ত্ৰবাহিনীয়ে খেদি গ'ল । বিক্ষোভকাৰীহঁতৰ ফালে । এক মুহূৰ্ত্তেতে সকলোতকৈ তীব্ৰ বেগে আগবাঢ়ি দুঃসাহসী চণ্ডীৰামে চিঞৰিলে - "নবৌ সৰলা আৰু কিনদা পিছুৱাই যাওক আপোনালোক । সোণজিৰিৰ সুন্দৰ স্বপ্ন বাস্তবায়ীত কৰিবলৈ আপোনালোক বাচি থাকিব লাগিব । নুৰুলদা বেৰতী আৰু সূৰ্য্যদা লিপিবা, তোমালোকো বাচি থাকিব লাগিব তোমালোকৰ সংসাৰ আৰু সোণজিৰিক জীয়াই তুলিবলৈ । মোক আগবঢ়াই দিয়া, মোৰ কোনো ব্যক্তি চিন্তা নাই, নিজকে মুক্ত সোণজিৰিৰ বাবে ময়েই প্ৰথম বলি দিওঁ । মোৰ কেঁচা তেজেৰে সোণজিৰি সাৰুৱা আৰু লুইতৰ বালি জীপাল হওক ।"

গুৰুম' মাথোন এটা নিদাৰুণ পৈশাচীক শব্দ । সীহৰ গুলিত বিদীৰ্ণ হৈ গ'ল নিৰ্ভীক নিস্কম্পা চণ্ডীৰামৰ সাহসী বুকু । তাৰ বুকুৰ কেঁচা তেজ ফোঁৰাৰৰ দৰে ছিটিকি পৰিল সতীৰ্থবৃন্দৰ দেহত, সেউজ দুবৰিবনত আৰু সমীপৰ শোকাৰ্ত্ত পথাৰত । মৃত্যুৰ হৃদয় বিদাৰক চিৎকাৰে ঢলি পৰিল বীৰ চণ্ডীৰাম । তাৰ মুখৰ পৰা মাথোন বেকত হ'ল -

"বিদায় ৰাইজসকল, বিদায় সোণজিৰি। জয়তু মোৰ চেনেহী সোণজিৰি ।"

বচ। সোণজিৰিপ্ৰেমী দুঃসাহসী ৰাইজৰ বীৰোচিত সংগ্ৰামৰ এক সূৰ্য্যোজ্বল অধ্যায়ত ভাটা পৰিল । প্ৰিয়তম চণ্ডীৰামৰ মৃতদেহটোৰ সেৱাসৎকাৰৰ সুযোগো তাৰ পিতৃ-মাতৃ-ভগ্নী-দাদাক-নবৌৱেক সতীৰ্থ সংগ্ৰামী ৰাইজে নেপালে । আঁহতগুৰিৰ পৰা তাঁৰ বাৰ্ত্তা যোগেদি বহুতো গাড়ী আৰু হাজাৰ ফৌজ আহি লাঠী চালনা, কন্দুৱা গেচ প্ৰয়োগ আৰু গুলিচালনত ধাবাসাৰী হোৱা সোণজিৰিৰ দেশপ্ৰেমীক জনুৱাইতক ব্ৰহ্মপুত্ৰ বেষ্টহাউছৰ বাকবিৰ পৰা উঠাই লৈ যোৱা হ'ল - কাৰোবাক জেইললৈ আৰু কাৰোবাক হস্পিতেললৈ । শহীদ চণ্ডীৰামৰ মৃতদেহটো মৰণোত্তৰ পৰীক্ষাৰ ভুৱা ভাওনা কৰি চণ্ডীৰমক আক্ৰমণকাৰী দুবৃৰ্ত্ত সজাই আলাই আঠানি কৰি লুইতৰ পাৰৰ বালিতে পুতি থলে ।

হস্পিতেলতেই চৰকাৰী নিৰ্দেশ পালে যে একান্ত শৈক্ষিক স্বাৰ্থত সৰলা-

নুৰুল আৰু লিপিকাক চাকৰিৰ পৰা বখাস্ত কৰা হৈছে, সূৰ্য্য আৰু নুৰুলক জেইললৈ পঠোৱা হৈছে। ৰেৱতী লিপিকাক সোণজিৰিতে গৃহবন্দী কৰা হৈছে আৰু সোণজিৰিৰ শান্তি তথা নিৰাপত্তাৰ স্বাৰ্থত সুবিমল আৰু সৰলাক সোণজিৰিৰ পৰা নিৰ্বাসিত কৰা হৈছে। সৰলাক আঁহতগুৰি কলেজৰ সুবিমলৰ বাসভৱনতে গৃহবন্দী কৰি ৰখাৰ হুকুম দিয়া হৈছে। সৰলা-লিপিকা-ৰেৱতী অহৰহ পুলিচৰ নজৰত থাকিব লাগিব আৰু সিহঁতে কোনো সামাজিক শৈক্ষিক ৰাজনৈতিক কাৰ্য্যত সম্পৰ্ক ৰাখিব নোৱাৰিব। সুবিমলে নিজ বাসভৱনত থাকি চাকৰি সহ কিছু মুক্তভাবে থাকিব পাৰিলেও সি কোনো প্ৰতিবাদী কাৰ্য্যসূচীত যোগ দিব নোৱাৰিব। তেনে কৰাৰ প্ৰমাণ পালে সুবিমলকো চাকৰিৰ পৰা বখাস্ত কৰা হ'ব আৰু সি নজৰ বন্দী হৈ থাকিব লাগিব।

এইখিনি চৰকাৰী হুকুমৰ উপৰিও কিছু সামাজিক নিষেধাজ্ঞাও সৰলাইঁতৰ ওপৰত জাৰি কৰা হৈছে। সোণজিৰিৰ থলুৱা স্বাৰ্থৰক্ষাকাৰী জাতিবাদী দলে হেনো সৰলাক বেলেগ জাতিৰ আহোম সম্প্ৰদায়ৰ মিপাক হোৱা বাবে আৰু লিপিকাক কৈবৰ্ত্তকুলৰ নীচ জাতিৰ মিপাক হোৱা বাবে বৃহত্তৰ সোণজিৰিৰ থলুৱা মিছিং সমাজৰ পৰা বৰ্জনো কৰা হৈছে। সিহঁতৰ বিবাহ নিষিদ্ধ ঘোষণা কৰা হৈছে।

এনেদৰেই দিনৰ পিছত দিন, ৰাতিৰ পিছত ৰাতি, মাহৰ পিছত মাহ আৰু বছৰৰ পিছত বছৰ ধৰি সূৰ্য্য আৰু নুৰুলে কাৰাগাৰত, সুবিমল সৰলাই আঁহতগুৰিত আৰু লিপিকা ৰেৱতীয়ে সোণজিৰিত সম্পূৰ্ণ বিচ্ছিন্ন আৰু নিঃসঙ্গভাবে জীৱন কটাব লগা হ'ল। সমাজ, জগত, লুইত, অ'বনৰি, চামপৰা, কচুৱা, দাংধৰা, চাৰিকড়ীয়া আনকি লিপিকা সূৰ্য্য আৰু ৰেৱতী নুৰুলে সাংসাৰিক সম্পৰ্কৰ পৰাও সম্পূৰ্ণ বিচ্ছিন্ন হৈ দুৰ্বিসহ অথচ অবিচলিত আদৰ্শনিষ্ঠ নিৰ্য্যাতিত জীৱন যাপন কৰি থাকিল।

দিনবোৰ কেৰেলুৱাৰ গতিৰে গৈ থাকিল। সৰলাৰ বাবে তেনেই নিৰ্জীৱ নিৰৰ্থক আৰু বিৰক্তিকৰ দিনবোৰত কেৱল সুবিমল আৰু পানেইহে হ'ল মাথোঁন একমাত্ৰ সঙ্গী আৰু প্ৰেৰণাৰ উৎস। চলমান সময়ৰ জীৱন্ত ঘটনাৰাশিৰ লগত তাই সম্পৰ্ক ৰক্ষাৰ পৰা বঞ্চিত। সুবিমলৰ বাসভৱনলৈ টেলিফোনৰ সংযোগ কৰাত মানা। সৰলা সুবিমললৈ অহা চিঠিপত্ৰবোৰো ডাকঘৰতেই চেন্সৰ কৰাৰ ফলত আপত্তিজনক চিঠিবোৰ জব্দ কৰি পেলোৱা হ'ল। পিতৃ-মাতৃৰ মৃত্যুৰ পিছত আৰু সৰলাই সোণজিৰিলৈ গুচি যোৱাৰ পিছত আঁহতগুৰিৰ লগতো সৰলাৰ সম্পৰ্ক বহুদিনতেই বিচ্ছিন্ন হৈ গৈছে। এতিয়া নতুন সম্পৰ্ক সৃষ্টি কৰাতো চৰকাৰী বাধা নিষেধ আৰোপ কৰা হৈছে। প্ৰায় প্ৰতিদিনেই পুলিচে আহি সৰলা সুবিমলৰ খবৰাখবৰ কৰে। সিহঁতৰ গতি গোত্ৰত কঠোৰ নজৰ দি নিয়ন্ত্ৰিত কৰি আছে। গতিকে বহুত্যা দিনবোৰৰ হিচাপ কৰিবলৈ সৰলাই এৰি দিলে, বাদ দিলে কেলেণ্ডাৰত চকু দিবলৈ। ফলত কিমান দিন ৰাতি মাহ শৰৎ শীত বসন্ত পাৰ হৈ গ'ল সৰলাই তালৈ ভ্ৰূক্ষেপ কৰিবলৈও এৰি দিলে। কেৱল

কিতাপ আৰু সঙ্গীতেই মাথোঁন মনৰ খোৰাক যোগাই থাকিল ।

সেইদিনা পানেইয়ে হাতত "দিনৰ বাতৰি' নামৰ কাকতখনলৈ দৌৰি আহি চিঞৰিলে-

"মা মা, বৰ তাজা খবৰ আছে । তুমি শুনিছানে নাই' ?"

"কি ডাঙৰ খবৰটো আছে অ' ? কেলেই চিঞৰিছ ?" সৰলাই ধমকিৰ সুৰত ক'লে ।

"এয়া চোৱা মা", পানেই বাতৰিখনৰ ডাঙৰ আখৰ আৰু ৰঙীন ফটোখনলৈ আঙুলিয়াই দেখুৱাই ক'লে, "এয়া চোৱাচোন মা, আমাৰ সোণজিৰিত কমিউনিষ্ট এম. এল. এ. জিকিছে । এয়া চোৱা আমাৰ কমৰেড নামেশ্বৰ কোম্বাং মামাৰ ছবি । তেওঁ জিকিছে । ৰাজ্য চৰকাৰো বোলে বদলিছে - প্ৰগতিশীল গণতান্ত্ৰিক চৰকাৰ (পি.ডি.এ.) চৰকাৰ । কমৰেড নামেশ্বৰ মামাইঁতেও বোলে চৰকাৰত যোগ দিব । এইবাৰ কিবা এটা হ'ব মা ।"

"হ'ব বাৰু, দে মোক ককাতখন । তই ভাত খাগে ।" সৰলাই নিৰুদ্বেগভাৱেই ক'লে ।

মাকৰ হুকুম শুনি কোনো হা না নোহোৱাকৈয়েই পানেই ভিতৰলৈ সোমাই গ'ল । তাই জানে যে সোণজিৰি এৰাৰ পৰাই মাকৰ মেজাজ ঠিক নোহোৱা হৈছে । হঠাৎ মাক গহীন হৈ যায় । কিবা গধুৰ ভাৱনাত মাক অধীৰ হৈ পৰে । তেনে সময়ত আমনি কৰিলে এসময়ৰ ধৈৰ্য্যৰ আধাৰ মাকজনী বিৰক্তিত খিংখিঙীয়া হৈ পৰে । গতিকে তেনেকুৱা মেজাজত মাকক অকলেই এৰি দিয়াৰ বাহিৰে গত্যন্তৰ নেথাকে ।

ইফালে সৰলাৰ মনত পানেইৰ কথাবাৰ্তাই তড়িতৰ গতিৰে আঘাত কৰিলে । পানেইৰ "আমাৰ সোণজিৰি" বোলা কথাই সৰলাৰ বুকুখন কঁপাই তুলিলে । হয়, তাই সঁচা কথা কৈছে । তাইতো কোনো ভুল কৰা নাই । সোণজিৰি সঁচাই তাইৰ সোণজিৰি । যাৰ মাটি পানী বায়ুৰে পানেইৰ দেহমন গঢ়া সেই সোণজিৰি তাইৰ আপোন নহ'ব কিয় । ঘটনাৰ বিড়ম্বনাই পানেইক আজি সোণজিৰিৰ পৰা শ মাইল দূৰ আঁহতগুৰিত থাকিবলৈ বাধ্য কৰিলেও পানেইৰ স্মৃতিৰ পাঁজৰৰ পৰা সোণজিৰি বিস্মৃত হ'ব কেনেকৈ । তায়োতো সাধাৰণ জ্ঞানেৰে বুজি পাইছিল যে কমৰেড সকল জিকিলে কিবা এটা বদলিব পাৰে বুলি ।

পানেইৰ কথা আৰু কাকতৰ বাৰ্তাই সৰলাকো গভীৰভাৱে স্মৃতি বিভোল কৰি তুলিলে । সোণজিৰি - সোণজিৰি, তাইৰ স্বপ্নৰ সোণজিৰিখনতো মনৰ পৰা কিমান দূৰত। সপোনে সচিতে সৰলাৰ মনৰ পৰ্দাত বোলছবিৰ দৃশ্যৰ দৰেই দোলাদি থকা সোণজিৰিখন সৰলাই মানস চকুৰে সৰ্বদাই দেখি আছে । ককা খাঁচীৰাম গামৰ হিয়াভৰা আশীৰ্বাদ এতিয়াও সৰলাৰ সত্তাত দকৈ প্ৰোথিত হৈ আছে । শহুৰ অনিৰাম আৰু শাহ

জেতুকী এই সহজ সৰল হোজা পিতৃবৎ বৃদ্ধ-বৃদ্ধাহালৰ তাইৰ ওপৰত বৰ্ষিত মঙ্গলাকাংক্ষা এতিয়াও সজীৱ হৈ আছে । ননদ ৰেৱতী, সঙ্গী সূৰ্য্য, লিপিকা, নুৰুল আৰু সোণজিৰিৰ সংগ্ৰামী ৰাইজ সকলৰ লগত আজি যোগাযোগ বিচ্ছিন্ন যদিও সিহঁতবোৰ সৰলাৰ স্মৃতিপটৰ পৰা কেনেকৈ আঁতৰি যাব । যান্ত্ৰিক আইন আৰু আসুৰীক শক্তিৰে সৰলাক আজি বলেৰে লুইত, অ'বনৰি, চামপৰা, কড়া, দাংধৰা, চাৰিকড়ীয়াৰ পৰা সোণজিৰিৰ কৰ্হৰানিৰ ঝাউবনৰ পৰা হঁয়কলী গঙাচিলনীৰ পৰা আঁতৰাই ৰাখিলেও তাইৰ মনৰ নিভৃতকোনৰ পৰা সেই বুকুৰ কুটুম, কলিজাৰ কহিনুৰ আৰু হিয়াৰ আমঠুহঁতক কেনেকৈ আঁতৰাই ৰাখিব ! আৰু চণ্ডীৰাম, দেবৰ ভাই বীৰ চণ্ডীৰাম ! তাৰ কলিজাৰ কেঁচাতেজ সৰলাৰ সিৰে সিৰে এতিয়াও বৈ আছে । শ্বহীদৰ মৰণ বৰণ কৰি সি অমৰ হৈ গ'ল । তাৰ অমৰ স্মৃতিত মিচা অপবাদ আৰু কলঙ্ক কালিমা সানি কোনোবাই মুচি পেলাব পাৰিবনে ? সিহঁতে এলাই এথানি কৰি বীৰ চণ্ডীৰামক লুইতৰ বালিত পুতি থলেই তাৰ ত্যাগৰ গৰিমা মোহাৰি পেলাব পাৰিবনে ? চণ্ডীৰামৰ কৰুণ স্মৃতিয়ে সৰলাৰ বুকু অহৰ্নিশে বেদনাৰ্ত্ত কৰি ৰাখে, তাইৰ দুচকুত বোৱাই ৰাখে অশ্ৰুৰ ঢল ।

ইফালে ডেকা কমৰেড নামেশ্বৰ আৰু তাৰ প্ৰগতিশীল যুৱফেডাৰেছন! সেয়াইতো সৰলাৰেই মানস পুত্ৰ তাইৰ মাৰ্ক্সবাদী সত্বাৰ ৰাজনৈতিক ৰূপ । সৰলাই জানিছিল যে সোণজিৰিৰ উন্নয়ন কমিটিৰ দ্বাৰা সোণজিৰিক শৈক্ষিক, সাংস্কৃতিক, বৌদ্ধিক, আৰ্থিক আৰু আধুনিক ৰূপদানেৰে আগুৱাই নিয়াৰ লগে লগে ৰাজনৈতিক ভাৱেও সচেতন আৰু সংগঠিত কৰি তুলিব লাগিব । কাৰণ সোণজিৰিৰ চূড়ান্ত পৰিবৰ্ত্তন আৰু সোণজিৰিৰ খাটিখোৱা জনজাতি মানুহৰ প্ৰকৃত উন্নতি ৰাজনৈতিকভাৱেহে সম্ভৱ । সোণজিৰিত মিছিং জনজাতিৰ এম. এল. এ., মন্ত্ৰী বিষয়া, মদবেপাৰী আৰু ঠিকাদাৰৰ জন্ম হ'লেও সিহঁতে কেৱল ধনীক আৰু মধ্যশ্ৰেণীৰ স্বাৰ্থতহে কাম কৰিব । সাধাৰণ মিছিং মানুহৰ ওপৰত শোষন শাসন দমন চলায়েই সিহঁতবোৰ ধনী আৰু ক্ষমতাবান হ'ব । গতিকে সাধাৰণ জনজাতি মিছিং আৰু মিপাক সকলৰ বাবে সমাজতান্ত্ৰিক আদৰ্শৰ দল এটা লাগিবই । সেইবাবেই সৰলাই চণ্ডীৰাম নামেশ্বৰহঁতক এই প্ৰগতিশীল দলৰ সংগঠনত নিয়োজিত কৰি তাই নিজে আঁৰৰ পৰাই পৰিচালনা কৰি আহিছিল । শিয়ান শাসক দলে অৱশ্যে তাৰ উমান পাইছিল । সেয়েহে সিহঁতে সৰলাহঁতক ইমান বৰ্বৰভাৱে নসাৎ কৰাত লাগি গ'ল ।

সৰলাই চণ্ডীৰাম, ৰেৱতী, নামেশ্বৰহঁতৰ যোগেদি সোণজিৰিৰ গাঁৱে গাঁৱে সাম্যবাদী ভাবধাৰা প্ৰচাৰ কৰাইছিল । জাত-পাত-ধৰ্ম-সম্প্ৰদায়-জাতি-জনজাতিৰ পাৰ্থক্য যে কৃত্ৰিম আৰু মানুহে পতা, সেইয়া যে আচল কথা নহয়, আচল কথা হ'ল ধনী-দুখীয়াৰ প্ৰভেদহে । দেছুৱালী-বিহাৰী-মাৰোৱাৰী-মিছিং-মিপাক বিয়েই নহওক ধনীসকল একেটা স্বাৰ্থৰ একেটা শ্ৰেণী আৰু বিপৰীতে মিছিং অনামিছিং বিয়েই নহওক

দুখীয়া বিলাকৰ শ্ৰেণী একেটাই । গতিকে যি জাতি-জনজাতি-সম্প্ৰদায়ৰেই নহওক মন্ত্ৰী পাদুন, ব্যৱসায়ী ৰামলাল, ঠিকাদাৰ শৰ্ম্মা আৰু বিষয়া দত্তহঁত ধনী শ্ৰেণীৰ লোক । সিহঁতে ধাহি মুহি খাই কেৱল নিজৰহে উন্নতি চিন্তা কৰে । সোণজিৰি আৰু সোণজিৰিৰ দুখীয়া ৰাইজৰ চিন্তা কেতিয়াও নকৰে । হেতুকেই সিহঁতৰ বিৰুদ্ধে সোণজিৰিৰ সাধাৰণ মানুহৰ সংঘাত আৰু সংঘৰ্ষ অনিবাৰ্য্য । সবলাই বুজিছে যে মন্ত্ৰী বেপাৰী ঠিকাদাৰহঁতে সবলাহঁতৰ এনে কাৰ্য্য ধৰিব পাৰিয়েই সবলাহঁতক 'কমিউনিষ্ট' আখ্যা দি পোষ্টাৰ লেখিছে ।

এনে মানসিক নিসঙ্গতাৰ মাজতো সবলাৰ সান্ত্বনা হ'ল যে সবলাহঁতৰ অবিহনেও সোণজিৰিত আজি প্ৰগতিশীল সংগঠন গঢ়ি উঠি কমিউনিষ্ট বিধায়ক নিৰ্বাচিত কৰিব পাৰিছে আৰু কমিউনিষ্ট বিধায়ক নামেশ্বৰহঁতে এখন প্ৰগতিশীল গণতান্ত্ৰিক চৰকাৰ পাতিব পাৰিছে ।

নজৰ বন্দীত্বৰ মাজতো সবলাই কিতাপ আলোচনী আৰু বাতৰি কাকত পঢ়িব পাৰে, ৰেডিঅ' শুনিব পাৰে আৰু টি. ভি. চাব পাৰে । সেইবোৰৰ মাধ্যমেদিয়েই তাই বিভিন্ন খা-খবৰ পাই থাকে আৰু ঘটনাবোৰ অনুধাৱন কৰিব পাৰে । সবলাই আঁহতগুৰিতো দেখিলে আৰু এই প্ৰচাৰ মাধ্যমবোৰৰ পৰা জানিলে যে এইবাৰৰ বতৰ শেনৰ এজাত । বাৰিষা নামি অহাৰ লগে লগেই আকাশ ঢাকি পৰিল ক'লা ক'লা ডাৱৰে । বতাহ ধুমুহা বিজুলী ঢেৰেকনিৰে কঁপাই তুলিলে আকাশ বতাহ । মাজে মাজে বজ্ৰপাত পৰি এক ভয়ানক বিভীষিকাৰ সৃষ্টি কৰিলে । দিন নাই, ৰাতি নাই, কেৱল বৰষুন আৰু বৰষুন, সেলপেল নিছিগা মুষলধাৰৰ বৰষুন । নৈবোৰ যেন বলিয়া হৈ পৰিল । সিহঁতে ঢাপলি মেলিলে খালে-বামে, পথাৰে-সমাৰে, গাঁৱে-নগৰে । এক ভয়ানক শংকাত কঁপিল উঠিল সবলা, জিকাৰখাই উঠিল তাইৰ দেহমন । প্ৰকৃতিৰ যে কি তাণ্ডৱ নৃত্য । জীৱজগতৰ ধাত্ৰী আৰু মাতৃ প্ৰকৃতিয়ে কালী চামুণ্ডাৰ দৰে ধৰিলে বিধ্বংসী মূৰ্ত্তি । সবলা সঁচাই সচকিত হৈ পৰিল ।

এনে এক অস্বাভাৱিক পৰিবেশত সবলাৰ মনো স্বাভাৱিকতেই উৰি গ'ল প্ৰাণৰ সোণজিৰিলৈ । প্ৰকৃতিৰ এনে ৰুদ্ৰমূৰ্ত্তি আৰু কালী চমুণ্ডাৰ ৰূপত তাইৰ মৰমী সোণজিৰি কেনেকৈ আছে ? আছেনে তাই ভালে কুশলে ? সোণজিৰিৰ মাতৃ অ'ৰনৰি চামপৰা, চাৰিকড়ীয়া, দাংধৰা আৰু পিতৃ বাবা ব্ৰহ্মপুত্ৰই বাৰু এতিয়াও সোণজিৰিক মৰম কৰি আছেনে ? নাই সেই পাপীহঁতৰ কলঙ্ক কালিমা মচি পেলাবলৈ । সিহঁতো চামুণ্ডা সাজিছেনেকি ? মেঘৰ দুৰ্মদ মাদলত সিহঁতেও উৰ্দ্ধবাহুহে নাচিবলৈ লৈছে নেকি ? বৰুণৰ কৃপাদৃষ্টিত পৰি সিহঁতো স্ফিতোদৰাহে বজ্ৰৰ ৰাগীৰে ঢাপলি মেলিছে নেকি সোণজিৰিৰ ওদহে বৌদহে ? অজানিতভাৱেই সবলাই ওপৰলৈ দুহাত মেলি দঘিজল' দেৱতালৈ প্ৰাৰ্থনা জনালে -

"হে সূৰ্য্য দেৱতা, তোমালোকে কৃপা কৰা । তোমালোকে মোৰ বুকুৰ সোণজিৰিক ৰক্ষা কৰি থকা । মোৰ প্ৰাণৰ সোণজিৰিৰ বদমেজাজী নদীবোৰক তোমালোকে চণ্ডালী ৰাখা । সিহঁতৰ বন্য ঢলক তোমালোকে নিয়ন্ত্ৰণ কৰি ৰাখা । মোৰ সাধনাৰ সোণজিৰিক ডুবাই খহাই পুতি ধ্বংস কৰিবলৈ নিদিবা । মই তালৈ যাব নোৱাৰো । অদৃশ্য আইনৰ নিৰ্ম্মম নাগপাশে মোক বান্ধি ৰাখিছে । কিন্তু মোৰ মনৰ আবেদন, হৃদয়ৰ আকুতি আৰু আত্মাৰ বিননি, কেৱল, কেৱল মাথোন সোণজিৰিৰ বাবেই ।"

পিছে সৰলাৰ সৰ্বান্তকৰণ আৰ্তি কোনোৱে নুশুনিলে, নুশুনিলে দপ্ৰিঞপ'ল সূৰ্য্যচন্দ্ৰ দেৱতাই । বিপৰীতে আহিল সেই ভয়ানক বাতৰি আৰু বুকুভঙা খবৰবোৰ । বাতৰি কাকতত সৰলাই পঢ়িলে, সোণজিৰিত অভূতপূৰ্ব বানৰ তাণ্ডব । প্ৰলয়ঙ্কৰী বান আৰু খহনিয়াই সোণজিৰি ধ্বংস কৰি পেলালে । বালিৰ ঠুনুকা মঠাউৰি ভাঙি সোণজিৰি উচ্ছন্ন । খহনিয়াত লুপ্তপ্ৰায় সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু ৰেষ্টহাউছ । বালিয়ে পুতি পেলালে সমগ্ৰ সোণজিৰি কেন্দ্ৰ নগৰ । সোণজিৰিৰ গাওঁ-ঘৰবাৰী ৰাস্তা-দলং ভাঙি খান্তাং কৰি পেলালে । ৰেডিঅ'তো সৰলাই সেই একোবোৰ বাতৰিয়েই বাৰে বাৰে শুনিলে । শুনিলে যে উদ্ধাৰকাৰ্য্যৰ বাবে সোণজিৰিত হেলিকপ্তাৰ আৰু সামৰিক বাহিনী প্ৰয়োগ কৰিব লগা হৈছে । কেইবা শও আশ্ৰয় শিবিৰত সোণজিৰিৰ মানুহক ৰাখি খাদ্যৰ যোগান ধৰি থকা হৈছে । বিধায়ক নামেশ্বৰ কোম্বাং উদ্ধাৰ আৰু সাহাৰ্য্য কাৰ্য্যত দিনে নিশাই ব্যস্ত হৈ পৰিছে ।

দূৰদৰ্শনতো সৰলাই দেখিলে বিশাল লুইতখন সোণজিৰিৰ নগৰেদি বৈ গৈছে । কেউফালে বালি আৰু বালি, ধু-ধু বালিৰ মৰুভূ । ক'ত অধ্যক্ষ অনিল পেগুহঁতৰ ব্যবসায়ৰ থলী স্কুলখন ? ক'ত মদ-জুৱা-বেশ্যাৰ আড্ডাৰ থলী ? ক'ত ভোজ-ভাত মদ-বেশ্যাৰ উপভোগথলী ৰেষ্টহাউছ ? জহন্নামে যাওক সেই পাপীৰ থলীবোৰ । কিন্তু ক'ত তাইৰ মৰমৰ গাওঁবোৰ ? সেউজ শস্যৰ পথাৰবোৰ ? সোণজিৰিৰ বুকুৰ কুটুমবোৰ ? সৰলা অচেতন হৈ ঢলি পৰিল ।

সৰলাৰ গৃহবন্দী জীৱনতো বহুতো আশ্চৰ্য্যৰ সম্মুখীন হ'বলগা আছে । বান আৰু গৰাখহনীয়াত ধ্বংসৰ দৃশ্য দেখি মূৰ্চ্ছা যোৱা সৰলাই আনকি এক মৃদু হাৰ্টৰ আঘাততো ভোগীব লগা হ'ল । ফলত দীৰ্ঘদিন সৰলাই চিকিৎসা লব লগা হ'ল । মানসিক উত্তেজনাৰ পৰা মুক্ত হৈ থাকিবলৈ ডাক্তৰ আৰু সুবিমলে সৰলাক বাৰম্বাৰ উপদেশ আৰু পৰিবেশৰ ব্যবস্থা কৰিব লগা হ'ল । সৰলাক উপদেশ দি ডাক্তৰ চলিহাই ক'লে -

"চাওক মিচেচ দলে, দিনবোৰ ক্ষীপ্ৰভাবে বদলিব ধৰিছে । ভাল দিন নিশ্চয় আহিব । তাৰ বাবেইতো আপুনি সুস্বাস্থ্যৰে বাচি থাকিব লাগিব ।"

"মা, তুমি অভাৱ চিনিয়াচ হৈছা", ক্ৰমে বুজন হ'ব ধৰা পানেইয়েও ক'লে, "কিন্তু ঘটনাবোৰ তুমি সহজে লবলৈ চেষ্টা কৰিব লাগিব তোমাৰ স্বাস্থ্যটো ভালেৰে ৰাখিবলৈকেই।"

"তুমি ইমান জ্ঞানী আৰু দূৰদৰ্শী হৈয়ো কিয় ইমান অবুজন হ'ব লাগে বালা?" সুবিমলেও মৃদু ভৎসনাৰে ক'লে, "ধৈৰ্য্য ধৰাচোন, ভাল দিন আহি আছে। তোমাৰ শুভবাসনা পূৰ্ণ হ'বই।"

সৰলাইও নুবুজা নহয়। তায়ো জানে দিন বদলিছে। শীতৰ পিছত বসন্ত আহিবই। গতিকে তাই ক্ৰমে স্থিৰ হ'বলৈ ধৰিলে আৰু মনৰ পৰা সকলো দুশ্চিন্তাক পূৰ্ব্বৰ দৰে উফৰাই দিবলৈ চেষ্টা কৰিলে। ফলত তাইৰ স্বাস্থ্য পুনৰুদ্ধাৰ হ'বলৈ ধৰিলে আৰু দেহ মনৰ বলো ঘূৰাই পাবলৈ ধৰিলে। সৰলাৰ স্বাভাৱিক অৱস্থা ঘূৰি অহা দেখি শুভেচ্ছক ডাক্তৰ চলিহা, কন্যা পানেই আৰু স্বামী সুবিমলো আনন্দিত হ'ল।

এনে এক আনন্দৰ পুৱাতেই সৰলাইতৰ ঘৰৰ সন্মুখত এখন সৰুগাড়ী আহি ৰ'লহি। গাড়ীৰ পৰা বিধায়ক নামেশ্বৰ ন্যায়িক দণ্ডাধীশ ৰজত বৰুৱা, চক্ৰ বিষয়া প্ৰদ্যুৎ বড়ো আৰু খণ্ড উন্নয়ন বিষয়া ন-ৰাম মৰাং নামি আহিল। বিধায়ক নামেশ্বৰ কোঁৱাৰে দণ্ডাধীশক সুবিমল আৰু সৰলাৰ লগত পৰিচয় কৰাই দিলে। ন্যায়িক দণ্ডাধীশ ৰজত বৰুৱাই দুখন কোৰ্টৰ অৰ্ডাৰ আগবঢ়াই দি ক'লে -

"আপোনালোক এতিয়া মুক্ত। এই ৰিলিজ অৰ্ডাৰ দুখন চহী কৰি লওক।"

"এতিয়া আপোনালোকে আমাৰ লগত ওলাওক সৰলা নবৌ, সুবিমলদা আৰু মাজনী পানেই।" বিধায়ক নামেশ্বৰে এক বিনীত আবদাৰৰ সুৰত ক'লে, "এইমাত্ৰ আপোনালোকৰ সোণজিৰিলৈ যাব লাগে। তাত আপোনালোকৰ জৰুৰী প্ৰয়োজন হৈছে। ওলাওক এতিয়াই। মই বিমলদাৰ কলেজ আৰু মাজনীৰ স্কুলত ফোনেৰে জনাই আহিছো।"

ৰিলিজ অৰ্ডাৰত চহী কৰি সৰলা সুবিমল আৰু পানেইয়ে তৎক্ষনাতেই পোচাক পিন্ধি ওলাই আহি গাড়ীত উঠিলহি। কোনো কিয়ৰ সিহঁতে অৱতাৰণা নকৰিলে। সিহঁতৰ জীৱনলৈ বহুতো আশ্চৰ্য্য আৰু উৎকণ্ঠা আহি আছে। সেইবোৰৰ কিমাননো জানি লব। সেইবোৰ জানিবলৈনো সিহঁতবোৰ কিয় ইমান ব্যাকুল হ'ব লাগে? যাওক সময়ৰ লগত, ঘটনা প্ৰবাহত আৰু আশ্চৰ্যৰ সোঁতত গা এৰা দিয়া যাওক। ফুলকলি আপুনি মুকলিত হোৱাৰ দৰে সংঘটিত বাস্তৱেও নিশ্চয় নিজে নিজেই ধৰা দিব।

মুক্তি! কি যে সুখৰ অনুভূতি! সূৰ্য্যটো, প্ৰকৃতিখন আৰু মানুহৰ জগতখনৰ স্বেচ্ছাই, অবাধে আৰু মুক্তভাবে স্বাদ লব পৰাতো কিমানযে তৃপ্তিকৰ, কিমানযে সুখৰ আৰু কিযে মুগ্ধকৰ। সুখানুভূতিত আপ্লুত সৰলাইঁত ওখ-চাপৰ, অকোঁৱা-পকোঁৱা পথৰে কেতিয়াযে গৈ সোণজিৰি পালেগৈ ধৰিবই নোৱাৰিলে। গাড়ী গৈ যেতিয়া

সীমাহীন বালিত ঢলংঢপংকৈ অচালি-কচালি যাবলৈ ধৰিলে তেতিয়াহে সৰলাই চকুমেলি দেখিলে সম্পূৰ্ণ এখন বেলেগ সোণজিৰি। আগৰ সেই সেউজ, ৰূপালী আৰু দোকান-বজাৰ, গাড়ী-মটৰ আৰু কেছেট-লাউডস্পীকাৰে ব্যস্ত আৰু উত্তাল সোণজিৰি আজি এক বালিময় মৰুভূমি। চকুৰে নেদেখা বালি চাপৰিৰ কাষেদি সোণজিৰি নগৰৰ বুকু কুৰুকি কুৰুকি বৈ আছে অতল জলাধাৰ কোবাল সোঁতৰ প্ৰচণ্ড গৰ্জনেৰে ধৌতি-বিধৌত মহাবাহু ব্ৰহ্মপুত্ৰ। আস! কি চাবলৈ আহিছে তাই? এখন মৰুভূমি নে শ্মশানভূমি? যি শ্যামলী সোণজিৰিৰ কেঁচাসোণ বুকু সেই আকালকুষ্মাণ্ড দানবহঁতে অশুচি কৰিছিল সেই উৰ্বৰা সোণজিৰিৰ বুকু খান্দি লুইতে লৈছে তীক্ষ্ণ ক্ষমাহীন প্ৰতিশোধ। হায়! প্ৰকৃতিৰ কিযে নিৰ্ম্মম বিধান!! সৰলাই চকু মুদি দিলে।

পিছে কিছুদূৰ বালিৰ ওপৰেদি যোৱাৰ পিছত গাড়ী ৰখাই নামেশ্বৰে সৰলাহঁতক নামিবলৈ কোৱাতহে গাড়ীৰ পৰা নামি তাই আগলৈ চাই পুনৰ বিস্ময়ত অভিভূত হ'ল। সন্মুখত দেখোন হাজাৰ হাজাৰ মানুহৰ মৌন সমাবেশ। কেউফালে বালিৰ ওপৰতে সাজি লোৱা কিছুমান নতুন ঘৰ। অৰ্থাৎ ধ্বংসকৃত সোণজিৰিৰ পুনৰ নিৰ্ম্মাণৰ কাৰ্য্য আৰম্ভ হৈছেই। মানুহ অমৃতৰ সন্তান। মানুহৰ সোঁত অমৰণ অভগণ। ধ্বংসস্তুপৰ ওপৰতেই মানুহৰ পুনৰ নিৰ্ম্মাণৰ অবিৰাম অভিযান অনিৰুদ্ধ অপ্ৰতিৰোধ্য।

সৰলা-সুবিমল-পানেইক দেখি সমবেত সকলোৱেই মূৰ দোৱাই মৌন অভিবাদন জনালে। সন্মুখতে সূৰ্য্য, নুৰুল, লিপিকা, ৰেৱতী, অনিৰাম, জেতুকীহঁত। সৰলাই আত্মসম্বৰণ কৰিব নোৱাৰিলে। চাদৰেৰে মুখ ঢাকি তাই হুকহুকাই কান্দিবলৈ ধৰিলে। সৰলাৰ কান্দোনত কেউফালে কান্দোনৰ ৰোল উঠিল। সন্মুখৰ লুইত আৰু অ'বনৰিয়েও যেন বৈ বৈ বিননি জুৰিলে। সূৰ্য্যটোৱেও যেন ডাৱৰত মুখ লুকাই ফেকুৰি কান্দিলে।

এটা সময়ত কান্দোনৰ শাম কাটি এক স্বাভাৱিক অৱস্থাই বিৰাজ কৰিলে। মুখৰ পৰা চাদৰ গুচাই সৰলাই এতিয়াহে লক্ষ্য কৰিলে যে নাতি দূৰতে এটা প্ৰকাণ্ড প্ৰস্তৰ মূৰ্ত্তি কাপোৰেৰে ঢাকি থোৱা আছে। সন্মুখত কলপুলি ধূপধূনা চাকি-বন্তি আৰু ফুলৰ সমাহাৰ। সৰলা-সুবিমলহঁতে ঘটনাবোৰ ঠিক ধৰিব পৰা নাই। কথাবোৰ সঠিক বুজা নাই। তথাপি এনে অবুজ আয়োজনৰ সূত্ৰধাৰ বিধায়ক নামেশ্বৰৰ পৰাই সকলো জানিব পাৰিব বুলি ভাবি সিহঁতে ধৈৰ্য্যৰে অপেক্ষা কৰিলে -

"শ্ৰদ্ধেয় সমবেত ৰাইজ, সৰলা নবৌ, সুবিমলদা আৰু চৰকাৰী বিষয়াসকল", বিধায়ক নামেশ্বৰে সঁচাকৈয়ে সিহঁতে ভবাৰ দৰেই আৰম্ভ কৰিলে, "আজি আমাৰ বাবে গভীৰ দুখৰ মাজতো সুখৰ দিন আমাৰ সোণজিৰিৰ ভণ্ডমখাৰ পাপকৰ্ম্মৰ লুইত অ'বনৰিয়ে প্ৰতিশোধ ললে। আমি অৱশেষত মানবীয় সুবিচাৰ পাইছো। সোণজিৰিক অশুচি কৰা মদ বেশ্যা জুৱা গুণ্ডামীৰ আড্ডাবোৰ লুইতেই ইতিমধ্যে ধ্বংস কৰি পেলাইছে। সিহঁতক পুনৰ গজিবলৈ নিদিয়াৰ বাবে আমাৰ দল আৰু চৰকাৰে প্ৰতিশ্ৰুতি

দিছে। আমিও তাৰ বাবে সচেতন আৰু সাৱধান হ'ব লাগিব। সিমানেই নহয় বিলাতী মদৰ দোকানবোৰৰ পাৰ্মিট চৰকাৰে নাকচ কৰি দিছে।" সভাত হাত তালি পৰিল।

"ব্ৰহ্মপুত্ৰ-অ'বনৰি বাননিয়ন্ত্ৰণ আৰু খহনীয়া ৰোধ প্ৰকল্প নিৰ্ম্মাণৰ ভয়ানক দুৰ্নীতিৰ আমাৰ চৰকাৰে তদন্ত কৰিছে", নামেশ্বৰে গলা খেকাৰি মাৰি কৈ গ'ল, "পূৰ্বৰ মঞ্জুৰী ৫০ কোটি টকাৰ সৰহখিনিয়েই কাম নকৰাকৈয়েই খাই পেলোৱা বাবেই বান আৰু গৰাখহনীয়াই এনে ভয়ঙ্কৰ ৰূপ লৈ সোণজিৰি ধ্বংস কৰিলে বুলি তদন্তত ধৰা পৰিছে। গতিকে প্ৰাক্তন মন্ত্ৰী নবীন পাদুন, ঠিকাদাৰ গজেন মিলি আৰু পদ্ম টাইদক এৰেষ্ট কৰি তেওঁলোকৰ সম্পত্তি চৰকাৰে বাজেয়াপ্ত কৰিছে। বাননিয়ন্ত্ৰণৰ দুৰ্নীতিত জড়িত থকা বাবে শাসক নেতা বিজু ফুকন, পঙ্কজ বৰা, ব্যৱসায়ী ৰামলাল, মদ বেপাৰী খটাসুৰ আৰু দালাল গুণ্ডা হাতী বৰুৱাকো গেপ্তাৰ কৰা হৈছে। তদুপৰি চৰকাৰী বিষয়া গকুল মহন্ত আৰু চাৰু দত্তকো কামত অবহেলাৰ বাবে চাকৰিৰ পৰা বৰ্খাস্ত কৰা হৈছে।" ৰাইজে বিপুল হৰ্ষধ্বনিৰে সমৰ্থন কৰিলে।

"শুনি ভাল পাব ৰাইজ" বিধায়কজনে কৈ গ'ল - "চৰকাৰে বান আৰু গৰাখহনীয়াৰ বাবে সোণজিৰিক স্থায়ীভাৱে সুৰক্ষা দিবলৈ পুনৰ ৫০ কোটি আবণ্টন কৰিছে। এইবাৰ ৰাইজক লগত লৈ মথাউৰি আৰু স্পাৰ নিৰ্ম্মাণ আদি কাৰ্য্য চলোৱা হ'ব যাতে পুনৰ কোনোৱে ভণ্ডামী কৰি সোণজিৰিক ডুবাব নোৱাৰে।"

"আৰু শুনক ৰাইজ", নামেশ্বৰে কন্তেক বিৰতিৰ পিছত কৈ গ'ল, "দণ্ডাধীশ আৰু বিদ্যালয় পৰিদৰ্শকৰ ৰিপোৰ্ট অনুসৰি পৰীক্ষা পৰিচালনাৰ নামত গণ নকলৰ খোলা বজাৰ চলাই শিক্ষাৰ অৱক্ষয় ঘটোৱাৰ বাবে সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষ অনিল পেগু, উপাধ্যক্ষ নৰেশ লাচন, সহশিক্ষক, ৰবীন চিণ্ডে, ৰূপাই পাংগিং আৰু বদন টাকুক চাকৰিৰ পৰা বৰ্খাস্ত কৰা হৈছে।"

"আপোনালোকে শুনি আৰু সুখী হ'ব যে বানে খহাই নিয়াৰ বাবে যোৱা বছৰ বন্ধ হৈ থকা সোণজিৰি হাইস্কুল আৰু হায়াৰ চেকেণ্ডেৰী স্কুলৰ চূড়ান্ত পৰীক্ষা কেন্দ্ৰ এইবছৰ পুনৰ দিয়া হৈছে আৰু তাৰ বাবে গৃহ নিৰ্ম্মাণ কৰাৰো ব্যৱস্থা চৰকাৰে কৰিছে।" ৰাইজৰ আনন্দৰ গিৰজনিৰ মাজত সামান্য থমকি ৰৈ বিধায়ক নামেশ্বৰে পুনৰ কৈ গ'ল, "ৰাইজ, আপোনালোকে জানি অধিক আনন্দ পাব যে নুৰুলদা, সূৰ্য্যদা, সৰলানবৌ, লিপিকাবা সুবিমলদা আৰু ৰেৱতীবা কেৱল বন্দীত্বৰ পৰা মুক্তই হোৱা নাই সৰলা নবৌ, নুৰুলদা আৰু লিপিকাবাক পুনৰ চাকিৰিত বাহাল ৰখা হৈছে। সিমানেই নহয় সৰলা নবৌক সোণজিৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষা আৰু দুয়োটা পৰীক্ষাৰেই ভাৰাপ্ৰাপ্ত বিষয়াৰূপে নিয়োগ কৰা হৈছে। লগতে সোণজিৰিৰ কৃষ্টিভৱন আৰু আলিবাটি দলং আদি নিৰ্ম্মাণৰ বাবেও চৰকাৰে ধন মঞ্জুৰ কৰিছে, বিশুদ্ধ খোৱাপানী মানুহ আৰু পশুৰ চিকিৎসা আৰু উন্নত খেতি কৰাৰ আঁচনিও চৰকাৰে

লৈছে ।

বিধায়ক নামেশ্বৰ কোম্বাঙে তেওঁৰ দীঘলীয়া বক্তৃতা সামৰণি মৰাৰ বহু সময়ৰ পিছৰলৈকে সমজুৱা ৰাইজে আনন্দ উল্লাসত জয়ধ্বনি দি বহু সময় সভাখন জীপাল কৰি ৰাখিলে । তাৰ পিছত হঠাৎ বিধায়ক নামেশ্বৰ গম্ভীৰ হৈ পৰিল । তেওঁৰ দুচকু পানীৰে ভৰি পৰিল । সম্মুখনৰ বালিতে বহি থকা বৃদ্ধ অনিৰাম আৰু বৃদ্ধা জেতুকীক তেওঁৰ ইঙ্গিতত গাত ধৰি ধৰি কাপোৰে ঢাকি ৰখা প্ৰকাণ্ড প্ৰস্তৰ মূৰ্ত্তিটোৰ ওচৰলৈ অনা হ'ল ।

"শ্ৰদ্ধেয় ৰাইজ, আমাৰ ককা আৰু আইতাই এই আবক্ষ মূৰ্ত্তি উন্মোচন কৰক", কান্দোন ভৰা মাতেৰে বিধায়ক নামেশ্বৰে ক'লে, "এয়া হ'ল আমাৰ সকলোৰে বাবে আৰু সোণজিৰিৰ মঙ্গলৰ বাবে বুকুৰ কেঁচা তেজ দিয়া বীৰ শ্বহীদ চণ্ডীৰামৰ প্ৰস্তৰ মূৰ্ত্তি । অতি দক্ষ শিল্পীৰ দ্বাৰা মূৰ্ত্তিটো নিৰ্ম্মাণ কৰা হৈছে । আজিৰ পৰা সোণজিৰিৰ এই নতুনকৈ গঢ় লব ধৰা নগৰখনৰ নাম হ'ব চণ্ডীনগৰ । চাওক ৰাইজ, লুইত অ'বনৰিৰ বানপানীৰ খহনীয়া আৰু দুৰ্বৃত্তহঁতৰ পাপকাৰ্য্যই সকলোকেই উটাই নিব পাৰিলেও এই বীৰ শ্বহীদ চণ্ডীৰাম আৰু তেওঁৰ নামেৰে নামাঙ্কিত চণ্ডীনগৰক একোৰে উটাই নিব নোৱাৰে ।"

লগে লগেই বৃদ্ধ-বৃদ্ধা অনিৰাম-জেতুকীয়ে আৱৰণ গুচাই বীৰ শ্বহীদ চণ্ডীৰামৰ প্ৰস্তৰ মূৰ্ত্তিটো উন্মোচন কৰিলে আৰু চাকি-বন্তি ধূপধূনা জ্বলাই ফুলৰ মালা পিন্ধাই সকলোৱে জয়ধ্বনি দিলে । লুইত অ'বনৰিত সেই জয়ধ্বনি ধ্বনিত প্ৰতিধ্বনিত হ'ল । কোনোবাই যেন শুনা নুশুনাকৈ গালে -

লুইতৰে পানী যাবি অ' বৈ
চণ্ডীৰে কীৰিতি দেশে বিদেশে
নগৰে চহৰে বিলাবি গৈ
সোণজিৰিৰ ৰাইজৰ বিজয়ৰ কাহিনী
জগত সভাত কৰি গৈ ঐ . . . . .

সেই গীতৰ সুৰো লুইতৰ সুৰুয-গলা পানীয়েদি প্ৰবাহিত হ'ল থমকি নোৰোৱাকৈ ।

- সমাপ্ত -